# অসমৰ সত্ৰীয়া পৰম্পৰা
# আৰু
# শ্ৰীশ্ৰীবদলা পদ্ম আতা

[সদৌ অসম ভিত্তিত 'শ্ৰীশ্ৰীবদলা পদ্ম আতা ধৰ্ম্ম আৰু সংস্কৃতি সেৱা সমিতি'ৰ সৌজন্যত ইং ৫-৭ জুন, ২০০৬, অসমীয়া ২১-২৩ জেঠ, ৫৫৭ শংকৰাব্দত তিতাবৰ মহিমাবাৰীৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ 'কৃষ্ণকান্ত ক্ষেত্ৰ'ত শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ ৪৬০ তম্ জন্ম জয়ন্তী উপলক্ষে অনুষ্ঠিত উৎসৱৰ লগত বজিতা খুৱাই সম্পাদিত কাগত প্ৰকাশ কৰা তিনিজনৰ প্ৰবন্ধ, অন্যান্য তথ্য আৰু চিত্ৰৰ সংকলনৰে প্ৰকাশিত স্মাৰক গ্ৰন্থ]

সম্পাদনা

## সূৰ্য্যকান্ত হাজৰিকা

প্ৰকাশক

এছ. এইছ. শৈক্ষিক ন্যাস

চন্দ্ৰকান্ত হাজৰিকা পথ, তৰুণ নগৰ, গুৱাহাটী, ৭৮১০০৫

**Axmor Sattriya Parampara Aru Shri Shri Badala Padma Atta** : A book on descriptive articles on Vaishnavite activities in Assam and some Biographical articles on Shri Shri Badala Padma Atta a pioneer devotee of Shri Shri Sankardeva and Shri Shri Madhabdava, compiled and edited by Sri Surjya Kanta Hazarika, M Com., on the occation of 460th Birth ceremony of Shri Shri Badala Padma Atta celebrated at Shri Shri Kamalabari Sattra, Mohimabari, Titabar, Published by S.H. Educational Trust, Tarun Nagar, Guwahati -781005 and Printed at Chandrakanta Press Pvt Ltd., Chandrakanta Hazarika Path, Tarun Nagar, Guwahati -781005 First Edition 2006, Price. Rs.200.00 [General Edition] Rs. 300.00 for [Library Binding Edition]

---

গ্ৰন্থৰ নাম ঃ

**অসমৰ সত্ৰীয়া পৰম্পৰা আৰু শ্ৰীশ্ৰীবদলা পদ্ম আতা**

গ্ৰন্থৰ সম্পাদনা সমিতি

সভাপতি ঃ শ্ৰীসোণাৰাম শৰ্মা, বুঢ়াভকত, শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ, মহিমাবাৰী, তিতাবৰ

সম্পাদক ঃ শ্ৰীসূৰ্য্যকান্ত হাজৰিকা, চন্দ্ৰকান্ত প্ৰেছ ভৱন, তৰুণ নগৰ, গুৱাহাটী, ৭৮১০০৫

প্ৰকাশক ঃ

**সূৰ্য্য হাজৰিকা শৈক্ষিক ন্যাস**
**চন্দ্ৰকান্ত হাজৰিকা**
**তৰুণ নগৰ, গুৱাহাটী - ৭৮১০০৫**

পৰিৱেশনা ঃ

- **বাণী মন্দিৰ**
  মহেন্দ্ৰমোহন চৌধুৰী ভৱন
  হেদায়েৎপুৰ, গুৱাহাটী-৭৮১০০৩
- **বাণী মন্দিৰ**
  চন্দ্ৰকান্ত হাজৰিকা পথ
  নতুন বজাৰ, ডিব্ৰুগড় - ৭৮৫০০১
- **লাৱণ্য প্ৰকাশন**
  বাণীবাৰী, পাণবজাৰ,
  গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ ঃ ২০০৬

বেটুপাত ঃ শংকৰ কুমাৰ

মূল্য ঃ ২০০.০০ টকা (সাধাৰণ সংস্কৰণ)
৩০০.০০ টকা (পুথি ভঁৰাল সংস্কৰণ)

মুদ্ৰণ ঃ চন্দ্ৰকান্ত প্ৰেছ প্ৰাইভেট লিমিটেড
চন্দ্ৰকান্ত হাজৰিকা পথ, তৰুণ নগৰ, গুৱাহাটী — ৭৮১০০৫
ফোন নং ঃ- ২৪৬৩৩১০

**মুখ্যমন্ত্ৰী, অসম**
**দিছপুৰ, গুৱাহাটী**



## শুভেচ্ছা বাণী

শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ ৪৬০ তম্ জন্ম জয়ন্তী ৭ জুন, ২০০৬ তাৰিখে তিতাবৰৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ কৃষ্ণকান্ত ক্ষেত্ৰত উদ্‌যাপন কৰিবলৈ লোৱা বুলি জানি মই সুখী হৈছোঁ।

আশা কৰোঁ, এই জন্ম জয়ন্তী উদ্‌যাপনে শ্ৰীশ্ৰীবদলা পদ্ম আতাই শ্ৰীমন্ত শংকৰ-মাধৱৰ দ্বাৰা প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্মৰ আধ্যাত্মিক আৰু মানৱীয় দৰ্শন আৰু সত্ৰীয়া সংস্কৃতিৰ চৰ্চ্চা আৰু প্ৰসাৰৰ ক্ষেত্ৰত জীৱনজোৰা সাধনাৰে আগবঢ়োৱা অৱদানক যথোচিতভাৱে মূল্যাঙ্কন কৰি শংকৰ-মাধৱৰ আদৰ্শৰে শান্তি-সম্প্ৰীতি আৰু সমৃদ্ধিৰ সুস্থ সমাজ গঢ়াৰ প্ৰচেষ্টাত ব্ৰতী হ'বলৈ সকলোকে অনুপ্ৰেৰণা যোগাব।

শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ জন্ম জয়ন্তী উদ্‌যাপন অনুষ্ঠানৰ সৰ্ব্বতোপ্ৰকাৰৰ সফলতা আন্তৰিকতাৰে কামনা কৰিলোঁ।

২৯/৫/০৬

(তৰুণ গগৈ)
মুখ্যমন্ত্ৰী অসম

○ শ্ৰীশ্ৰীশংকৰ মাধৱাভ্যাং নমো নমঃ ○



**শ্ৰীশ্ৰীগৌৰীকান্ত দেৱ জবাবাৰী সত্ৰাধিকাৰ গোস্বামী**

বিদ্যা বিনোদ, ধৰ্ম্ম ভূষণ, ভাগৱতবাগীশ, বেদান্ত, স্মৃতি তীৰ্থ (বেনাৰস)

পোঃ আঃ জবাবাৰী (জোৰী) ○ জিলা ঃ শিৱসাগৰ, অসম, পিন ঃ ৭৮৫৬৮০

## শুভেচ্ছা বাণী

**যস্মিন দেৱ পৰম ব্ৰহ্মং ভূৰিণাৰূপমাশ্ৰিত।**
**ভূক্তি মুক্তিশ্চ দানালি বৈকুণ্ঠে মধি গম্পতি।।**

জীৱৰ তাৰণ　　　হেতু নাৰায়ণ
বৈকুণ্ঠে তেজিয়া আসি।
কহয় মাধৱ　　　নানা বিধ ৰস
প্ৰচাৰিলা যশ ৰাশি।।

তদ্বৎ, জীৱ উদ্ধাৰৰ অৰ্থে ভৱিষ্যৎ ধৰ্ম্ম ৰক্ষণাবেক্ষণৰ বাবে জগতগুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ আজ্ঞামতে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে শ্ৰীশ্ৰীপদ্ম আতাক তাল মালা সৰ্ব্বশক্তি ভক্তি গুৰুভাৰ অৰ্পণ কৰি পঠোৱা মূল শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ। বৰ্ত্তমান মহিমাবাৰীত অৱস্থিত।

সেই কমলাবাৰী সত্ৰতে বদলা পদ্ম আতাৰ ৪৬০ তম্ আবিৰ্ভাৱ মহোৎসৱভাগি উদ্‌যাপনেৰে সেইসকল পুৰুষৰ কৰ্ম্মৰাজি ৰোমন্থনেৰে গুৰু ভক্তবৃন্দক পানোজ্বল কৰিবলৈ লোৱা প্ৰয়াস তথা এখনি স্মৃতিগ্ৰন্থ প্ৰকাশৰ কথা শুনিবলৈ পায় পৰম আনন্দেৰে গৌৰৱবোধ কৰিছোঁ।

পৰমপুৰুষৰ ওচৰত সৰ্ব্বপ্ৰকাৰ মঙ্গল কামনাৰে আমাৰ শুভেচ্ছাবাণী আগবঢ়ালোঁ। ইতি

৩১.০৫.০৬

আমগুৰি　　　　　　শ্ৰীশ্ৰীগৌৰীকান্ত দেৱগোস্বামী
শিৱসাগৰ　　　　　　শ্ৰীশ্ৰীজবাবাৰী সত্ৰাধিকাৰ



# বৰপেটা সত্ৰ পৰিচালনা কমিটী

পোঃ অঃ- বৰপেটা : অসম

পিন- ৭৮১৩০১

Barpeta Satra Managing Committee

P. O.— BARPETA : ASSAM

PIN- 781301 ☎ 252634

---

## শুভেচ্ছা বাণী

অসমৰ উজনি ৰাজ্যত মহাপুৰুষৰ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত আগভাগ লওতা আতা পুৰুষসকলৰ ভিতৰত অন্যতম গুৰুধৰ্মৰ গুৰিধৰোতা, শতগুণী শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ ৪৬০ তম্ জন্মজয়ন্তী উদ্‌যাপন কৰিবলৈ লোৱা শুনি লগতে এই উৎসৱৰ লগত সঙ্গতি ৰাখি এখনি স্মৃতিগ্ৰন্থ উলিয়াব বুলি শুনি বৰ সুখ পালোঁ।

শতপত্ৰৰ সৌৰভত মৌ মতলীয়া ভ্ৰমৰসকলে সৰোবৰত একত্ৰিতভাৱে পুণ্ডৰীক মধুপান কৰি সন্তোষ পোৱাৰ দৰে, এই স্মৃতিগ্ৰন্থত প্ৰকাশ পোৱা আতা পুৰুষৰ কৰ্ম সংস্কৃতি আৰু ধৰ্ম সংস্কৃতিবোৰ জানি বুজি সমূহ ৰাইজে কৃতাৰ্থ হ'ব।

শ্ৰীশ্ৰীবদলাপদ্ম আতাৰ জন্মজয়ন্তীৰ সমূহ কৰ্মকৰ্তা সকললৈ শুভেচ্ছা জনোৱাৰ লগতে তেওঁলোকৰ দীৰ্ঘায়ু কামনাৰে ভগৱানৰ চৰণত প্ৰাৰ্থনা জনালোঁ।

পুণ্ডৰীক

শ্ৰীবশিষ্ঠ শৰ্মা

৩১.০৫.০৬

সত্ৰাধিকাৰ

বৰপেটা সত্ৰ।

# অসমৰ সত্ৰীয়া পৰম্পৰা আৰু শ্ৰীশ্ৰীবদলা পদ্ম আতা

## সম্পাদকৰ একাষাৰ .......

আজিৰপৰা প্ৰায় ৫০০০ হাজাৰ বছৰৰ আগেয়ে আৰম্ভ হোৱা ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ পৰম্পৰা যিদৰে ক্ৰমাগতভাৱে নানা ঘাত-প্ৰতিঘাতৰ মাজেদি আগবাঢ়ি আহি সম্প্ৰতি সমগ্ৰ বিশ্বৰ বুকুত এটি স্বকীয় আদৰ্শগত পৰম্পৰা ৰূপে পৰিচয় লাভ কৰি বিশ্বৰ জনমানসৰ আগত গৌৰৱৰ অধিকাৰী হ'ব পাৰিছে, ঠিক তেনেদৰেই আজি ভাৰতবৰ্ষৰ বুকুত অসমৰ সত্ৰীয়া পৰম্পৰায়ো এটি স্বয়ংসম্পূৰ্ণ আদৰ্শগত পৰম্পৰা ৰূপে ভাৰতীয় জনসাধাৰণৰ পৰিসীমা অতিক্ৰম কৰি বিশ্বৰ পৰিসীমালৈ গতি কৰিবলৈ সক্ষম হৈছে।

আমি ভাৰতবৰ্ষৰ ইতিহাস বিশ্লেষণ কৰিলে দেখা পাওঁ—মানুহৰ সামাজিক পটভূমিত যেতিয়া অৱক্ষয় আৰম্ভ হয়, তেতিয়াই সময়ে সময়ে একো একোজন মহান পুৰুষৰ আবিৰ্ভাৱ হয়। সেইসকলেই ভাৰতীয় ঐতিহ্যৰ পৰম্পৰা সোঁৱৰাই দি অথবা নিজ কৰ্ম্মগুণৰ দ্বাৰা আদৰ্শ অনুধাৱন কৰোৱাই সমাজখনক সংস্কৃতিবান পথলৈ লৈ যায়। ভাৰতবৰ্ষত ৰামায়ণ, মহাভাৰতৰ যুগৰপৰা আৰম্ভ কৰি সাম্প্ৰতিক সময়লৈকে সময়ে সময়ে এনে বহুজন মহাপুৰুষৰ কৰ্ম্মজীৱন পাই আহিছোঁ,—সমাজৰ অৱক্ষয় প্ৰতিৰোধৰ প্ৰয়োজনীয় সময়তেই আহি তেওঁলোকে নানান ঘাত-প্ৰতিঘাটৰ মাজৰে একো একোটি অঞ্চলৰ একো একোখন সমাজক প্ৰভাৱিত কৰি থৈ যায়। এইসকল লোক এসময়ত ইতিহাসৰ পাতত সোণালী আখৰেৰে লিপিবদ্ধ হৈ পৰৱৰ্ত্তী জনসমাজৰ বাবে কিংবদন্তি পুৰুষৰূপে আৰাধ্য ব্যক্তিৰ আসন লাভ কৰে।

পৃথিৱীৰ পৰিসৰত লক্ষ্য কৰিলে দেখা যায় যে খৃষ্টধৰ্ম্মৰ গুৰু যীশুখ্ৰীষ্ট, চেইণ্ট মেৰী, ইছলাম ধৰ্ম্মগুৰু হজৰত মহম্মদ আদিৰ ধৰ্ম্মীয় আৰু সাংস্কৃতিক সংস্কাৰমুখী গতি সদায় প্ৰগতিকামী হৈ আহিছে। ঠিক সেইদৰে ভাৰতীয় প্ৰেক্ষাপটতো বেদ, উপনিষদ, সংহিতা, পুৰাণ, শ্ৰীমদ্ভাগৱত, তন্ত্ৰ শাস্ত্ৰ, বাল্মিকীৰ ৰামায়ণ, পৰাশৰ আৰু সত্যৱতীৰ পুত্ৰ কৃষ্ণ দ্বৈপায়ণ ব্যাসদেৱ ৰচিত মহাভাৰত,

শ্ৰীমদ্ভাগৱত গীতা আদিৰ দ্বাৰা প্ৰচাৰিত আৰু প্ৰসাৰিত আদৰ্শৰ জৰিয়তে ভাৰতবৰ্ষ হৈ পৰিছে এখন সংস্কৃতিপূৰ্ণ ধৰ্ম্মভূমি আৰু পুণ্যভূমি।-- ইয়াৰ পৰিপ্ৰেক্ষিতত হিন্দু সমাজখন হৈ পৰিছে এটা ধৰ্ম্মপ্ৰাণ জাতি। যোৱা ৫০০০ বছৰীয়া ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ পৰম্পৰাক আগুৱাই লৈ যোৱাৰ ক্ষেত্ৰত যুগ যুগ ধৰি শতসহস্ৰ ঋষি-মুনি, সাধু-সন্ন্যাসী, জ্ঞানী পণ্ডিতে জন্মগ্ৰহণ কৰি এই ভাৰতবৰ্ষতে তেখেতসকলৰ কৃতকৰ্ম্মৰ যোগেদি "ভাৰতীয় পৰম্পৰা"ক পৃথিৱীৰ ইতিহাসত শ্ৰেষ্ঠ স্থানত উপনীত কৰাবলৈ সক্ষম হৈছে। ভাৰতীয় পৰম্পৰাৰ ধৰ্ম্মীয় দৰ্শন, জ্যোতিষ, গণিত, বিজ্ঞান, চিকিৎসা, আধ্যাত্মিক জ্ঞান, যোগ, কাব্য-অলঙ্কাৰ আদিয়ে আজি সমগ্ৰ পৃথিৱীৰ দৃষ্টি আকৰ্ষণ কৰিছে। ভাৰতীয় আদৰ্শৰ ত্যাগ তপস্যা, সত্য-সৰলতা, দয়া, ক্ষমা, শৌৰ্য্য-বীৰ্য্য, প্ৰেম-প্ৰীতি, আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম, সাধু-অমায়িকতা আদি গুণে বিশ্বৰ জনসাধাৰণৰ মন মোহিত কৰিছে। মহাভাৰতত থকা ভাৰতীয় সমাজৰ ধৰ্ম্মনীতি, সমাজনীতি, ৰাজনীতি, অৰ্থনীতি, যুদ্ধনীতি, জ্ঞান-বিজ্ঞান, শিল্প-কলা, ৰাজধৰ্ম্ম, সমাজধৰ্ম্ম, গাৰ্হস্থ্য ধৰ্ম্ম, কাৰ্ম্ম ধৰ্ম্ম, মোক্ষধৰ্ম্ম, নীতি ধৰ্ম্ম আদিৰ জ্ঞান লাভ কৰিবলৈ ভাৰতীয় সমাজ সক্ষম হৈছে। ভাৰতীয় সংস্কৃতিক নানান ধৰণে প্ৰভাবিত কৰা শ্ৰীকৃষ্ণৰ চৰিত্ৰ, ৰামৰ চৰিত্ৰ, ব্ৰহ্মা, বিষ্ণু-মহেশ্বৰৰ কৰ্ম্মাৱলী, যদুবংশ, হৰিবংশ, সূৰ্য্যবংশ আদিৰ ঘাত-প্ৰতিঘাট, বেদ-পুৰাণ ভাগৱতত উল্লিখিত অলেখ কাহিনীৰ আলেখ্যই ভাৰতীয় সংস্কৃতি পৰম্পৰাত এক উল্লেখযোগ্য আদৰ্শ উপস্থাপন কৰিছে। সেয়েহে ভাৰতীয় পৰম্পৰা সৃষ্টিৰ অন্যতম পুৰোধা মহাপুৰুষসকল যেনে---বুদ্ধদেৱ, জৈনধৰ্ম্মৰ প্ৰচাৰক মহাবীৰ, শঙ্কৰাচাৰ্য্য, শ্ৰীমন্ত শঙ্কৰদেৱ, গুৰু নানক, শ্ৰীশ্ৰীচৈতন্যদেৱ, মাধৱাচাৰ্য্য, বল্লভাচাৰ্য্য, ৰামকৃষ্ণ পৰমহংস, নিম্বাকাচাৰ্য্য, স্বামী বিবেকানন্দ, অনুকুল ঠাকুৰ প্ৰভৃতি লোকসকলৰ অৱদানৰ বাবে আমি ভাৰতীয় হিচাপে গৌৰৱান্বিত।

ভাৰতীয় সংস্কৃতিৰ পৰম্পৰাৰ দৰে আমাৰ অসমতো বিগত ৫০০ বছৰৰপৰা ক্ৰমাগতভাৱে অসমৰ নিজস্ব পৰম্পৰা সমাজ-সংস্কাৰক তথা ধৰ্ম্মীয় গুৰু শ্ৰীশ্ৰীশংকৰদেৱৰ আদৰ্শৰে গঢ় লৈ উঠিছে। যুগে যুগে এনে একোজন গুণৱন্ত পুৰুষ আহি আমাৰ সমাজ ব্যৱস্থাত বহতো পৰিৱৰ্ত্তন আনি ভাৰতীয় তথা পৃথিৱীৰ আৰ্য্য সমাজৰ লগত খোজত খোজ মিলাই আগুৱাবৰ বাবে আদৰ্শ স্থাপন কৰি থৈ গৈছে।

আমাৰ অসমত প্ৰধানকৈ ১৫শ শতিকাত নৱজাগৰণৰ ৰূপত আৰম্ভ

হোৱা বৈষ্ণৱ আন্দোলনে অসম তথা ভাৰতৰ এই উত্তৰ-পূৰ্ব্বাঞ্চলীয় অঞ্চল বিশেষতঃ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ নেতৃত্বতে এক নতুন আলোকযাত্ৰাৰ পথ মুকলি হৈছে। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মতাদৰ্শৰে সেই সময়ৰ ধৰ্ম্মগুৰুসকলৰ ভিতৰত শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীশ্ৰীদামোদৰদেৱ, শ্ৰীশ্ৰীহৰিদেৱ, শ্ৰীশ্ৰীগোপাল আতা, শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ, শ্ৰীশ্ৰীবংশীগোপালদেৱ, বৰযদুমণি আতা, সৰুযদুমণি আতা, শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতা, ৰামচৰণ ঠাকুৰ, দৈতাৰি ঠাকুৰ, নৰহৰি, ভট্টদেৱ, পুৰুষোত্তম ঠাকুৰ, চতুৰ্ভূজ ঠাকুৰ আৰু তেৰাসকলৰ পৰৱৰ্ত্তী সময়ত উজনি অসমলৈ ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে ধৰ্ম্ম-সংস্কৃতি প্ৰচাৰৰ বাবে অহা মহাপুৰুষ মাধৱদেৱৰ শিষ্য শ্ৰীশ্ৰীপদ্ম আতা, শ্ৰীশ্ৰীমথুৰা দাস বুঢ়া আতা, শ্ৰীশ্ৰীবংশীগোপালদেৱ, গোবিন্দ মিশ্ৰ, অনন্ত কন্দলী, ভট্টদেৱ (কবি সাৰ্বভৌম ভট্টাচাৰ্য্য), বনমালীদেৱ আদি ধৰ্ম্মাধিকাৰসকলে নানান ধৰণৰে আমাৰ সমাজ জীৱনক একো একোটি গতি প্ৰদান কৰি গৈছে। তেৰাসৱৰ পৰৱৰ্ত্তী পৰ্য্যায়ত গড়মূৰীয়া অধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামী, আউনীআটীয়া অধিকাৰ শ্ৰীশ্ৰীনিৰঞ্জন দেৱগোস্বামী, শ্ৰীশ্ৰীদেৱদত্ত দেৱ গোস্বামী প্ৰভৃতিৰ নেতৃত্বত অসমীয়া সমাজ নানান দিশেৰে অগ্ৰসৰ হৈ আহিছে।

বৈষ্ণৱ সংস্কৃতিৰ সেই ধাৰা সাম্প্ৰতিক সময়তো নানাজন জ্ঞান-গৰ্ভ ব্যক্তিত্বসম্পন্ন গুণৱান লোকে অনেক আলৈ-আহুকালৰ মাজেৰে ধৰ্ম্মৰ ধ্বজা বহন কৰি সংস্কৃতিৰ পথেৰে এতিয়াৰ সমাজখনক আগুবাই লৈ আহি আছে, সেইসকলৰ ভিতৰত বৰপেটা সত্ৰৰ শ্ৰীকৃষ্ণ মিশ্ৰ, নৰহৰি বুঢ়া ভকত, নাৰায়ণ মিশ্ৰ, ভৱকৃষ্ণ মিশ্ৰ, বশিষ্ঠ দেৱ শৰ্ম্মা, হলধৰ ভূঞা, মতিৰাম বৰা, নলবাৰীৰ হৰিনাৰায়ণ দত্তবৰুৱা, দলগোমাৰ অমৃত ভূষণ দেৱ অধিকাৰী, আউনীআটী সত্ৰৰ ড° পীতাম্বৰ দেৱগোস্বামী, কমলাবাৰী সত্ৰৰ আজ্ঞাবাহী পুৰুষোত্তম বৰুৱা, দীননাথ বেজবৰুৱা, নাৰায়ণচন্দ্ৰ গোস্বামী, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ শশীচন্দ্ৰ বৰবৰুৱা, সোণাৰাম চুতীয়া, অচ্যুতকৃষ্ণ মিশ্ৰ, মোহন মহন্ত, নিকামূল সত্ৰৰ অধিকাৰ গহন চন্দ্ৰ গোস্বামী, একশৰণ ভাগৱতী সমাজৰ ইলাৰাম দাস, সাহিত্য চৰ্চ্চাৰ ক্ষেত্ৰত - সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগ, তীৰ্থনাথ গোস্বামী, ড° মহেশ্বৰ নেওগ, হৰিনাৰায়ণ দত্তবৰুৱা, বাণীকান্ত কাকতি, উপেন চন্দ্ৰ লেখাৰু, কালিৰাম মেধি, ককা নীলমণি ফুকন, জীৱেশ্বৰ গোস্বামী, সুৰেশ চন্দ্ৰ গোস্বামী, প্ৰদীপ চলিহা, ড° কেশৱানন্দ দেৱগোস্বামী, বাপচন্দ্ৰ মহন্ত, তীৰ্থনাথ শৰ্ম্মা, বেণুধৰ শৰ্ম্মা, ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মা, ধৰ্মেশ্বৰ নামলগোৱা.

ড° নগেন শইকীয়া, ড° জগন্নাথ মহন্ত, ড° পবিত্রপ্ৰাণ গোস্বামী, ড° পূৰ্ণানন্দ শইকীয়া ,ড° নৰেন কলিতা, ড° সঞ্জীৱ বৰকাকতী আদি উল্লেখযোগ্য।

সাংস্কৃতিক চৰ্চ্চাৰ ক্ষেত্ৰত মণিৰাম দত্ত মুক্তিয়াৰ, মণিৰাম দত্ত গায়ন মুক্তিয়াৰ, নৰহৰি বুঢ়া ভকত, মিত্ৰদেৱ মহন্ত, যাদৱ চন্দ্ৰ পাঠক, বাদ্য বিশাৰদ কেশৱাচন্দ্ৰ চাংকাকতি বৰবায়ন, ৰামেশ্বৰ বৰবায়ন, টঙ্কেশ্বৰ বৰবায়ন, ডম্বৰু শইকীয়া বৰবায়ন, মাণিক বৰবায়ন, ঘনকান্ত বৰা বায়ন, নৃত্যত শ্ৰীমতী পুষ্পা ভূঞা, ইন্দিৰা পি. পি. বৰা, গৰিমা হাজৰিকা, শাৰদী শইকীয়া, মেনকা পি. পি. বৰা, প্ৰদীপ চলিহা, যতীন গোস্বামী, ৰুদ্ৰ বৰুৱা, কণ্ঠত ড° ভূপেন হাজৰিকা, নিকুঞ্জলতা মহন্ত, খগেন মহন্ত, প্ৰফুল্ল প্ৰাণ মহন্ত আদি শিল্পীসকলৰ অৱদানেৰে সত্ৰীয়া সংস্কৃতিৰ মাজেৰে আজি আমাৰ অসমীয়া সমাজ আগবাঢ়ি গৈ আছে।

ইয়াৰ উপৰিও প্ৰথম সত্ৰীয়া বৰগীতৰ ৰেকৰ্ডিং কৰোঁতা লেটুগ্ৰাম সত্ৰৰ সত্ৰাধিকাৰ প্ৰয়াত মিত্ৰদেৱ মহন্ত, গোপালআতা থূলৰ সত্ৰীয়া সংস্কৃতিৰ পৃষ্ঠপোষক অধিবক্তা মোহনচন্দ্ৰ মহন্ত , সাউদকুছি সত্ৰৰ বৰগীতৰ ওজা চক্ৰধৰ মহন্ত, সত্ৰত সত্ৰীয়া সংস্কৃতিৰ সহঅভিনয়ৰ প্ৰথম পদক্ষেপ গ্ৰহণ কৰোঁতা, স্বাধীনতা সংগ্ৰামী গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামী আৰু অসমৰ বিভিন্ন স্থানত শিক্ষানুষ্ঠান স্থাপন কৰি অসমীয়া ভাষা-সাহিত্যৰ উন্নতি সাধন কৰোঁতা আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ হেমচন্দ্ৰ গোস্বামী আদিৰ নাম বিশেষভাৱে উল্লেখনীয়। উল্লিখিত সকলৰ বাদেও শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ থূলৰ গুণী শিল্পীকেইগৰাকীমানৰ নাম উল্লেখ নকৰিলে আধৰুৱা হ'ব বুলি ভবা হৈছে। এইসকলৰ ভিতৰত পুৰণি কমলাবাৰী সত্ৰৰ সৰুৰাম ওজা, মণিৰাম দত্ত বৰবায়ন, মণিৰাম দত্ত বৰগায়ন, ৰসেশ্বৰ শইকীয়া বৰবায়ন, হৰিচৰণ শইকীয়া বৰগায়ন, ৰামেশ্বৰ বৰবায়ন, ঘনকান্ত বৰবায়ন, টঙ্কেশ্বৰ বৰবায়ন আদি উল্লেখযোগ্য। সেইদৰে নতুন কমলাবাৰী সত্ৰৰ পৰমানন্দ বৰবায়ন, দেৱানন্দ বৰবায়ন, বাপুৰাম বৰবায়ন আদি উল্লেখযোগ্য। উত্তৰ কমলাবাৰী সত্ৰৰ গঙ্গাধৰ বৰগায়ন, পৰমানন্দ বৰবায়ন, চেনীৰাম বৰবায়ন আদিৰ নামো তেনেদৰে ল'ব পাৰি। একে থূলৰে নাৰায়ণপুৰ বেলগুৰি সত্ৰৰ তিলেশ্বৰ বৰবায়ন, পিয়লা বৰবায়ন, ৰূপেশ্বৰ বৰগায়ন, সোণাৰাম বৰবায়ন, ভোলাৰাম বৰবায়ন, গোবিন্দ পাঠক বৰগায়ন আদিৰ নাম উল্লেখনীয়। বদুলা আতাৰ নিজা সত্ৰৰ ঘনশ্যাম নামলগোৱা বৰগায়ন, বাপুৰাম বৰগায়ন, ঠগীৰাম পাঠক বৰগায়ন, নবীন চন্দ্ৰ ওজা আদিৰ নাম উল্লেখনীয়। জাঁজী জৰাবাৰী সত্ৰৰ স্বনামধন্য সত্ৰাধিকাৰ গৌৰীকান্ত

গোস্বামীৰ তত্বাৱধানত সত্ৰীয়া সংস্কৃতিৰ হৈ কাম কৰা সোণাৰাম বৰবায়ন, পৰমানন্দ বৰবায়ন আৰু ড° জগন্নাথ মহন্তৰ নাম উল্লেখ কৰিব পাৰি।

এখন সমাজ বিশ্বৰ উন্নয়নশীল সমাজৰ লগত খোজত খোজ মিলাই চলিবৰ বাবে অন্যতম কৰণীয় কাম হ'ল গুণীজনক সন্মান জনাই, তাৰদ্বাৰা আনকো প্ৰেৰণা প্ৰদান কৰি হাতত হাত মিলাই আগবাঢ়িব লাগিব। অতীতৰ গুণীজনক সন্মান জনালে বৰ্ত্তমানৰ কৰ্ম্মৰত সুধীজনেও প্ৰেৰণা লাভ কৰে। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ জীৱন দৰ্শন আৰু কৰ্ম্মদৰ্শনৰ একান্ত অনুৰাগী শ্ৰীশ্ৰীবদলা পদ্ম আতা এজন বিৰল ব্যক্তিত্বৰ অধিকাৰী। সেয়ে শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ প্ৰাণ প্ৰতিষ্ঠাপক শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ ৪৬০ তম জন্ম বাৰ্ষিকী উপলক্ষে তিতাবৰস্থ কমলাবাৰী সত্ৰৰ উদ্যোগত জন্ম সমাৰোহ পতা উপলক্ষে এই সংকলনটি সমাৰোহৰ 'স্মাৰক গ্ৰন্থ' ৰূপে সম্পাদনা কৰিবলৈ মোৰ ওপৰত দায়িত্ব অৰ্পণ কৰাত, তাকৰীয়া সময়ৰ ভিতৰত গ্ৰন্থ সম্পাদনা তথা মুদ্ৰণৰ ব্যৱস্থা কৰিবলগীয়া হোৱাত ততাতৈয়া ব্যৱস্থাৰে এই সংকলনটি যুগুত কৰি উলিওৱা হৈছে। সংকলনটি সম্পাদনা কাৰ্য্যত ৭(সাত) টি খণ্ডত ভাগ কৰি যুগুতোৱা হৈছে, তাৰে 'সত্ৰ আৰু সত্ৰানুষ্ঠান' ভিত্তিক লিখনিসমূহক প্ৰথম খণ্ডত, শ্ৰীশ্ৰীবদলা পদ্ম আতা বিষয়ক লিখনিসমূহ দ্বিতীয় খণ্ডত, কমলাবাৰী সত্ৰ বিষয়ক লিখনিসমূহ তৃতীয় খণ্ডত, কমলাবাৰীৰ তথা সত্ৰীয়া সাংস্কৃতিক বিশ্লেষণসহ সত্ৰীয়া কৃষ্টি-সংস্কৃতি মূলক লিখনিসমূহক চতুৰ্থ খণ্ডত, শ্ৰীশ্ৰীদ্বাৰিকানাথ দ্বিজৰ দুষ্প্ৰাপ্য পাণ্ডুলিপি 'সন্তাৱলী'ৰ কিছু পাঠ সংগ্ৰহ কৰি আনি পঞ্চম খণ্ডত, 'সত্ৰ আৰু সত্ৰীয়া সংস্কৃতি' বিষয়ক দুটি ইংৰাজী ভাষাত লিখা প্ৰবন্ধক ষষ্ঠ খণ্ডত আৰু মহাপুৰুষ গুৰুদুজনাৰ কাল্পনিক ছবি, গুৰু আসনৰ ছবি তথা সত্ৰীয়া সংস্কৃতিৰ নানান উপাদানসমূহৰ সন্নিৱিষ্টৰে এটি 'আলোক চিত্ৰ সংকলন' সপ্তম খণ্ডত সন্নিৱিষ্ট কৰা হৈছে। এই সম্পাদনাৰ শিতানত বহুতো গুণী জ্ঞানী শিল্পীৰ নাম উল্লেখ কৰিব পৰা নাই যদিও ইয়াৰ অৰ্থ এইটো নহয় যে, তেখেতসকলৰ অৱদান আমি অস্বিকাৰ কৰিছো। অসমত আৰু অনেক গুণী লোকে সত্ৰীয়া সংস্কৃতিক আগবঢ়াই নিয়াৰ ক্ষেত্ৰত অতুলনীয় অৱদান আগবঢ়াই আহিছে। এই সুযোগতে অসমৰ খ্যাত তথা নিৰবে শিল্প সাধনা কৰা তেনে সকলো গুণবান লোকক আমি আমাৰ কৃতজ্ঞতা আগবঢ়ালো। আমাৰ এই সম্পাদনা কাৰ্য্য সম্পাদন কৰাৰ ক্ষেত্ৰত শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ মান্য সত্ৰাধিকাৰ শ্ৰীশ্ৰীভৱকান্ত দেৱগোস্বামী প্ৰভু, বুঢ়া ভকত শ্ৰীযুত সোণাৰাম শৰ্ম্মা দেৱে পূৰ্ণ

সহযোগ আগবঢ়াইছে, সংকলনটিৰ শেষত সংযোজন কৰা আলোকচিত্ৰ খণ্ডটিত ভালেসংখ্যক ছবি ইতিমধ্যে প্ৰকাশ পোৱা বিভিন্ন গ্ৰন্থ, আলোচনী আৰু ব্যক্তিৰ ব্যক্তিগত সংগ্ৰহৰপৰা সংগ্ৰহ কৰা হৈছে, সেয়ে উক্ত সংকলনটিত সন্নিৱিষ্ট হোৱা ছবিৰ শিল্পী তথা ব্যক্তিবৃন্দ, ছবিৰ ফটোগ্ৰাফাৰ তথা ছবিৰ গৰাকীসকল আৰু প্ৰকাশকলৈ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। সংকলনটিত সন্নিৱিষ্ট হোৱা প্ৰবন্ধৰ লেখকবৃন্দ, চন্দ্ৰকান্ত প্ৰেছ প্ৰাইভেট লিমিটেডৰ সমূহ সহকৰ্ম্মীবৃন্দ, সত্ৰৰ শ্ৰীনাৰায়ণ কলিতাসহ এই কাৰ্য্যত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে সহযোগ কৰা শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ সদৌজনলৈকে মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

**সূৰ্য্য হাজৰিকা**
সম্পাদক
৬.৬.০৬

চন্দ্ৰকান্ত প্ৰেছ ভৱন
চন্দ্ৰকান্ত হাজৰিকা পথ,
তৰুণ নগৰ, গুৱাহাটী - ৭৮১০০৫

# অসমৰ সত্ৰীয়া পৰম্পৰা আৰু শ্ৰীশ্ৰীবদলা পদ্ম আতা

সম্পাদকৰ একাষাৰ		সূৰ্য্য হাজৰিকা

## সূচীপত্ৰ

### প্ৰথম খণ্ড

### সত্ৰ আৰু সত্ৰানুষ্ঠান

## দ্বিতীয় খণ্ড
## শ্ৰীশ্ৰীবদলা পদ্ম আতা



## তৃতীয় খণ্ড
## কমলাবাৰী সত্ৰ



## চতুৰ্থ খণ্ড
## সত্ৰীয়া সংস্কৃতি

## পঞ্চম খণ্ড

## শ্ৰীশ্ৰীদ্বাৰিকানাথ দ্বিজ কৃত 'সন্তাৱলী'ৰ পৃষ্ঠাৰ পৰা



## ষষ্ঠ খণ্ড

### ARTICLES IN ENGLISH ON 'SATTRA' & 'SATTRIYA CULTURE'



## সপ্তম খণ্ড

## আলোকচিত্ৰ সংকলন



# জয় গুৰু শঙ্কৰ-মাধৱ

## সত্ৰীয়া সংস্কৃতিৰ সম্প্ৰসাৰণত যুৱ সমাজৰ দায়বদ্ধতা

**শ্ৰীশ্ৰীজনাৰ্দ্দন দেৱগোস্বামী**

সত্ৰাধিকাৰ, উত্তৰ কমলাবাৰী সত্ৰ, মাজুলী

সত্ৰীয়া সংস্কৃতি সম্প্ৰসাৰণৰ প্ৰসঙ্গ আলচাৰ আগেয়ে বুলনিতে আমি উনুকিয়াব বিচৰা প্ৰসঙ্গটি হৈছে সংস্কৃতি। সংস্কৃতি কেৱল মানুহৰহে আছে। মানৱ প্ৰজন্মৰ প্ৰবৃত্তি-নিবৃত্তিৰ লগত সঙ্গতি থকা, জন্ম-জন্মান্তৰে মানুহৰ তেজত সঞ্চালনিকৈ বৈ অহা অভ্যাস, বিশ্বাস, বোধ, মেধা আদিৰ যি সংহত-সুন্দৰ প্ৰকাশ, সেই সংস্কৃতি; মানৱ জীৱনৰ যি সৰ্বোত্তম সম্পদ, সেই সংস্কৃতি, মানুহ হিচাপে মানুহৰ প্ৰকৃত পৰিচয় হ'ল সংস্কৃতি। সংস্কৃতি— এজন মানুহৰ বস্তু নহয়, ই সমূহৰ বস্তু। ব্যক্তিসত্ত্বা আৰু জনসত্তা, এই দুয়োটাৰে প্ৰাণময় বিকাশতে সংস্কৃতিৰ মূল কথা নিহিত হৈ আছে। মানুহৰ কৃতিৰ, মানুহৰ সৃষ্টিমূলক সক্ৰিয় প্ৰক্ৰিয়া য'ত লুকাই আছে, সেই সংস্কৃতি।

একোখন সমাজৰ, একগোট মানুহৰ জীৱন-জীৱিকা, ঘৰ-দুৱাৰ, সামাজিক গঠন, আচাৰ-বিচাৰ, ৰীতি-নীতি, ৰুচি-অৰুচি, উপাসনা পদ্ধতি, পালিত আইন-

শৃঙ্খলা, শিল্প-দৰ্শন তথা সামগ্ৰিক সম্পদসমূহ অৰ্থাৎ জীৱনৰ আৰম্ভণিৰপৰা জীৱনৰ শেষলৈকে স্তৰান্তৰে সংঘটিত যি পৰিৱৰ্তন, জীৱন একোটাই সেই ৰূপ যিদৰে গ্ৰহণ কৰে, সেই সংস্কৃতি।

শ্ৰীমন্ত গুৰুদুজনাই এই বিশাল মহান সংস্কৃতিৰ জোঁৰ ধৰি যিদৰে আমাৰ জীৱনক সামূহিকৰূপে পোহৰাই গৈছে, একোখন বিশ্ববিদ্যালয়ৰ দৰেই গুৰুকুল প্ৰক্ৰিয়াৰে যি সত্ৰ, যি নামঘৰ থাপনা কৰি নিত্য ক্ৰিয়াৰ যি চৈধ্য প্ৰসঙ্গ প্ৰক্ৰিয়া প্ৰৱৰ্তন কৰি গৈছে, জাতীয় সংস্কৃতিৰ সেই ৰূপটিয়েই যোৱা কেইবাশ বছৰ ধৰি আমাৰ মাজত চলন্তি। আমাৰ তেজৰ ধাৰাত সেই সংস্কৃতিৰ জোৱাৰ ভাটা। হাজাৰ বাহিৰা শক্তিয়েও ধুই নিকা কৰিব নোৱাৰা সেই সংস্কৃতিৰ অজস্ৰ প্ৰভাৱ স্বীকাৰ নকৰিলেও, আমাৰ মাজত, আমাৰ তেজত, আমাৰ যুৱ সমাজত, সেই ধাৰা প্ৰৱহমান। হয়, ৰঘুমলাৰ দৰে বাঢ়ি অহা কিছুমান বিজতৰীয়া অপ-প্ৰভাৱে আমাক ছানি ধৰিছে। আমাৰ জুতি-বুদ্ধিৰ কিছুমান ৰূপ সলনি হৈছে ঠিকেই, কিন্তু এইটোও সমানেই সঁচা যে—আমাৰ তেজত আমাৰ প্ৰাচীনতা, আমাৰ পৰম্পৰা, আমাৰ সৃষ্টিশীলতা, আমাৰ পিতৃপুৰুষৰ আচাৰ-বিচাৰ, অভ্যাস যিবোৰ শিপাই আছে, তাক কোনো কিছুৱেই নিৰ্মূল কৰিব নোৱাৰে।

অসমৰ গায়ন-বায়ন, সত্ৰীয়া ওজাপালি আৰু বৰগীত, তিথি-পাৰ্বন, নাট্য-নৃত্য আদি সুকুমাৰ কলাৰ অনুশীলন অভ্যাসনৰ ক্ষেত্ৰত আমাৰ দায়-দায়িত্ব, আমাৰ যুৱ-সমাজৰ দায়বদ্ধতাৰ প্ৰসঙ্গ উঠোঁতে, সম্প্ৰতি-সঁহাৰি জনাই আমি যিদৰে হয়ভৰ দিওঁ, সমানেই কিছুমান কথাত যুৱ সমাজৰ উশৃঙ্খলিত উত্থান, বিচাৰ বুধিৰ পতন, অনুশীলনৰ অভাৱ আৰু সাধাৰণতেই সস্তীয়া জনপ্ৰিয়তাৰ প্ৰতিহে আগ্ৰহ, পৰিৱেশন স্পৃহা ইত্যাদিৰ মাত্ৰাধিক্যই আমাক আমাৰ কান্ধ সমনীয়া চামৰ অনেকৰ প্ৰতি বীতশ্ৰদ্ধ কৰিছে যেনেকৈ, একেদৰে আকৌ মূল সুঁতিলৈ ঘূৰি অহা, ভীতিমূলৰ প্ৰতিহে সচেতন এচামৰ অধ্যয়ন প্ৰৱণতা আদিয়েও বিশেষ দৃষ্টি আকৰ্ষণ কৰিছে। হ'ব পাৰে সেইসকল অত্যাধুনিক প্ৰযুক্তিৰ প্ৰভাৱ, দুষ্ট যান্ত্ৰিক মানসিকতাৰে পুষ্ট, কিন্তু তেওঁবিলাকৰ আত্মসচেতন চিন্তাশীলতাই আমাৰ আগ্ৰহ উদ্ৰেক কৰিছে আৰু তেওঁবিলাকৰ কৌতূহলী মনন ইত্যাদিয়ে আমাক আশাবাদী কৰি তুলিছে। আমাৰ বোধেৰে পৰিচয়হীনতাত ভোগা তথাকথিত আধুনিক শিক্ষাৰে শিক্ষিত চামৰ মাজৰপৰাই আত্মস্থ আৰু স্থিতিৰ উঁহ বিচৰা যুৱক-যুৱতী ওলাব, ওলাইছে। প্ৰযুক্তি মাধ্যম যোগে যোগ বিজ্ঞানৰ সম্প্ৰচাৰ তথা আসন-যোগ-ন্যাস-প্ৰাণায়ম তথা ধ্যান প্ৰক্ৰিয়াৰ প্ৰচাৰে যুৱ সমাজৰ মাজলৈ আমাৰ

যি আস্থা বৈ নিছে, সিয়েই সাধন মাগীয় বৈষ্ণৱ মহাপুৰুষীয়া পৰম্পৰাৰো যে মূল তাকো প্ৰত্যায়িত কৰিছে। নতুন চাম যুৱক-যুৱতী বা আমাৰ সমনীয়াসকল কিমান দিননো আৰু বিজতৰীয়া অপসৃষ্টিৰ মায়াত আবদ্ধ থাকিব? এদিন হ'লেও মোহ কাটি ওলাবই। মাথোঁ আমিহে আশা এৰিব নালাগে। যি সময়ত আমাৰ লগ-লগৰীয়া অনেকেই মোহগ্ৰস্ত হৈ কেৱল বাহ্যিকতাত আচ্ছন্ন হৈ আছে, একে সময়তে সমান্তৰালভাৱে আমাৰ দৰেই ঘাই বস্তুৰ দায়- দায়িত্ব ল'বলৈকো ওলাই অহা লোকৰ অভাৱ নহ'ব। এই বিশ্বাসৰ দৃঢ়তাই আমাক আগুৱাই যাবলৈ কৰ্ম প্ৰেৰণা যোগায়। পৰম্পৰা বুলিলেই জাতীয় কৃষ্টিত ওপৰোৱাভাৱে লাগি নাথাকি যেনেকৈ আমাৰ সমনীয়া বা অনুজসকলৰ মাজৰপৰা সংগঠিত ৰূপত জাগিছে, একেদৰেই তাৰ সমান্তৰাল বিপৰীতে তাৰ বিৰুদ্ধ শক্তিৰো অভাৱ ঘটা নাই।

বৃহত্তৰ স্বাৰ্থত জাতীয় সংস্কৃতিৰ কথা কোৱাৰ আগতে আমি বাৰম্বাৰ আত্মবিচাৰ, আত্মশ্লাঘা কৰিহে উপলব্ধি কৰিছোঁ, অসমত অবাধ ৰূপত বাঢ়ি অহা বিজতৰীয়া বজৰুৱা ৰুচিয়ে দেশীয় পৰম্পৰাৰ প্ৰতি বিষম গতিত ভীষণ ভাবুকিৰ সৃষ্টি কৰিছে যিদৰে, একেদৰে তাৰো মোহ জাল ফালি বাজ হোৱা ৰশ্মিৰেখা আজি দেখা পাওঁ। ক্ষীণ হ'লেও সেই আলোক ৰেখাই জ্যোৰ্তিময় ওঙ্কাৰ সাধিব।

সত্ৰীয়া সংস্কৃতিৰ কথা ওলাওঁতেই আমি যদি শৰণৰ কথালৈ আহোঁ, গুৰুমুখী শিল্পধাৰা, গুৰুমুখী জীৱনচৰ্য্যাৰ প্ৰতি আগ্ৰহৰ ক্ষেত্ৰত শৰণেই প্ৰাথমিক পদক্ষেপ বুলি আমাৰ বিচাৰ স্পষ্ট। শৰণ-কায়িক, মানসিক আৰু আধ্যাত্মিক শৃঙ্খলাৰ ক্ষেত্ৰত প্ৰথম পদক্ষেপ। নিৰ্দ্দিষ্ট বয়সতে গুৰুমুখী হোৱা একান্তই প্ৰয়োজন। নিজক সংযত, সংহত আৰু নিবিষ্ট কৰিবৰ বাবে বয়সৰ কোনো সীমা নাই। শৰণ ল'ম, বয়স হোৱা নাই, এনে ভাবেৰেই বহুতৰে জীৱনৰ ইতি পৰে, বিশেষকৈ সাংস্কৃতিক জীৱনৰ, আধ্যাত্মিক জীৱনৰ। প্ৰহ্লাদ চৰিতত কৈছে—

'মনুষ্যৰ আয়ু শত বৰিষ সংখ্যাত।
অৰ্দ্ধেক বিফলে যায় জানিবা নিভ্ৰান্ত।।
বিংশতি বৰিষ আয়ু যায় ওমলন্তে।
নেয় দশ বৰিষ ধনক উপাৰ্জ্জন্তে।।
বৃদ্ধ কালে যায় শেষ বৰিষ বিংশতি।
একো কাৰ্য্য সাধিবাক নাহিকে শকতি।।'

নিজক চাবৰ সময় হ'ল। জোঁৰ পুৰি হাত পালেহি। আত্ম উপলব্ধিয়ে আত্মচেতনাবোধ জগাব নোৱাৰিলে অসমত অসমীয়া হৈয়ো থকাৰ কাল উকলিব। অসমত ভিতৰে-বাহিৰে বিপদসঙ্কুল পৰিৱেশ। কি সমাজ নীতি, কি ৰাজনীতি, বেপাৰ, বণিজ আদি অৰ্থনৈতিক দিশ অথবা শাসনাৱস্থা , সকলোতে দুঃসহ দুৰ্নীতি, বিভেদ আৰু হিংস্ৰতা। জাতীয় জীৱন পদ্ধতিক বহিৰাগত আৱহাৱাই এনেদৰে বিৰাট আক্ৰমণ কৰিছে যে আমি নিজৰ পৰিচয় লৈ তিষ্ঠি থকাই টান হৈ আহিব যেন! এনে সন্ধিক্ষণত আমাৰ একমাত্ৰ ৰক্ষাকৱচ— মহাপুৰুষীয়া গুৰুমুখী সংস্কৃতিৰ সৰ্বমত। অসমৰ সত্ৰ প্ৰণালীয়ে আমাৰ সমাজ ব্যৱস্থাক এটি উন্নত আধুনিক সংস্কাৰ দি গৈছে। এটি আদৰ্শপ্ৰাণ সংস্কাৰ। ইয়াৰ মাজেদিয়েই সংঘবদ্ধভাৱে সমাজৰ উন্নতি আৰু একতা সাধিবলৈ যিমান সুযোগ সুবিধা দেখা পাওঁ, তাতোকৈ অধিক মুক্ত সংস্কাৰ বিশ্বত আছেনো কিমান? তৰুণ অসমে গুৰু দুজনাৰ মহৎ আদৰ্শৰ উদ্দীপনাৰে আত্মসন্মান ৰক্ষা কৰক। নিজৰখিনিৰেই নিজক আগবঢ়াই নিয়ক। শদিয়াৰপৰা কোচবিহাৰলৈ সিঁচৰতি সকলো জাতি-জনজাতি সম্প্ৰদায়ৰ কাণত গুৰু দুজনাৰ দুন্দুভিনাদ বাজি উঠক। আমাৰ জাতীয় বুৰঞ্জীত কৰ্মবীৰ, ধৰ্মবীৰৰ অভাৱ নাই। আদৰ্শৰো অভাৱ ঘটা নাই। লাগে মাথোন তেজাল পথিক। লাগে উদাম, লাগে গুৰুদুজনাৰ পথেৰে জাতীয় সেৱাৰ উদ্দেশ্যে গতি লোৱাৰ মানসিকতা। আমি কাকৃতি ঘোযাৰে পৰমেশ্বৰৰ প্ৰতি প্ৰাৰ্থনা জনাওঁ যাতে কৰুণাপ্ৰাপ্তি সম্ভৱ হয়।

বৃহত্তৰ অসমীয়া সমাজ-সংস্কৃতিৰ আমি নিচেই সাধাৰণ সেৱক, আমাৰ সমনীয়া আৰু অনুজসকলক আমি আহ্বান জনাওঁ, আহক, গুৰু দুজনাৰ সত্ৰীয়া পৰম্পৰাত আমিবোৰ দীক্ষিত হওঁ আৰু আমাৰ জাতীয় সংস্কৃতিৰ ধাৰাবাহিকতাক স-সম্ভ্ৰমে ৰক্ষা কৰোঁহঁক।।



# সামাজিক মূল্যবোধৰ অৱক্ষয়ত আধ্যাত্মিক শিক্ষাৰ প্ৰয়োজন আৰু সত্ৰানুষ্ঠানৰ দায়িত্ব

ড° শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামী
সত্ৰাধিকাৰ, শ্ৰীশ্ৰীআউনীআটী সত্ৰ, মাজুলী

এটা জাতিৰ প্ৰাণ প্ৰতিষ্ঠা হয় আধ্যাত্মিক চিন্তাধাৰাৰ সুদৃঢ় স্থিতিত। আধ্যাত্মিক শিক্ষা সমাজ জীৱনৰ অত্যাৱশ্যকীয় বিষয়। আধ্যাত্মিক শিক্ষাৰ অন্তৰ্গত নৈতিক শিক্ষাই সমাজত নৈতিক চৰিত্ৰৰ উন্মেষ ঘটায়। সামাজিক মূল্য ৰক্ষাত আধ্যাত্মিক তথা নৈতিক শিক্ষা ওতপ্ৰোতভাৱে জড়িত হৈ আছে।

ঈশ্বৰমুখী ভাৱনাৰে শৰীৰ আৰু আত্মাৰ উৎকৰ্ষ সাধন কৰাৰ কথা য'ত জড়িত হৈ আছে তাকেই আপেক্ষিকভাৱে আধ্যাত্মিক শিক্ষা বুলি ক'ব পাৰি। ইয়াৰ বিশদ ব্যাখ্যা এনেধৰণৰ — "আত্মানং বিদ্ধি" যি বিদ্যাই পঞ্চভৌতিক দেহক পঞ্চৰিপুৰপৰা মুক্ত কৰি স্থিতপ্ৰজ্ঞ অৱস্থা প্ৰদান কৰে — যাৰ যোগেদি ঈশ্বৰ স্বৰূপ তথা ব্ৰহ্মতত্ত্ব লাভ কৰিব পাৰি তাকে আধ্যাত্মিক বিদ্যা বোলা হয়। ঐহিক তথা পাৰলৌকিক জীৱনৰ সৰ্ব্বপ্ৰকাৰ শক্তি আৰু সমৃদ্ধি কামনা কৰা আধ্যাত্মিক শিক্ষাৰ মূল লক্ষ্য। মানব জীৱন এটা সাৱলীল প্ৰক্ৰিয়া— সুখ-

দুখৰ, আৱেগ-অনুভূতিৰ আৰু আশা-নিৰাশাৰ। গতিকে আধ্যাত্মিক শিক্ষাৰেহে মানৱ শৰীৰ আৰু মনৰ মাজত একাত্ম সম্পৰ্ক ৰক্ষা কৰিব পাৰি। সামগ্ৰিক অৰ্থত এখন সমাজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, কৃষ্টি-সংস্কৃতিৰ বাহ্যিক প্ৰকাশৰ আধাৰতে সামাজিক মূল্যবোধৰ প্ৰেক্ষাপট নিৰ্ণিত হোৱা দেখা যায়। সামাজিক মূল্যবোধৰ জৰিয়তে শৃঙ্খলিত সমাজ, সমাজৰ উৰ্দ্ধমুখী প্ৰগতি সম্ভৱ হৈ উঠে।

আধ্যাত্মিক শিক্ষাৰ অনুৱৰ্ত্তী নৈতিক চিন্তাধাৰাসমূহে সামাজিক মূল্যৰ স্থিতি নিৰ্ণয় কৰে। এনে অত্যাৱশ্যকীয় নিৰ্দ্দিষ্ট নৈতিক গুণসমূহেই ধৰ্ম্মৰ লক্ষণো স্পষ্টকৈ দেখুৱাই দিছে।

"ধৃতি ক্ষমা দমো অস্তেয়ং শৌচম ইন্দ্ৰিয় নিগ্ৰহ।
ধি বিদ্যা সত্যম অক্ৰোধাদশকং ধৰ্ম্ম লক্ষণম্।।"

এই দশগুণৰ প্ৰত্যেকটো গুণৰে চমু ব্যাখ্যা দিবলৈ যত্ন কৰা হৈছে—

১) **ধৃতি ঃ-** বিপদ বা যিকোনো সমস্যাপূৰ্ণ পৰিস্থিতিৰ উদ্ভৱ হ'লে ধৈৰ্য্য ধৰা, অসংযত ভাববোৰ দমন কৰা।

২) **ক্ষমা ঃ-** সহনশীল অৱস্থা গ্ৰহণ কৰা। ক্ষমাসুলভ দৃষ্টি বা মনোভাব প্ৰদৰ্শন কৰা।

৩) **দমো ঃ-** আত্মসংযম। য'ত শিষ্টাচাৰৰ কথা জড়িত হৈ আছে। এনে শিষ্টাচাৰ বাক্য, বচন, ভাব আৰু ব্যৱহাৰৰ যোগেদি ৰক্ষা কৰা যায়। যেনে - "আত্মাৱৎ সৰ্ব্ব ভূতেষু-মাতৃৱৎ পৰদাৰে ষু" এনে মনোভাব শিষ্টাচাৰ ৰক্ষাৰ মূল কথা।

৪) **অস্তেয়ং ঃ-** চুৰ নকৰা। অত্যধিক প্ৰয়োজন থাকিলেও অসৎ লোভ সম্বৰণ কৰা। অন্যায় কাৰ্য্যৰিদ্বাৰা অন্যক মানসিকভাৱে আঘাত দি নিজৰ কোনো উন্নতি সাধন কৰিব নোৱাৰি।

৫) **শৌচম ঃ-** শৌচাচাৰ ৰক্ষা কৰা, যথা নিয়মে মল-মূত্ৰ ত্যাগ, স্নান, লেপন, মাৰ্জন আদি নিত্য আচৰণীয় ক্ৰিয়াসমূহ পালন কৰা।

৬) **ইন্দ্ৰিয় নিগ্ৰহ ঃ-** সমস্ত বহিঃইন্দ্ৰিয়ক বশ কৰি ৰখা। প্ৰয়োজন মতে ইন্দ্ৰিয়সমূহৰ প্ৰয়োগ ঘটোৱা, মাত্ৰাবিগৰ্হিত ইন্দ্ৰিয় সুখ প্ৰত্যাহাৰ কৰা। নীতিবিগৰ্হিত ইন্দ্ৰিয় সুখ-আকাঙ্খাই মানুহক উন্মাদিত কৰে। বিৱেক বুদ্ধিৰ হ্ৰাস ঘটায়। যাৰ ফলত প্ৰকৃত চিন্তা ধাৰাৰ প্ৰতিফলন হয়।

৭) **ধী-সৎবুদ্ধি ঃ-** সংযমতা আৰু নিয়মিত আচৰণৰ যোগেদি সৎ বুদ্ধি লাভ কৰিব পাৰি। সৎ বুদ্ধিৰে নিজৰ তথা সামাজিক বিকাশ সম্ভৱ হৈ উঠে। সৎ বুদ্ধিৰ যোগেদি নিজক আৰু আনকো সম্ভাব্য বিপদৰপৰা ৰক্ষা কৰিব পৰা যায়।

৮) বিদ্যা ঃ- প্ৰকৃত বিদ্যা, যি বিদ্যাত নৈতিক আৰু আধ্যাত্মিক শিক্ষা জড়িত হৈ আছে। যি বিদ্যাই মানৱ মনৰ স্ফুৰণ ঘটাব পাৰে।

৯) সত্যম্ ঃ- সঁচা কথা কোৱা। যথাৰ্থ ভাষণ দিয়া। সত্যই প্ৰকৃত জীৱন গঢ়িব পাৰে। সত্যই ব্ৰহ্মতত্ত্বৰ সন্ধান দিয়ে।

১০) অক্ৰোধ ঃ- ক্ৰোধশূন্য হোৱা। কাৰো প্ৰতি হিংসা দ্বেষভাব প্ৰদৰ্শন নকৰা। সকলোৰে প্ৰতি দয়া, স্নেহভাব বিচৰণ কৰা মানৱ চৰিত্ৰৰ মূল কথা।

আদিম ভাৰতীয় মানৱ সমাজৰ লক্ষ্য আছিল — "বসুধৈব কুটুম্বকম্, বহুজন হিতায় বহুজন সুখায়" আদৰ্শ। তাৰ উদাহৰণ —

"সৰ্ব্বে ভৱন্তি সুখিনঃ সৰ্ব্বসন্ত নিৰাময়া।
সৰ্ব্বে ভদ্ৰানি পশ্যন্ত মা কশ্চিৎ দুঃখ ভাগ্‌ভাবেৎ।"

ৰাতিপুৱা নিদ্ৰা ত্যাগ কৰিয়েই আমাক তাৰেই কামনা কৰিবলৈ কোৱা হৈছিল।

"নত্বেৰাহং কাময়ে ৰাজ্যং ন স্বৰ্গং নপুনৰ্ভবং
কাময়েদুঃখ তপ্তানাং প্ৰাণি নামৰ্তি নাসনম্

এনে দিব্য উপদেশসমূহৰ কোনো এটাই আজিৰ সমাজত নোহোৱা হৈছে। মানৱীয় অনুভূতি, দয়া, মায়া, সাম্য-মৈত্ৰী, অহিংসা বিশ্বাস, ভাতৃত্ববোধ, ক্ষমা আদি গুণবোৰ অন্তৰ্নিহিত হৈ লোভ, ঈৰ্ষা, হিংসা, কুৎচিত সাম্প্ৰদায়িকতা আদি অমানৱীয় তত্ত্ব প্ৰকট হৈ উঠিছে। পিতা-পুত্ৰ, পতি-পত্নী, ভাতৃ-ভগ্নী আদি সম্বন্ধবোৰ তেজৰ সোঁতত চলি আহিলেও বাস্তৱ ক্ষেত্ৰত তাৰ প্ৰকৃত সম্বন্ধৰ অৱক্ষয় ঘটিছে। জ্যেষ্ঠজনৰ সম্মুখত অৱনমিত মস্তকৰ পৰিবৰ্তে উন্নত মস্তক লৈ যুক্তিহীন তৰ্কৰ অৱতাৰণা কৰি সামাজিক অনুশাসন ভঙ্গ কৰা হৈছে। সামাজিক বান্ধোন শিথিল হৈছে। কেৱল পাৰিবাৰিক ভাৱনাই মূল লক্ষ্য হৈ পৰিছে। সকলৰৰ ভেদহীন সামাজিক শৃঙ্খলা, অনুশাসন সকলো ভাঙি পৰিছে। সেয়েহে আজিৰ সমাজখনক ক্ষয়িষ্ণু সমাজ বুলি ক'ব খোজা হৈছে। সমাজৰ লগত সামাজিক এনেবোৰ অৱস্থা আজি গভীৰভাৱে বিশ্লেষণ কৰি চোৱাৰ প্ৰয়োজন আহি পৰিছে। এই ক্ষয়িষ্ণুতাৰ কাৰণ কি? কিহে আমাক তিলতিলকৈ নমাই আনিছে? ইয়াৰ কাৰণ বিশ্লেষণ কৰিলে আমি বিশেষভাৱে পাওঁ — বৈদেশিক সংস্কৃতিৰ প্ৰভাৱ। পাশ্চাত্য সংস্কৃতিৰ বৰপীৰা দখল। পাশ্চাত্য আনুষ্ঠানিক শিক্ষা, পশ্চিমীয়া আৰ্হিৰ সস্তীয়া জীৱন প্ৰণালীয়ে আমাৰ সমাজ-সংস্কৃতিক ৰঘুমলাৰ দৰে আগুৰি ধৰিছে। ইয়াৰ লগত বৰ্ত্তমানে অবাঞ্ছনীয় মাত্ৰাধিক দূৰদৰ্শনৰ সোৱাদ, অবাস্তৱ কিছু হিন্দী চিনেমাৰ প্ৰচলন আৰু ইয়াৰ অনুকৰণ ক্ষয়কাৰক দিশ।

এইবিলাকৰ যোগেদি মুকলিভাৱে যৌনভাব, অশ্লীল তথা নগ্নচিত্র পৰিয়াল তথা সামাজিক প্রদর্শিত হোৱাৰ ফলত সমাজত মূল্যৰ অৱক্ষয় ঘটিছে। এই অৱক্ষয়ৰপৰা উদ্ধাৰ পাবলৈ হ'লে বৃত্তিমুখী শিক্ষাতে কেৱল গুৰুত্ব নিদি নৈতিক, আধ্যাত্মিক চিন্তাৰ ওপৰত গুৰুত্ব দিয়া উচিত। সংস্কৃতিৰ অন্তৰ্ভূক্ত খাদ্য, চাল-চলন, আচাৰ-ব্যৱহাৰ, পোছাক-পৰিচ্ছদ আৰু সুকুমাৰ কলাসমূহৰ চৰ্চা, অনুশীলনৰ জৰিয়তে নিজস্ব সাংস্কৃতিক জীৱন গঢ় দিয়াৰ উপৰিও সামাজিক মূল্য ৰক্ষা কৰা সম্ভৱ হৈ উঠে। ইয়াৰ ওপৰত আধ্যাত্মিক গুৰুত্ব দিয়াৰ প্রয়োজন আহি পৰিছে।

নৈতিক তথা আধ্যাত্মিক শিক্ষাৰে শিক্ষিত হ'বলৈ হ'লে মানুহৰ সত্ত্ব গুণৰ আৱশ্যক। সত্ত্ব গুণেহে গধুৰ চিন্তা-ভাবৰ উদ্রেক কৰি সুস্থ বিৱেকবুদ্ধি আৰু হিত-অহিত বিচাৰৰ বাট মুকলি কৰি দিব পাৰে। যি সত্ত্ব গুণক আশ্রয় কৰিলে জ্ঞান জন্মে। ইয়াৰ সুন্দৰ প্ৰমাণ গীতাই দিছে।

সত্ত্বাৎ সংজায়তে জ্ঞানম্ ৰজসো লোভো এবচ্
প্ৰমাদ মোহৌ তমসো ভাৱতো অজ্ঞানম্ এবচ।

খাদ্য, বাক্য-ব্যৱহাৰ, চাল-চলন, পিন্ধন-উৰণ সকলোতে সাত্ত্বিকতা থাকিব লাগিব। যিয়ে সত্ত্ব গুণ আনি দিয়াত সহায় কৰে। কেৱল বুদ্ধি-বৃত্তিৰ পৰিচালনাৰে জ্ঞান অৰ্জন হ'ব নোৱাৰে। অনুভূতি শক্তি আৰু বিশ্বাসেৰে জ্ঞানৰ মূল ভিত্তি। ঈশ্বৰমুখী জ্ঞান উন্নতিৰ মূল আধাৰ। সৰু কালতেই তেনে অভ্যাসৰ অনুশীলন কৰিলে সময়ত উপলব্ধি আৰু বিশ্বাস দৃঢ় হয়।

শুদ্ধ বিচাৰ-বিশ্লেষণৰ ক্ষমতা জন্মে। আমাৰ গান্ধীবাপুৱে মনুষ্য জীৱনত সৰ্ব্বপ্ৰথম লাগতিয়াল বস্তু কি সেই সন্দৰ্ভত এই কথা কৈ গৈছে —
(A proper religious spirit is the greatest and most immediate need) অৰ্থাৎ জীৱনত অতি আৱশ্যকীয় কথা হৈছে ধৰ্ম্মৰ প্ৰতি যথোচিত আস্থা। কিন্তু এই আস্থা কেনেদৰে আহিব সেই সন্দৰ্ভত পুনৰ কৈছে।
It is not really a grasp by the brain but it is a heart grasp.

অৰ্থাৎ ইয়াক মস্তিষ্কৰে গ্ৰহণ কৰিলে নহ'ব, আন্তৰিকতাৰে গ্ৰহণ কৰিব লাগিব। সদাচাৰ জীৱন-যাপন, আসন-প্ৰাণায়াম, ধ্যান-ধাৰণা, সমাধি আদি যোগ আশ্ৰয় কৰিলে আধ্যাত্মিক জ্ঞানৰ ফলপ্ৰসূ দিশ লাভ কৰিব পাৰি। ইয়াৰ যোগেদি প্ৰকৃত সুখ-শান্তি আহে। বিশ্বৰ ধনতান্ত্ৰিক দেশ আমেৰিকাবাসীক ঐশ্বৰ্য্য বিভূতিয়ে আজি শান্তি দিব পৰা নাই। সেইকাৰণে তাত শান্তি নাই। শেষত তেওঁলোকে

শান্তি বিচাৰি ভাৰতৰ কাষ চাপিছে, ভাৰতীয় ধৰ্ম্মনীতিত বিশ্বাসী হৈ হেজাৰ হেজাৰ লোকে আসন প্ৰাণায়াম, ধ্যান-ধাৰণা, সমাধিৰ যোগে আধ্যাত্মিক উন্নতি সাধিবলৈ প্ৰচেষ্টা কৰিছে।

আমাৰ বিশ্বাস আধ্যাত্মিক শিক্ষাৰ প্ৰয়োজনীয় বাতাৱৰণ ঘৰখনত, গাঁওখনত, স্কুল-কলেজত, সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানত সৃষ্টি কৰিব পাৰিলে আৰু আন্তৰিকতাৰে ইয়াক গ্ৰহণ কৰি প্ৰয়োগিক তথা বাস্তৱিক প্ৰতিফলন ঘটালেই ক্ষয়িষ্ণু সামাজিক মূল্যবোধৰ গড়াখহনীয়া ৰোধ কৰিব পৰা যাব। ইয়াৰবাবে সামাজিক অনুষ্ঠান সত্ৰানুষ্ঠানসমূহৰো বিশেষ দায়িত্ব আছে। আধ্যাত্মিক শিক্ষা বিতৰণ সত্ৰানুষ্ঠানৰ মূলগত লক্ষ্য আৰু উদ্দেশ্য। সত্ৰ প্ৰতিষ্ঠাকালীন দিনৰপৰা আধ্যাত্মিক-নৈতিক শিক্ষা প্ৰদানৰ ক্ষেত্ৰত সত্ৰই শৰণ-ভজন, ভক্তি প্ৰাৰ্থনাৰ তত্ত্ব বিতৰণ আৰু কলা-কৃষ্টি প্ৰদৰ্শনৰ যোগে আত্মনিয়োগ কৰি আহিছে যদিও বৰ্ত্তমান বিজ্ঞানৰ ন ন অৱদানেৰে পুষ্ট সমাজ ব্যৱস্থাৰ যুক্তি-প্ৰৱণতা তথা বাস্তৱ দিশটোৰ প্ৰতি লক্ষ্য ৰাখি তাৰ লগত খাপ খোৱাকৈ সত্ৰই অত্যাধিক গুৰুত্ব দি আগবাঢ়ি আহিব লাগিব। ইয়াৰবাবে আত্মসন্তুষ্টি অহাকৈ নিৰ্দ্দিষ্ট ধৰ্ম্মীয় চিন্তাধাৰাৰ যুক্তিবিনাক প্ৰচাৰ মাধ্যমসমূহৰ যোগেদি উপস্থাপন কৰিব লাগিব। উদাহৰণস্বৰূপে ভাওনাৰ বিষয়বস্তু গতানুগতিক প্ৰদৰ্শনৰ পৰিবৰ্ত্তে ইয়াৰ মূলগত লক্ষ্য, উপস্থাপনৰ ৰীতি, পালিব লগা নিয়ম-নীতি আকৰ্ষণীয় আৰু যুক্তিসঙ্গতভাৱে প্ৰদৰ্শন কৰাত গুৰুত্ব দিব লাগিব। সেইদৰে সত্ৰীয়া নৃত্য-গীতৰ ক্ষেত্ৰতো একে কথাই খাটিব। এনে হ'লে আকৰ্ষণীয় পৰিৱেশত মুগ্ধ হৈ যুক্তিৰ মাধ্যমেৰে লোকসমাজে আত্মিক বিচাৰ আনি নিজে নিজৰ শুধৰণি আনি ল'ব পাৰিব আৰু নৈতিক-আধ্যাত্মিক শিক্ষা জড়িত হৈ থকা ভাওনা আৰু সত্ৰীয়া নৃত্য-গীত সমাজত ব্যাপক প্ৰদৰ্শন কৰিবৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিব লাগিব।

আধ্যাত্মিক শিক্ষাৰ মূল মাধ্যম শৰণ-ভজন ভক্তি প্ৰাৰ্থনাৰ প্ৰাথমিক স্বৰূপ আৰু ইয়াৰ প্ৰয়োজনীয় গুৰুত্বখিনি সহজে গ্ৰহণ কৰিব পৰাকৈ বুজনি দিয়াৰ ব্যৱস্থা থাকিব লাগে। সত্ৰীয়া সংস্কৃতিৰ যিকোনো শিক্ষা গ্ৰহণৰ বাবে সত্ৰত আবাসিক শিক্ষালয় আৰু বিদ্যায়তনিক শিক্ষাৰ ব্যৱস্থা কৰিব লাগে। ইয়াৰ উপৰিও পূৰ্ব্বৰপৰা প্ৰচলিত হৈ থকা আৰ্হিৰে বাইজৰ অঞ্চলত উপস্থিত হৈ সত্ৰস্থ গুৰু-বৈষ্ণৱসকলে যি ধৰ্ম্মীয় নীতি আৰু সত্ৰীয়া সংস্কৃতি প্ৰচাৰ কৰি আহিছে, এই ব্যৱস্থা সকলো অঞ্চলতে প্ৰভাৱ পৰাকৈ সঘনাই যোগসূত্ৰ ৰক্ষা কৰিব লাগে। মাহেকত এবাৰ হ'লেও সত্ৰীয়া সংস্কৃতিৰ এখন মাহেকীয়া পত্ৰিকা লাগে। যত

আধ্যাত্মিক, নৈতিক, সাংস্কৃতিক শিক্ষা সম্বন্ধীয় সমাজৰ শিক্ষণীয় বিষয়সমূহ আলোচিত হয়।

সত্ৰীয়া সংস্কৃতিৰ প্ৰায়বিলাক দিশ উঠি অহাসকলৰ অন্তৰত দকৈ সাঁচ বহুৱাব পাৰিলেই সামাজিক মূল্যৰ প্ৰতি সচেতনতা আহিব। ইয়াৰ বাবে ৰাইজৰ সঁহাৰিৰ একান্ত প্ৰয়োজন। সত্ৰানুষ্ঠান ৰাইজৰ, সত্ৰৰ সঞ্জীৱনী শক্তি ৰাইজ। সত্ৰই ৰাইজৰ মাজত এনে ব্যৱস্থাসমূহ কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত অনুকূল পৰিৱেশ সৃষ্টি কৰি তুলিব লাগিব। বিশেষকৈ যুৱক-যুৱতী, অভিভাৱক শ্ৰেণী, বুদ্ধিজীৱী, সমাজৰ কৰ্ণধাৰসকলে আধ্যাত্মিক তথা নৈতিক শিক্ষা আহৰণৰ ক্ষেত্ৰত মনোযোগ দিব লাগিব আৰু সত্ৰানুষ্ঠানৰ লক্ষ্য-উদ্দেশ্য পূৰণত সম্পূৰ্ণ সহযোগ আগবঢ়াব লাগিব। সি হৈ উঠিলেই সামাজিক শৃঙ্খলা পুনৰ ঘূৰি আহিব।



# ধন্য কলিকাল

শ্ৰীশ্ৰীভৱকান্ত দেৱগোস্বামী
সত্ৰাধিকাৰ, শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ, তিতাবৰ

ধন্য ধন্য কলিকাল ধন্য নৰ তনু ভাল
ধন্য ধন্য ভাৰত বৰিষ।
পৰলোক সময়ৰ বান্ধৱ হৰিৰ নাম
সৱ এৰি যিহেতু সুমৰে।।
এতিক্ষণে কি কাৰণে হেনয় হৰিনাম
মন্দমতি নৰে নুসুমৰে।। (ঘোষা, ৪৯)
দুৰ্ঘোৰ সংসাৰ ইটো ব্যাধিৰ ঔষধ মহা
তেজ হৰি নামক সম্প্ৰতি।
কমন উপায়ে আন পণ্ডিত সকলে আৰে
লভিবেক আপোন মুকুতি।। (৫০)
লভিয়া মনুষ্য তনু সিসব পণ্ডিত নৰে
নসাধিলে গতি আপোনাৰ,
কোটি জনমক লাগি সংসাৰ সাগৰে মজি
ফুৰিবেক ভুঞ্জিয়া নিকাৰ।। (৫১)

চিন্তাৰ উদ্ধৃত যদিও পোন প্ৰথমেই আগবঢ়া হৈছে, কলিকাল, নৰতনু ভাৰত বৰিষ। পৰলোক সময়ত বান্ধৱ হৰিনাম, মহাপুৰুষ শংকৰদেৱে বৰগীতত উল্লেখ কৰিছে আৰু মাধৱদেৱেও নামঘোষাত উল্লেখ কৰি থৈ গৈছে।

এই দুৰ্ঘোৰ সংসাৰত মনুষ্যৰ ঔষধ হৰি নাম, হৰি নামেই মুকুতিৰ দ্বাৰ দাপোণ, কোটি পুণ্য বলে দেৱৰো দুৰ্ল্লভ মনুষ্য জন্ম লাভ কৰি সংসাৰ সাগৰত মজি নিকাৰ ভুঞ্জিব লগাত পৰিব বুলি গুৰুদুজনাই মনুষ্যক ভয় দেখুৱাইছেনে অথবা জীৱৰ উদ্ধাৰ হোৱাৰ মুক্তি পথ দেখুৱাইছে। জীৱ শ্ৰেষ্ঠ মনুষ্যৰ উদ্ধাৰৰ কাৰণেই যত্ন কৰিছে —

কালৰ গতি-প্ৰকৃতি পৰিৱৰ্ত্তন বিশ্ব পৰিৱৰ্ত্তন মানুহৰ পৰিৱৰ্ত্তন অভাৱনীয় ৰূপত গতি কৰিছে। চলন-ফুৰণ, আচাৰ, সদাচাৰ, সৎ আচৰণ ইয়ো ভয়াৱহ ৰূপত দেখা দিছে—।

ধৰ্ম্মকো জানোহো মই তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মৰো নিবৃত্তি নোহয়।
হৃদি স্থিত হুয়া তুমি যেন কাৰাবাহা স্বামী
হৃষীকেশ কৰিয়ো তেনয়।।

ইয়াত জীৱৰ অকুণ্ঠ খেদৰ বাণী প্ৰকাশ কৰিছে। বৰ্ত্তমান কালৰ ভয়াৱহ ৰূপত দেখা দিছে। মানুহ হৈ জীয়াই থকাৰেই যান্ত্ৰণা-ভয়-আতংকত-জৰ্জ্জৰিত চতুৰ্দিশ সৰ্ব্বগ্ৰাহী সমস্যাৰূপে দেখা দিছে। ইয়াতকৈ দুখ যান্ত্ৰণা কি হ'ব পাৰে। ধৰ্ম্মৰ ত্যাগী অধৰ্ম্মৰ তাণ্ডৱ লীলা। মানুহৰ মানৱতা, নৈতিকতা আদি গুণবিলাক বিলুপ্ত হ'বলৈ ধৰিছে। মানুহৰ ঈশ্বৰ সাধনা ভক্তিৰ প্ৰতি প্ৰেম ভাব, প্ৰাণীৰ প্ৰতি দয়া মমতা আদি ভাব নাইকিয়া হোৱা মানেই ধৰ্ম্মৰ অংকুৰহীন হোৱাৰ কাৰণ হ'ব পাৰে। মানৱৰ ধৰ্ম্ম সাধনা আৰু সাধন ভক্তি দুয়োটাই আমাৰ জীৱনৰ মায়া বান্ধোনৰ হাত সাৰিব পৰা উপায়। গতিকে মায়াৰ বান্ধজৰী (বাসনা) দূৰ কৰিবই লাগিব।

জীৱই কি কয়? অৱতাৰী পুৰুষ শ্ৰীমন্ত শংকৰদেৱে বৰগীতত লিখিছে—

যত জীৱ জঙ্গম কীট পতংঙ্গম
অগ নগ জগ তেৰি কায়া,
সবকহু মাৰি পুৰত ওহি উদৰ
নাহি কৰত ভূত দায়া।

আকৌ দ্বিতীয় কল্পমত নিজকে গুৰুজনে ভাব অনুভূতি ৰূপত প্ৰকাশ

কৰিছে।

"নিন্দা বাদ পৈশুন্য হিংসা হৰি
তেৰি কৰহো হামো পাপী।।"

গতিকে দেখা নাপাওঁ জীৱৰ গতি কোনফালে মুখ থেকেচা খোৱা নাই। ইপিনে দিনে দিনে দেহা আধি-ব্যাধি ব্যাঘাত ঘটিবলৈ ধৰিছে —।

অথিৰ জীৱন ধন যৌৱন জায়া।
ভকতি বিৰোধী বিষয় সব কায়া।। (বৰগীত)
"মায়া ছোৰি ভকতি কৰো দায়া।
যাহা যাহা চৰণ তাহে শিৰো মেৰা।।"

জীৱৰ মোক্ষ সাধন একান্ত আৱশ্যক, নহ'লে জীৱৰ গতি পানীত হাঁহ নচৰা অবস্থা নহ'বনে? জীৱশ্ৰেষ্ঠ মানুহ জন্ম লভিলে ভগবানৰ কৃপাবলে আৰু অনন্ত পুণ্যফলে —।

মহাপুৰুষ মাধৱদেৱ ৰচিত এটি বৰগীতত মায়াৰ জাল তিনি প্ৰকাৰৰ ক্ৰমে সত্ব, ৰজ, তমঃ আৰু ছয় প্ৰকাৰৰ ৰিপু উল্লেখ কৰিছে। এইবিলাকে জীৱক কি নকৰিছে সুখ, দুখ, হাঁহি, কান্দোন আদি কৰাইছে। সুখৰ লগৰীয়া হ'ল দুখ।

মহাপুৰুষ গুৰুজনাই ভাবিছে দুখো কৰিছে। লগতে অল্পমতি জীৱক সাৱধানো কৰিছে —।

ভয়ো ভাই সাৱধান, যাৱে নাহি ছুটে প্ৰাণ।
গোবিন্দৰ যন্ত্ৰমান নিকতে মিলয় জাল।।
পুনশ্চঃ হৰি হৰি চৰণে উদ্ধাৰ কৰা মোক!
প্ৰাণ বন্ধু ইবাৰ নেৰিবা মোক।।
ভকতি মিনতি স্তুতি প্ৰণতি নজানো মই
দীনবন্ধু দামোদৰ এ'—
হৰি হৰি আবে মোৰ কেনে মতি হৌক।
প্ৰাণ বন্ধু মোৰ মন তোমাত ৰহোক হৰি এ'।
মনুষ্য যোনিৰ কৰ্ম্মে নিশেষ যোনিত ফুৰি। (ঘোষা)
দীনবন্ধু দামোদৰ এ'।
হৰি হৰি বাৰে বাৰে, ভুঞ্জিলো নাহি পাৰ
ইবেলি তোমাৰ দুই চৰণে শৰণ লৈলো,
দীনবন্ধু দামোদৰ এ'

হৰি হৰি নকৰিবা মোক পৰিহাৰ
প্ৰাণ বন্ধু চৰণে ৰাখিয়ো ইবাৰ হৰিএ'।
পুনু পুনু নৰ তনু লভিয়া তোমাক তেজি
দীনবন্ধু দামোদৰ এ',
হৰি হৰি সংসাৰত ভ্ৰমিলো অসংখ্যাত,
দীনবন্ধু কতবা কৰিলো আয়াঘাত
ইবেলি কৰুণাময় তোমাৰ কিংকৰ ভৈলো
দীনবন্ধু দামোদৰ এ',
হৰি হৰি ৰতি মোৰ ৰহোক তোমাত।।"

মনুষ্য জন্মৰ সীমা নাই বুলিয়ে জীবাত্মায়ে জৰ্জ্জৰিত হৈ খেদ কৰিছে। অত্যন্ত দুখ কৰি ভগবানৰ চৰণ কমলত পৰি প্ৰণিপাত জনাই শৰণ অৰ্চনা কৰিবলৈ ধৰিছে। প্ৰকৃত শৰণ এয়েই —।

"ভয় যেবে নোপেজে বৈৰাগ্য নোহে যেৰে।
বৈৰাগ্য নহ'লে নভজে হৰিৰ পাৰে।।"

বৈৰাগ্যনো কিঃ? কাম, ক্ৰোধ, দম্ভ, লোভ, ঐশ্চৰ্য্যৰ প্ৰতি মোহ আক্ৰোশ ইত্যাদি মায়াত জীৱ মজি থকা অৱস্থাৰপৰা বিৰাগভাৱ আনিব পাৰিলে জীৱই মুক্তি বা মোক্ষ লাভ কৰিব পাৰে, নহ'লে জন্ম মৃত্যুৰ হাত সাৰিবপৰা অসম্ভৱ। সংসাৰত জীৱই বাৰে বাৰে জনম লৈ দুখ যাতনা লভি আহিব, যাব। উপজি মৰিব যাতনা ভুঞ্জিব, জানি পুৰুষসকলে অনুভৱ কৰে।

মহাপুৰুষ মাধৱদেৱে ওপৰৰ ঘোষাটিত জীৱৰ প্ৰতি খেদ কৰি উপদেশ দি মুক্তিৰ সন্ধান দিছে। মাধৱদেৱে নামঘোষাটিত হৰি হৰি বুলি দ্বিৰোক্তিভাৱে প্ৰকাশ কৰিছে। মহাভাৰতৰ বন পৰ্ব্বত ৰাজৰ্ষি যুধিষ্ঠিৰে অশৰীৰী ধৰ্ম্মৰ বিষয়ে কৈছে।

ধৰ্ম্ম এব হতো দৃষ্টি ধৰ্ম্মো ৰক্ষাতি ৰক্ষিত ঃ
তসসাৎ ধৰ্ম্ম ন তৎজটি মানো ধৰ্ম্মো হতো হৰবৰীৎ

ধৰ্ম্ম নষ্ট হ'লে সেই নষ্ট ধৰ্ম্মই ধাৰ্ম্মিক ব্যক্তিকো নাশ কৰে। ধৰ্ম্ম যদি ৰক্ষিত হয়, সেই ধৰ্ম্মই ধাৰ্ম্মিকক ৰক্ষা কৰে। আন আন ব্যক্তি অন্তজ্যক পৰ্য্যন্ত ৰক্ষা কৰিব। সেয়েই ধৰ্ম্ম পৰিত্যাগ কৰাটো পূৰ্ব জন্মৰ কৰ্ম্ম দোষ, অৰ্থাৎ বাসনা। ধৰ্ম্মৰ সংজ্ঞাটো হ'ল সত্য, শৌচ, ক্ষমা, দয়া, উদাৰতা আৰু আত্মসংযম, ত্যাগ সহিষ্ণুতা, সৰলতা প্ৰাণীৰ প্ৰতি ক্ষমা কৰা, ক্ৰোধৰহিত, দ্বেষ্যভাৱ পৰিহাৰ কৰা

অন্যান্য তীৰ্থ ব্ৰত, শাস্ত্ৰ অধ্যয়ন নিত্য-নৈমিত্তিক কৰ্ম্মৰাজি ত্যাগ নকৰা। ঈশ্বৰৰ নাম-কীৰ্ত্তনৰ প্ৰতি আস্থা ৰক্ষা কৰা মানেই ধৰ্ম্ম বুলি কোৱা হয়।

যুগ ধৰ্ম্ম, জাতি ধৰ্ম্ম পৃথকভাৱে নামকৰণ বা আখ্যা দিয়া হয় যদিও বেদৰপৰাই সকলো ধৰ্ম্মৰ সাৰভূত। মনুষ্যসকলে ভাবে ধৰ্ম্মনো কি সেয়ে ধৰ্ম্মৰ বিষয়ে ওপৰত উল্লেখ কৰা কথাবিলাক ভক্তিৰ সোপান। ভক্তি নহ'লে জীৱৰ গতিও হ'ব নোৱাৰে। ভক্তিৰ লক্ষণৰ শাস্ত্ৰই ব্যক্ত কৰি কৈছে। তাকে চোৱা যাওক। ভগৱান শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ সময়ত উদ্ধৱক ৰহস্য ভক্তিৰ তত্বজ্ঞান দিওঁতে এনেদৰে উক্তি কৰিছে —।

সমস্ত ভূততে ব্যাপি আছো মই হৰি
সবাকো মানিবা বিষ্ণু বুদ্ধি কৰি।।
সমস্ত ভূতত বিষ্ণু বুদ্ধি নোহে যাৰ।
কায বাক্য মনে অভ্যাষিবা এহি ভাৱে।।
বিষ্ণু ময় দেখে যিটো সমস্ত জগতে।
জীৱন্ত মুকুত হোৱে অচিৰ কালতে।।

মূলত বুজিবলৈ প্ৰেম ভক্তি হ'ব লাগিবই। ভগৱানে নিজ মুখে মনুষ্যগণৰ প্ৰতি লক্ষ্য কৰি কোৱা হৈছে সমস্ত ভূততে মানে প্ৰাণী, সকলো জীৱতে ঈশ্বৰ ব্যাপি আছে। জুইশলা কাঠিত জুই আছে, শিলত আৰু কাঠতো জুই থকাতো সত্য। ভগবান যে জীৱৰাশিত অন্তৰ্নিহিত হৈ আছে, সত্য কথা বিশ্বাস উদ্ভৱ নহয়' সেয়ে ভগৱানে কৈছে, জীৱ মাত্ৰেই বিষ্ণুবোধ হ'বলৈ কৈছে, বিষ্ণুবোধ জীৱৰ প্ৰতি নহ'লে কায়বাক্যমনে অভ্যাষিকা এহি ভাৱে। বিষ্ণুময় দেখিলে তেওঁ জীৱন্তে মুকুট হ'ব পাৰে। উদ্ধৱ মহন্ত বুলিও কয়, মহাভকত বুলিও ক'ব পাৰি। কাৰণ প্ৰহ্লাদকো নৰসিংহৰূপী ভগৱানে কৈছিল তুমি মহাভক্ত হ'বা।

নৃসিংহে বোলন্ত হাসি শুনিয়ো প্ৰহ্লাদ।
দিবাক নালাগে তোক ইসব প্ৰসাদ।।
পৰম বৈষ্ণৱ তই পুত্ৰ ভৈলি ঘৰ।
একৈশ পুৰুষ তাৰ কৰিলি উদ্ধাৰ।।
যৈত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ।
কীট পতংগকো তথা কৰয় পবিত্ৰ।।
নৰকে প্ৰাণীক হিংসা নাহি একো স্পৃহা।
আমাত অৰ্পণ কৰে আপোনাৰ দেহা।।

ভকততো শ্রেষ্ঠ তই পাইলি বাঞ্চা সিদ্ধি।
কৰিও পিতৃৰ প্রেত কার্য্য যেন বিধি। (কীর্ত্তন)
নকৰে কামনা ভকতিক ত্যেজি আন।
তাকে বুলি ভগৱতী ভকতি প্রধান।।

গতিকে উদ্ধৱৰ ক্ষেত্রত একেটাই উক্তি কৰিছে। অৱস্থা ভেদে বা বয়সৰ অৱস্থা অনুসাৰে তাৰতম্য; প্রহ্লাদৰো বয়স বা অৱস্থা কি আছিল, অৱস্থা ভেদে বয়স অনুযায়ী ভক্তি দান কৰিলেও উদ্ধৱ প্রহ্লাদৰ মাজত যথেষ্ট জ্ঞান ভক্তি তাৰতম্য হ'ব পাৰে।

শ্রীশ্রীবদলা পদ্ম আতাৰ সম্পৰ্কত কেইটামান কথাহে লিখা হ'ল। কাৰণ আতাৰ মহাত্মাৰ বিষয়ত বহুজন বিজ্ঞ, ব্যক্তিৰপৰা প্ৰবন্ধ প্ৰকাশ পাব, আমি, মাত্র সংক্ষেপে কেইটিমান কথা লিখা হ'ল —

কিছু দিনান্তৰে, আলধৰা আতৈ, স্বপ্ন দেখিলন্ত পাছে।।
দুইজনা গুৰু, খাট লৈয়া আসে আতাক নিবাক লাগি।।
দেখি আতৈ বোলে, আমি সেবা ধৰো, এক বৰিষক লাগি।।
শ্রীশঙ্কৰ গুৰু, মাধৱ গুৰুক, বুলিলা বঢ়াৰপো দেখা।
গোবিন্দায়ে কেনে, কৰে কাৰুণাৰু, এক বৰিষৰ লেখা।।
পাছে আতৈ-জাগি, কি দেখিলো ভাবি, পুৰা সমস্ততে কৈলা।
ভক্তে বোলে আতৈ, মিছা নুহিবেক, স্বপ্নে যিপুনু ভৈলা।।
তোমোৰায়ে ভক্তি কৰি, শুধিবাহী, যি গুঢ় তত্ত্ব আছয়।
পূৰ্ব্বে উদ্ধৱত, অন্ত সময়ত কহিছা, ভক্তি নিশ্চয়।।
শুনি আতৈ আতি, ভকতি কৰিয়া, ধৰ্ম্ম প্ৰাৰ্থীবাক লৈলা।
তিনি নিশি পৰে, ভকতি প্ৰকাশি, আলধৰা আতৈত কৈলা।।

শ্রীশ্রীভৱকান্ত দেৱগোস্বামী সত্ৰাধিকাৰ

শ্রীশ্রীবদলা পদ্ম আতাৰ চৰিত্ৰৰপৰা দিয়া হ'ল (৯৪৬)

(প্ৰাৰ্থনা)

নমো নমো নাৰায়ণ নৰ ৰূপ বিৰঞ্জন
নমো আত্মানন্দ চিদানন্দ।
মোৰ মতা মধুকৰে সদায়ে কৰোক-পান
তযু পাদ পদ্ম মকৰন্দ।।

শ্রীশ্রীপাৰমাত্মৰ্পণমস্ত।।



# সত্ৰীয়া সদাচাৰ বিচাৰ প্ৰসঙ্গ

**শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী**

**সত্ৰাধিকাৰ, শ্ৰীশ্ৰীনতুন কমলাবাৰী সত্ৰ, মাজুলী**

ধৰ্ম্মৰ প্ৰধান অঙ্গ সদাচাৰ। মানুহৰ যেনেকৈ হস্ত, পদ, নাসিকা, কৰ্ণ, চক্ষু, মুখ আদি অঙ্গ-প্ৰত্যঙ্গ নহ'লে সৰ্বাঙ্গ সুন্দৰ নহয় বা অৱয়ৱ পূৰ্ণ নহয়, তেনেকৈ ধৰ্ম্মৰো সদাচাৰ প্ৰমুখ্যে অন্যান্য অঙ্গ পূৰ্ণ নহ'লে ধৰ্ম্ম সম্পূৰ্ণ বুলি ক'ব নোৱাৰি। অঙ্গ ক্ষুন্ন হ'লে মানুহ প্ৰায়েই বৰ্জিত হোৱাৰ দৰে ধৰ্ম্মৰো অঙ্গ ক্ষুন্ন হ'লে ধৰ্ম্ম পালন বৃথা। সদাচাৰ প্ৰধানকৈ দুবিধ। এবিধ আধ্যাত্মিক বা অন্তৰঙ্গ সদাচাৰ আৰু আনবিধ বাহ্যিক বা বহিৰঙ্গ সদাচাৰ। শঙ্কৰ-মাধৱ দুজনাগুৰুৱে অন্তৰঙ্গ সদাচাৰসমূহ লিখিতভাৱে থৈ গৈছে আৰু বহিৰঙ্গ সদাচাৰ নিজে পালন কৰি গৈছে। ইয়াকে কথিত আৰু পালিত সদাচাৰ হিচাপে থোৱতে ক'ব পাৰি। গীতা ভাগৱতাদি বৈষ্ণৱ শাস্ত্ৰসমূহত অন্তৰঙ্গ সদাচাৰত অধিক জোৰ দিয়া হৈছে আৰু পুৰাণ, স্মৃতি, সংহিতা আদি শাস্ত্ৰত বহিৰঙ্গ সদাচাৰত অধিক জোৰ দিয়া হৈছে। অৱশ্যে পিছৰটো সদাচাৰ আগৰটোতকৈ দুৰ্ব্বল। কাৰণ গীতা, ভাগৱত আদি বৈষ্ণৱ শাস্ত্ৰসমূহ আধ্যাত্মিক বা অন্তৰঙ্গ সদাচাৰ পূৰ্ণ হোৱা হেতুকে ইয়াৰ শ্ৰেষ্ঠত্ব সৰ্ব্বাধিক। বাকীবিলিৰ শ্ৰেষ্ঠত্ব দ্বিতীয় পৰ্য্যায়ত পৰে। যি কি নহওক, অন্তৰঙ্গ সদাচাৰ আৰু বহিৰঙ্গ সদাচাৰ সম্বন্ধে আমাৰ পৰ্য্যালোচনা আৰম্ভ কৰিম ইয়াৰ

ঠিক পিছতে। সম্প্ৰতি সদাচাৰ শব্দটোৰ বিচাৰ কৰা হওক। সদাচাৰ মানে সদ্+আ+চৰ্ +ঘঞ্ = সদাচাৰ। সদ মানে ভাল বা শুদ্ধ আচৰণ কৰাই সদাচাৰ। অন্যপ্ৰকাৰে সদ্ লোকে বা সাধু লোকে আচৰণ কৰি যোৱা কাৰ্য্যকে সদাচাৰ বোলে। সেই সম্পৰ্কে বিষ্ণুপুৰাণে কৈছে—

সাধবঃ ক্ষীণদোষাস্তু সচ্ছব্দঃ সাধুবাচকঃ।

তেষামাচৰণং যত্ত সদাচাৰঃ স উচ্যতে।। বিষ্ণুপুৰাণ ৩।১১।৩

অৰ্থাৎ—সৎ শব্দৰ অৰ্থ সাধু। যিঁসকল দোষশূন্য , তেওঁলোককে সাধু বুলি কয়। সেই সাধুসকলৰ যি আচাৰ, তাকে সদাচাৰ বুলি কয়।

**১) সত্ৰত বাহ্য শৌচ ব্যৱস্থা নিৰ্ণয় ঃ**

প্ৰাতঃ শয্যা ত্যাগ কৰাৰ পূৰ্ব্বতে প্ৰাতঃ প্ৰাৰ্থনা, দন্তধাৱন, শৌচাচাৰ (মলত্যাগ), স্নান, গুৰুসেৱা, ভোজন, শয়ন এইকেইটিয়েই দৈনন্দিন বাহ্য শৌচ হোৱাৰ ব্যৱস্থা সত্ৰত আছে। বাল্যাৱস্থাৰপৰা আৰম্ভ কৰি যথেষ্ট বয়সলৈ ইয়াৰ শিক্ষা চলি থাকে। প্ৰাতঃ কালত শয্যা ত্যাগ কৰাৰ পূৰ্ব্বতে ভকতসকলে ভগৱৎ প্ৰীত্যৰ্থে প্ৰাতঃ প্ৰাৰ্থনা কৰিব লাগে। মহাপুৰুষৰ নাম-ঘোষাৰপৰা নিম্নস্থানত উদ্ধৃতি কৰা ঘোষাটিৰে প্ৰাৰ্থনা জনোৱা হয়, যেনে—

ব্ৰহ্মা আদি কৰি জীৱ যত　　　ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া শয্যামাজে আছন্ত ঘুমটি যায়।
তুমিসে চৈতন্য সনাতন　　　ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই।।

শাস্ত্ৰান্তৰত পোৱা যায় ঃ—

প্ৰাতঃ প্ৰভৃতি সায়ান্তং সায়াদি প্ৰাতৰন্ততঃ।
যৎ কৰোমি জগত্যৰ্থে তদস্তু তব পূজনম্।।

অৰ্থাৎ—পুৱাৰেপৰা আৰম্ভ কৰি সন্ধ্যা পৰ্য্যন্ত আৰু সন্ধ্যাৰেপৰা আৰম্ভ কৰি পুৱালৈকে যি কৰোঁ সেয়া যেন তোমাৰ পূজাস্বৰূপ হয়।

এনেকৈ ভগৱৎ চিন্তা কৰাৰ পিছত শয্যা ত্যাগ কৰিব আৰু ভালকৈ মুখ প্ৰক্ষালন কৰাৰ লগে লগে কিছু সময় পদচালনা কৰিব লাগে। ব্ৰাহ্মমুহূৰ্ত্তে শয্যা ত্যাগ কৰিব পাৰিলে অতি ভাল। কাৰণ ভেদিয়া আকাশৰ ওপৰভাগৰ পৰা মন্দ গতিৰে মলয়া বতাহ নামি আহে। মলয়া বতাহ স্বাস্থ্যৰ বাবে উপকাৰী। ইয়াক সেৱন কৰিব পাৰিলে দিনটোৰ বাবে মন প্ৰফুল্লিত হৈ থাকে। কিছুকাল জিৰণি লোৱাৰ পিছত দন্তধাৱন কাৰ্য্য কৰিব লাগে। দন্তধাৱন কৰোঁতে নীৰৱে

স্থিৰভাৱে কৰিব লাগে। কোনো কোনো মুনিৰ মতে শৌচাচাৰ (মলত্যাগ) কৰাৰ পিছতহে দন্তধাৱন কৰা উচিত। কিন্তু কথা হ'ল যদি শয্যা ত্যাগ কৰাৰ পিছতে শৌচাচাৰ কৰিব লগা হয়, তেতিয়া শৌচান্তৰ পিছত দন্তধাৱন কৰাটো বাধ্যতামূলক হৈ পৰে। সেয়ে সত্ৰীয়া নিয়মত ইয়াৰ ব্যৱধান হ'বগে।

২) দন্তধাৱন বিধি ঃ

দন্তধাৱন বিধি বাহ্য শৌচৰ অন্তৰ্গত। দন্তধাৱন নকৰিলে দাঁতৰ গুৰিত আৰু ভিতৰ ভাগত মলি বদ্ধ হয়। ইয়াৰ পৰিণামে দন্তৰোগ আৰু তজ্জাতীয় অন্যান্য ৰোগেও দেখা দিয়ে. দাঁত ভালে নাথাকিলে যকৃতত প্ৰতিক্ৰিয়া হয়। হজম শক্তি কমি যায়, পেটৰ অসুখ হয়। দাঁতৰ লগত মূৰ আৰু চকুৰ নিকট সম্বন্ধ। দাঁতৰ অসুখত মূৰৰ আৰু চকুৰো অসুখ হোৱাৰ সম্ভাৱনা আছে। তেতিয়া সমস্ত ইন্দ্ৰিয় শক্তি দুৰ্ব্বল হয় আৰু অল্পবয়সতে বাৰ্দ্ধক্যই দেখা দিয়ে। গতিকে দন্তধাৱন অতীব প্ৰয়োজন। আমাৰ দেহৰ প্ৰধান মলদ্বাৰ হ'ল গুহ্য আৰু মুখ। উক্ত দুই প্ৰধান স্থান পৰিষ্কাৰ নহ'লে ব্যাধি সমাগম অৱশ্যম্ভাৱী। যোগ শাস্ত্ৰমতে দাঁতৰ ওপৰত এবিধ শুভ্ৰ প্ৰলেপ আছে। দন্তধাৱন কৰোঁতে তাত বেছি জোৰ পৰিলে অৰ্থাৎ বেছি জোৰ দি ঘঁহিলে দাঁতৰ উক্ত প্ৰলেপ নষ্ট হয় বা এবাই যায়। তেতিয়া দাঁতৰ বাবে ক্ষতিকাৰক হয়, বুদ্ধি-বৃত্তিৰ দুৰ্ব্বলতা আহে, মূৰৰ ব্যাধিও হ'ব পাৰে। গতিকে দাঁত ৰক্ষাৰ বাবে যোগশাস্ত্ৰমত অৱলম্বন কৰা উচিত। দন্তধাৱন কৰাৰ পূৰ্ব্বতে শুই উঠি চকু ধুই পবিত্ৰ সমাহিতভাৱে মন্ত্ৰোচ্চাৰণ কৰি দন্তধাৱন কৰিব লাগে।

৩) তৈলমৰ্দ্দন বিধি ঃ

বাহ্য শৌচৰ ভিতৰত তৈলমৰ্দ্দনো অন্যতম্। প্ৰাতঃ স্নানত, ব্ৰতত, শ্ৰাদ্ধৰ দিনা, দ্বাদশী তিথিত, গ্ৰহণৰ দিনা তিলৰ তেল ব্যৱহাৰ নিষিদ্ধ। সৰিয়হৰ তেল সদায় ব্যৱহাৰ কৰিব পাৰে। প্ৰাতঃ কালত তৈলমৰ্দ্দন নকৰাই ভাল। মধ্যাহ্নত কৰিব পাৰে। ইয়াত তৈল অৰ্থে তিলৰ তেলৰ কথাহে কোৱা হৈছে। সৰিয়হৰ তেল যেতিয়া প্ৰত্যহ ব্যৱহাৰ কৰিব পাৰে, তেতিয়া হ'লে তাৰ বিধি এনেদৰে। প্ৰাকস্নানতে তেল অলপ হাতত লৈ আঙুলিৰ আগেৰে তিনিবাৰ তেল মাটিলৈ পেলাই প্ৰথমে দুয়োভৰিৰ বুঢ়া আঙুলিত তেল দিব আৰু পিছত নাভিত, কাণত, নাকত দি ভৰিৰ কালৰপৰা তেল ঘঁহা আৰম্ভ কৰিব। এনে কৰিলে ভৰিত দিয়াত চকুৰ কাৰণে, কাণত দিলে কাণৰ কাৰণে, নাকত আৰু নাভিত দিলে শৰীৰৰ অন্যান্য অংগৰ কাৰণে ভাল। তৈলমৰ্দ্দন কৰিলে শৰীৰৰ চৰ্ম্মৰোগ আদি নিৰ্ম্মূল

কৰে। শৰীৰৰ বিভিন্ন ৰন্ধ্ৰইদি প্ৰৱেশ কৰি দূষিত বায়ু চলাচলত বাধা দিয়ে। চৰ্ম্ম শিথিল কৰে। অন্যান্য চৰ্ম্মৰোগ আৰু তজ্জাতীয় ৰোগৰ বাবেও প্ৰশস্ত। সত্ৰত তৈলমৰ্দ্দন বিধি আছে।

৪) শৌচাচাৰ বিধি ঃ

সত্ৰত মলত্যাগ কৰাকে শৌচ কৰা, গা শুদ্ধি হোৱা বুলিহে কয়। বিভিন্ন পুথি শাস্ত্ৰত ইয়াৰ বিষয়ে বিধিবদ্ধ প্ৰণালী আছে। শাস্ত্ৰসমূহতো মলত্যাগ, শৌচ, পুৰীষোৎসৰ্গ আদি বিভিন্ন নাম দিয়া হৈছে। সত্ৰীয়া ভাষাত গা শুদ্ধি বোলাই সৰ্ব্বাধিক। কাৰণ ইও এবিধ শুদ্ধি বা পবিত্ৰতা। শৰীৰৰ ভিতৰত বন্ধ হৈ থকা খাদ্যাৱশিষ্ট আবৰ্জ্জনাবোৰ দূৰ কৰিব নোৱাৰা পৰ্য্যন্ত শৰীৰ অপবিত্ৰ হৈ থাকে । যেতিয়া ইয়াক বাহিৰ কৰা হয়, তেতিয়াহে শৰীৰ পবিত্ৰ হয় আৰু মনলৈ শুদ্ধ ভাব আহে। কিন্তু কথা হ'ল গা শুদ্ধি হ'লেই যে স্নানৰ অপ্ৰয়োজন সেই কথা ভুল। শৌচ কৰিলে শৰীৰ শুদ্ধি হ'লেও আন এটা অপবিত্ৰই শৰীৰত স্পৰ্শ কৰে। আমাৰ শৰীৰত সহস্ৰাধিক ৰন্ধ্ৰ আছে। শৌচ কৰোঁতে (পৱিত্ৰ হওঁতে) সেই ৰন্ধ্ৰবিলাকেদি শীতকাল আৰু গ্ৰীষ্মকাল দুয়োটা কালতে ঘৰ্ম্ম বাজ হয়। শৌচ কৰাৰ লগে লগে সেই ঘৰ্ম্মবিলাক দূৰ কৰাৰ কাৰণে স্নানৰ প্ৰয়োজন। স্নান নহ'লে ঘৰ্ম্মবোৰ তাতেমাৰ যায় আৰু তৎপৰিমাণে চৰ্ম্মৰোগ হোৱাৰ ভয় থাকে। আজিকালি বহুতেই পুৱা শৌচান্তে স্নান কৰিলেও বিয়লি শৌচান্তে প্ৰায়েই স্নান কৰা দেখা নাযায়। নগৰ-চহৰত এই নিয়মমতেই চলে। কোনোৱে শীতৰ প্ৰকোপত স্নানত অবহেলা কৰি নিজৰ শৰীৰলৈ ৰোগ মাতি আনে। এনেকুৱা কুনীতি এৰা উচিত। কোনোৱে যদি পুৱা শৌচান্তে বিনা স্নানে আহাৰ গ্ৰহণ কৰে সিও এটি মাৰাত্মক কথা। বিনা স্নানে, বিনা মন্ত্ৰ জপে আহাৰ গ্ৰহণ কৰাটো অত্যন্ত দোষণীয়। এই অধ্যায়তে ইয়াৰ বিতং বিৱৰণ দিয়া হ'ব। আমাৰ কথা যদি কোনোৱে মানি চলিব নোখোজে, গৱেষক, ঋষি-মুনিসকলৰ দ্বাৰা ৰচিত স্মৃতি সংহিতা, যোগ শাস্ত্ৰাদি অধ্যয়ন কৰা উচিত।

শৌচাচাৰ কৰিবলৈ হ'লে নিজৰ বহাৰ (ঘৰৰ) পৰা ভালেখিনি দূৰত্বত শৌচাগাৰ নিৰ্ম্মাণ কৰি ল'ব লাগে। এটা জল পাত্ৰও ৰাখিব লাগে। শৌচ, প্ৰস্ৰাৱ কৰোঁতে যিমান দূৰৰপৰা যায় আৱৰণ দি ভদ্ৰতা ৰক্ষা কৰি চলা উচিত। এনে নিয়মত চলিলে স্বাস্থ্যৰক্ষাত সহায় হয়, কায়মন নিৰ্ম্মল থাকে, সাধনাত সহায় কৰে।

শৌচ কৰিব লাগিলে বা প্ৰস্ৰাৱ কৰিব লাগিলে তাক বন্ধ কৰি ৰখাটো

অনুচিত। তাৰ বিপৰীতে দুৰাৰোগ্যই দেখা দিয়ে। সেই সম্বন্ধে বৈদ্যশাস্ত্ৰই কয়—

অত্যম্বুপানাৎ বিষমাশনাচ্চ
সংধাৰণাৎ মূত্ৰ পুৰীষয়োশ্চ
দিবাশয়াৎ জাগৰনাচ্চ ৰাত্ৰৌ
ষড়্ভিঃ প্ৰকাৰৈঃ প্ৰবিশ্যান্তিৰোগাঃ

অৰ্থাৎ বেছি পানী খোৱা , জোৰতকৈ বেছি অন্ন ভোজন কৰা, প্ৰস্ৰাৱ, শৌচ ধাৰণ কৰি ৰখা, দিনত শোৱা আৰু ৰাতি উজাগৰে থকা এই ছটা প্ৰকাৰে ৰোগ প্ৰৱেশ কৰাত সহায় কৰে।

শৰীৰৰ প্ৰধান মলদ্বাৰ মুখ আৰু গুহ্য হ'লেও মূত্ৰদ্বাৰকে তৃতীয় স্থানত ৰাখিব পাৰি। শৰীৰৰপৰা ওলোৱা আবৰ্জনাবোৰৰ ভিতৰত মূত্ৰও অন্যতম। সেইবাবে শৌচ-প্ৰস্ৰাৱ ঘৰৰপৰা দূৰৈত কৰিব লাগে। জলপূৰ্ণ পাত্ৰ হাতত লৈ শৌচাগাৰত প্ৰৱেশ কৰি প্ৰথমে নিৰ্দ্দিষ্ট মন্ত্ৰ উচ্চাৰণ পূৰ্ব্বক (মন্ত্ৰৰ উল্লেখ ইয়াত কৰা নহয়) মল গৰ্ত্তত কুটা বা গছৰ পাত দি তাৰ ওপৰত শৌচ কৰা কৰ্ত্তব্য।

**৫) স্নান বিধি ঃ**

ভাৰতীয় বৈষ্ণৱ মাত্ৰেই স্নান বিধি পালনীয়। অসমৰ দুজনা প্ৰধান মহাপুৰুষেও স্নানৰ কৰ্ত্তব্য সম্পৰ্কে আদৰ্শ দেখুৱাই গৈছে। ভাৰতবৰ্ষ এখন গ্ৰীষ্মপ্ৰধান দেশ। সেইবাবে স্নান কৰা কৰ্ত্তব্য। গ্ৰীষ্মপ্ৰধান দেশত শীতৰ প্ৰকোপ কিছু পৰিমাণে হ্ৰাস হোৱাৰ কাৰণে শীতল জলত স্নান পান আচমন কৰিলে শাৰীৰিক কোনো ক্ষতি নহয় বৰঞ্চ অস্নানতহে দোষ থাকে। শীতপ্ৰধান দেশত স্নান কৰিলেহে দোষ হয়। নীতি পালন শৰীৰ সুস্থ থাকিলেহে বা সুস্থ ৰাখিব পাৰিলেহে হয়, তদভাৱে বৃথা। সমস্ত ভাল মন্দ কৰ্ম্ম শৰীৰৰ ওপৰতে। সেইবাবে স্বাস্থ্যৰক্ষা কৰিহে কৰ্ম্ম কৰা উচিত। শীতপ্ৰধান দেশত স্নান কৰিলে শীতৰ প্ৰাবল্যই মৰণমুখী কৰিব। সেয়ে তাৰবাবে পৃথক বিধান প্ৰস্তুত আছে। ভাৰতৰ গৱেষক ঋষি-মুনিসকলে এই দেশৰ বাবে সকলো প্ৰকাৰে সুজাকৈ বিবিধ নিয়ম-নীতি প্ৰবৰ্ত্তনৰ দিহা দি গৈছে। দেশ, কাল, পাত্ৰভেদে নীতি-নিয়মৰো ভেদ আছে। উক্ত ভেদসমূহৰ প্ৰবচনবোৰ ভেৰাসৰে স্মৃতি, সংহিতা, পুৰাণ আদিত ব্যক্ত কৰি গৈছে। আচাৰসমূহ যাতে সৎ হয় তাৰবাবে সতৰ্ক কৰি দিছে। স্নান, পান আদি যিবিলাক সদাচাৰযোগ্য কৰ্ম্ম আছে, সেইবিলাক যাতে পৱিত্ৰ, বিজ্ঞানসম্মত, সংস্কাৰযুক্ত হয় আৰু দৈহিক সুৰক্ষাৰ সুগম উপায় থাকে, তালৈ ভেৰ্ত্তলোকে দৃষ্টি ৰাখিছে। যি কি নহওক, স্নানৰ কৰ্ত্তব্য, তাৰ পালনীয় দিহাবোৰ ইয়াত

থূলমূলভাৱে কিয়দংশ উদ্ধৃত কৰা হৈছে মাত্ৰ। স্নানৰ কৰ্ত্তব্য সম্পৰ্কে প্ৰথমে বাধূল স্মৃতিয়ে এনেকৈ কৈছে—

স্নানমূলাঃ ক্ৰিয়াঃ সৰ্ব্বাঃ সন্ধ্যোপাসনমেব চ ।

স্নানাচাৰ বিহীনস্য সৰ্ব্বাঃ স্যুৰ্নিষ্ফলাঃ ক্ৰিয়াঃ।। বাধূল স্মৃতি — ৬৯

অৰ্থাৎ — সকলো ক্ৰিয়াই স্নানমূল অৰ্থাৎ স্নানৰ পিছত ক্ৰিয়া কৰা হয় সন্ধ্যা উপাসনাও স্নানৰ পিছতহে কৰা হয়। গতিকে স্নানাচাৰহীন ব্যক্তিৰ সকলো ক্ৰিয়াই নিষ্ফল।

৬) গুৰুসেৱা বিধি ঃ

স্নান বিধি সমাপন কৰি গাত কাপোৰ আৰু গামোচা লৈ ঈশ্বৰৰ সেৱা পূজা কৰিবৰ কাৰণে প্ৰস্তুত কৰিব লাগে। একমাত্ৰ বস্ত্ৰেৰে দেবাৰ্চ্চন কৰাটো দোষণীয় বুলি শাস্ত্ৰই কৈছে । যেনে "একবস্ত্ৰো ন ভুঞ্জীত ন কুৰ্য্যাৎ দেৱতাৰ্চ্চনম" অৰ্থাৎ এখন বস্ত্ৰেৰে ভোজন আৰু দেৱতাৰ্চ্চন কৰিব নালাগে।

ভগৱৎ পূজাৰ আগতে কিছুমান নীতি পালন কৰি ল'ব লাগে। বিশেষকৈ জীৱাত্মাক পৰমাত্মাক অৰ্পণ আৰু শৰীৰ পৱিত্ৰ কৰি লোৱা উচিত। প্ৰথমে বন্তি প্ৰজ্বলন কৰি, কঠ পাৰি, তিনিখনীয়া বস্ত্ৰ লৈ বহিব লাগে। ভাগৱতৰ মতে পূৰ্ব্বাভিমুখ বা উত্তৰাভিমুখে ভগবদাৰাধনা কৰিব লাগে।

গুৰুসেৱা বা ভগৱদৰ্চ্চনা কৰোঁতে চুলি মেলি ৰাখিব নেপায়। মুক্ত কেশেৰে গমন, ভোজন, শয়ন, পূজন আদি কাৰ্য্য কৰা দোষণীয়।

৭) ভোজন বিধি ঃ

পূজাবিধি আৰু গুৰুসেৱা (সত্ৰীয়া ভাষাত গুৰুসেৱা বোলে) সমাপন হোৱাৰ পিছত আতাৰ গৃহ, গুৰু গৃহ, কীৰ্ত্তন ঘৰত সেৱা কৰি আহি ভোজন বিধি বা ভোজন কাৰ্য্যত ধৰা হয়। কোমল চাউল, দৈ, এঁৰা গাখীৰ আৰু গুড় বা চেনিৰে সৈতে জলপান খোৱা হয়। কোমল চাউল, দৈ গাখীৰ আৰু গুড় মিশ্ৰণত এটি বিশিষ্ট খাদ্য তৈয়াৰ হয়। ইয়াক থোৰতে "জলপান" বুলি কয়। কমলাবাৰী সত্ৰ এই জলপানৰ কাৰণে বিখ্যাত। জলপানত ম'হৰ দৈ প্ৰশস্ত। ই মানুহৰ স্বাস্থ্যকৰ নহ'লেও যাৰ ৰক্তচাপ ব্যাধি আছে, তাৰ কাৰণে ই শুভফলদায়ক। যোগ শাস্ত্ৰমতে গাভী দুগ্ধ বা গৰু গাখীৰ স্বাস্থ্যকৰ।

৮) গমন বিধি ঃ

সত্ৰীয়া সদাচাৰ নীতিৰ ভিতৰত গমনাবিধিও অন্যতম । স্নান, পূজন, ভোজনত যেনেকৈ গুৰুত্ব আছে, তেনেকৈ গমনতো আছে ভোজনৰ পিছত

কিছুকাল উপবেশন কৰি পৰস্পৰে পৰস্পৰৰ বহালে যোৱাটো সত্ৰীয়া নীতি। ইয়াৰ দ্বাৰা প্ৰীতিৰ বান্ধোন কটকটীয়া হয়। এজন বৃদ্ধ বা মান্যৱন্ত ব্যক্তি ওচৰেদি গ'লে ইতৰসকল বা অন্যসকল কঠৰপৰা বা পীৰাৰপৰা নামি তেখেতক মান্য কৰা হয় বা কৰা উচিত। দুজন ব্যক্তি মুখামুখিকৈ বহি কথা পাতি থাকিলে অনিবাৰ্য্য কাৰণত মাজেদি যাব লগা হ'লে হাত দুখন চপৰাই নম্ৰভাৱে যাব লাগে। ইয়ো এটি শিষ্টাচাৰ। সত্ৰাধিকাৰগৰাকী বিশেষ প্ৰয়োজনবোধেহে ভকতৰ ঘৰলৈ যায়। ভকতৰ নবিয়া হ'লে নিমন্ত্ৰণ জনালে বা নাম পাতিলে সত্ৰাধিকাৰগৰাকী যোৱাটো নিশ্চিত। সত্ৰীয়া নীতিত জনসাধাৰণৰ বা ভকতৰ ছায়া অতিক্ৰম কৰা বা গচকি যোৱাটো শাস্ত্ৰ নীতিবিৰুদ্ধ কথা

৯) উপবেশন বিধি ঃ

সত্ৰীয়া উপবেশন বিধি আনতকৈ কিছু বেলেগ সত্ৰৰ ভিতৰত উচ্চাসনত তজ্জাতীয় আসনত উপবেশন কৰাটো নিষিদ্ধ। কীৰ্ত্তনঘৰৰ ভিতৰত উচ্চাসনত উপবেশন কৰাটো বিষ্ণুৰ বত্ৰিশ অপৰাধৰ ভিতৰত পৰে। উচ্চাসন বুলিলে আজিকালিৰ চকী, ডেস্ক্ বেঞ্চ আদিকো বুজাব। সত্ৰৰ উচ্চাসন হ'ল বৰপীৰা, ওখ চাং আদি। কীৰ্ত্তনঘৰৰ কথা বাদেই সত্ৰৰ ভকতে নিজৰ বহাৰ আগফালে পীৰাটো উপবেশন নকৰে। এনে কৰাটো দোষণীয় বুলি ভকতসকলে বিশ্বাস কৰি আহিছে। অৱশ্যে সত্ৰাধিকাৰে নিজৰ বহাত বৰপীৰাত উপবেশন কৰে। সত্ৰাধিকাৰৰ বাবে এই নিয়ম মুকলি কৰি ৰখা হৈছে। কীৰ্ত্তনঘৰলৈ, মান্যৱন্তজনলৈ (উপবেশন কৰি থাকোঁতে) ভৰি মেলি থকাটো দোষণীয়। মান্যৱন্তজনৰ ওচৰত কঠত নবহা, দেখিলে কঠৰপৰা নমাটো শিষ্টাচাৰ। মান্যৱন্তক মান কৰাটো আৰু তেওঁৰ বাক্য পালন কৰাটো শাস্ত্ৰসম্মত।

১০) বচন বিধি ঃ

সত্ৰীয়া সদাচাৰত বিশিষ্ট বাক্যবচনো অন্যতম। প্ৰসিদ্ধ বৈষ্ণৱ শাস্ত্ৰসমূহত সদায় শিষ্টাচাৰ বাক্য প্ৰয়োগ কৰিবলৈ কোৱা হৈছে। মহাভাৰতৰ আশ্বমেধিক পৰ্বত উল্লিখিত পঞ্চবিধ শৌচৰ ভিতৰত "বাকশৌচ"ও অন্যতম। পবিত্ৰ বাণী বা পবিত্ৰ বাক্যই অন্তৰো পবিত্ৰ কৰে। মুখেৰে বিকোনো বাক্য উচ্চাৰণ কৰিলে বা জধে-মধে কিছুমান অসঙ্গত বাক্য প্ৰয়োগ কৰি থাকিলে মানুহৰ অন্তৰ কলুষিত হয়। সেইকাৰণেই পূৰ্ব্বকালৰ প্ৰসিদ্ধ মুনিসকলে বাক্ সংযম কৰিছিল অৰ্থাৎ কম কথা কৈছিল। বাক্ সংযম কৰিব পাৰিলে মানুহ বাক্‌সিদ্ধ হয়। বাক্যৰ দ্বাৰাই ভগৱৎ বৈকুণ্ঠ লাভ আৰু বাক্যৰ দ্বাৰাই নৰক ভোগ হয়। বাক্যৰ দ্বাৰা নানা

যোনিভ্ৰমণ, সুবাসনা, দুৰ্ব্বাসনা ঘটে। সেইবাবে সৎ শাস্ত্ৰালাপ, সৎ প্ৰবচন বা শিষ্টাচাৰ বাক্য প্ৰয়োগকৰণ সমুচিত। গুৰুজনে কৈছে—

হৰি কথা অমৃতৰ সম্যক আলাপ ৰসে
যিটোদিন হোৱয় বিহীন।
সেহিসে দিনক ভাই দুৰ্দ্দিন বুলিয়া মানি
মেঘাচ্ছন্ন নোহয় দুৰ্দ্দিন।। (নামঘোষা)

শঙ্কৰগুৰুৱে কৈছে—

কৃষ্ণ কথা এৰি সাতে পাঞ্চে বেঢ়ি
আন কথা কৈ থাকে।
অমৃতক তেজি যেন বিষ্ঠা ভুঞ্জে
গৰু শুকৰৰ জাকে।। (কীৰ্ত্তন)

আৰৌ — কুকথায়ে হৰে সমস্ত পুণ্য
বৈকুণ্ঠে নযায় যিটো ভাগ্য শূন্য।।
তমো নৰকে হোৱে চিৰবাস।
আপুনি চিন্তে আপোনাৰ নাশ।। (কীৰ্ত্তন)

শয়নে, ভোজনে, গমনে, বচনে সৰ্বদা হৰিনামোচ্চৰণ কৰিবলৈ কোৱা হৈছে "শয়নে, ভোজনে সদা হৰি বোলা এৰিয়া আন আক্ৰোশ" ইত্যাদি। নানা বৈষয়িক জঞ্জালৰ মাজত থাকিও যিজনে হৰিনাম মুখৰপৰা নেৰে, সেইজনেই প্ৰকৃত ভক্ত বা বৈষ্ণৱ। হৰিনাম এৰিলে পাতকে আহি বেঢ়ি ধৰাৰ ভয়ত ভক্তই সেইকাৰণেই —নাম নেৰে। বাক্য সংকাৰ, প্ৰীতিসম্ভাষণ আদি যি কৰে তেওঁৰ ওচৰত ভগৱান সদায় আছে। উচ্চলোকত ভক্তি, সমানত মৈত্ৰী, হীনত স্নেহ কৰাৰ নাম সংকাৰ। গ্ৰাম্য কথা বিনাশন উত্তম শ্লোকৰ গুণসমূহ ব্যাখ্যাত সাধুৰ সঙ্গ লাভ আৰু তেওঁত কৰা প্ৰীতি-সম্ভাষণেই ভগৱৎ সংকাৰ। সত্য কথন, অসত্য বৰ্জন, অপ্ৰিয় ভাষণ ত্যাগ আদি সাধুতাৰ লক্ষণ। (বিষ্ণুপুৰাণ)

কেতিয়াও কাৰো বস্তু হৰণ নকৰিব, কাকো অল্পমাত্ৰও অপ্ৰিয় কথা নক'ব, মিছা বাক্য নক'ব আৰু আনৰ দোষ বৰ্ণনা নকৰিব। (মনুসংহিতা)

প্ৰিয় অথচ সত্য ক'বা, অপ্ৰিয় সত্য নক'বা, অসত্য প্ৰিয়ও নক'বা, এয়াই সনাতন ধৰ্ম্মৰ লক্ষণ। অভদ্ৰ স্থলত ভদ্ৰবাক্য প্ৰয়োগ কৰিবা, অথবা সকলোৰে প্ৰতি ভদ্ৰোচিত মাঙ্গলিক বচন বুলিবা, কাৰো সৈতে নিষ্প্ৰয়োজনত শত্ৰুতা বা বিবাদ নকৰিবা।।

এনেকৈয়ে বচন বিধি বা শিষ্টাচাৰ বাক্যৰ বিৱৰণ প্ৰসিদ্ধ শাস্ত্ৰসমূহত পোৱা যায়। সত্ৰীয়া নীতিত শাস্ত্ৰীয় নীতিৰ উপৰিও বহুতো বাক্য বচন আছে যাক 'সত্ৰীয়া ভাষা' বুলি কোৱা হয়। সত্ৰীয়া ভাষাত কিছুমান দুজ্ঞাগুৰু ৰচিত শাস্ত্ৰসমূহৰ শিষ্টাচাৰ বচন পোৱা যায়। উদাহৰণ স্বৰূপে সত্ৰত ব্যৱহৃত কিছুমান শব্দ বা বাক্য আছে । সেইবোৰ হ'ল "তোমোৰা চাউল সিজোৱা ধৰা গ'লনে?" ,"তোমোৰা কোনফালে যোৱা যায়?", "তোমোৰাসৱে আমাৰ দোষদায় মাৰ্জনা কৰা যাওক," "এতিয়া যোৱা যাওক," "এয়া চাউল সিজোৱা ভোজন কৰা যাওক", "তোমৰানো ক'ৰপৰা অহা হৈছে", "এই ভাগি ধৰা হওক", "অহা যাওক" "যোৱা যাওক", "খোৱা যাওক", ইত্যাদি বহুতো সত্ৰত ব্যৱহৃত সত্ৰীয়া বাক্য এতিয়াও বৰ্ত্তি আছে। এইখিনি আধুনিক নামকৰণৰমতে সিদ্ধ নহয় যাতে সত্ৰীয়া নিজস্ব ভাষাত আৰ্য্য প্ৰয়োগৰ দৰে বিশুদ্ধ। বহুতে "তোমোৰা" শব্দটোক বঙ্গভাষাৰ অপভ্ৰংশ শব্দ বুলি ক'ব খোজে কিন্তু বহুতেই নাজানে যে ভাষা জননীৰ দুগৰাকী কন্যাৰ ভিতৰত অসমীয়া ভাষাই বঙ্গভাষাৰ বায়েক। অসমীয়াৰ প্ৰাচীনতম ভাষাত "তোমৰা" শব্দটো আছিল। তাৰেই নাতি-পুতি "তুমি" শব্দ। সত্ৰৰ বাদে অসমৰ বাকী অঞ্চলত উক্ত "তোমৰা" শব্দটো ব্যৱহাৰ হোৱা দেখা নাযায়। বিশেষকৈ উজনি খণ্ডত কমলাবাৰী সত্ৰত আৰু তৎসজ্ঞাৰ সত্ৰসমূহত, নামনি খণ্ডত বৰপেটা প্ৰমুখ তৎসজ্ঞাৰ সত্ৰসমূহত "তোমৰা" শব্দটোৰ প্ৰচুৰ প্ৰচলন আছে। বাকী সত্ৰবোৰত নাই। "তোমৰা" শব্দৰ ব্যৱহাৰ গুৰুসুজনাই শাস্ত্ৰসমূহত সুন্দৰকৈ কৰিছে যেনে—

তোমৰা নৰনাৰায়ণ দুই।
ভৈলা অৱতাৰ মনুষ্য হুই।। (কীৰ্ত্তন)

আৰৌ —তোমৰাসৱে মোৰ অৰ্থে আতি।
এৰিলা বেদ ধৰ্ম্ম যত জাতি।। (কীৰ্ত্তন)

উক্ত 'তোমৰা' শব্দটো একবচন বা দ্বিবচনৰ আৰু "তোমৰাসৱে" টো বহুবচনত হৈছে। "তোমৰা" শব্দটো মান্যাৰ্থত আৰু কেতিয়াবা মধ্যমপুৰুষত (তুমি, তোমালোক আদিত) সময় বিশেষে ব্যৱহৃত হৈছে। সত্ৰত উক্ত শব্দটো মান্যাৰ্থতহে ব্যৱহৃত হয়। কিন্তু সত্ৰাধিকাৰক 'তোমৰা' বুলি নকয়, আপুনি বুলিহে কয়। বাকীসকলতহে উক্ত শব্দটো ব্যৱহাৰ কৰে। উক্তমান বিশিষ্ট ভকতক নাম ধৰি নামাতে। শিষ্টাচাৰ ৰক্ষা কৰাটো সত্ৰীয়া সদাচাৰত এটি বাধ্যতামূলক নীতি। কিন্তু কেতিয়াবা দৈৱাক্ৰমে কোনো কোনো ভকতৰ মাজত বিবাদ হ'লে বা গালি-

গালাজ হ'লে পৰস্পৰে সত্ৰীয়া নীতিমতে দণ্ড জৰিমনা দিব লগাৰ উপৰিও অনুতাপ প্ৰায়শ্চিত্ত আৰু ভাত লঘোন দিব লগা হয়। খং উঠিলে, দুজনা গুৰুৱে স্নান কৰিহে শুদ্ধ হৈছিল। লঘোন দিবলৈ হ'লে তিনি পৰৰ প্ৰসঙ্গৰ পিছতহে কীৰ্ত্তন ঘৰ, আতাৰ গৃহত সেৱা কৰি খাব পাৰে। ৰাতিও কৰিব পাৰে। সূৰ্য্য থাকোঁতেই জলপান খাই-বৈ শুই থাকিব লাগে। পিছদিনা সেৱা সংকাৰ কৰিহে খাব পাৰিব। এইবিলাক সত্ৰীয়া নীতি।

১১) কৃষি বিধি ঃ

ভাৰত এখন কৃষিপ্ৰধান দেশ— য'ত কৃষি উৎপাদিত সামগ্ৰীৰে জনসাধাৰণৰ ভৰণ-পোষণ হোৱাৰ উপৰিও আনুষঙ্গিক অন্যান্য কাৰ্য্য তাৰ দ্বাৰাই চলোৱা হয়। পৃথিৱী নিৰ্ম্মাণৰ লগে লগে ভগৱানে প্ৰতিটো কাৰ্য্যৰ কাৰণে একোটা গোষ্ঠী বা সম্প্ৰদায় বিভাগ প্ৰস্তুত কৰি দিয়ে। সেয়েই হ'ল চতুৰ্ব্বৰ্ণ সৃষ্টি। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ—এই চতুৰ্ব্বৰ্ণক বিশেষ বিশেষ কাৰ্য্যৰ কাৰণে নিয়োগ কৰা হয়। (গীতাৰ চতুৰ্ব্বৰ্ণ্যং মায়াসৃষ্টং গুণকৰ্ম্ম বিভাগশঃ)। তাৰ ভিতৰত ব্যৱসায়-বাণিজ্য আৰু কৃষি কাৰ্য্য সম্পাদনৰ কাৰণে "বৈশ্য" বৰ্ণ সম্প্ৰদায় স্বভাৱগত হিচাবত নিয়োজিত হয়। কিন্তু এই কথা ঠিক যে যদিও কৃষিকাৰ্য্য বৈশ্যসম্প্ৰদায়ৰ হাতত ন্যস্ত বা অৰ্পিত, তথাপি দেহ ধাৰণ কৰাৰ চিন্তা তথা স্বাৱলম্বিতা সকলো বৰ্ণৰে থকা হেতুকে সৰ্ব্ব বৰ্ণৰে কৃষিত মনোনিৱেশ থকা দেখা যায়। ৰজাসকলেও নিজে 'হল কৰ্ষণ' (হালবোৱা) কৰাৰ উদাহৰণ আছে। তাৰ ভিতৰত ৰাজৰ্ষি জনকৰ নাম এইখিনিতে উল্লেখ কৰিব পাৰি। মহাপুৰুষ শ্ৰীশ্ৰীকৃষ্ণদেৱৰ অগ্ৰজ বলোভদ্ৰৰ হাতত নাঙ্গল থকাৰ কথা সৰ্ব্বজন বিদিত। এওঁৰ অন্যতম নাম হ'ল "হলধৰ" বা "হলপাণি"। ঋষি-মুনিসকলে তপ সাধনাতে অধিক সময় অতিবাহিত কৰিলেও কৃষি কাৰ্য্যটো যে অনেক সঞ্চালন কৰিছিল, তাৰ উদাহৰণ নথকা নহয়। "সৰ্ব্বভোগ্যা বসুন্ধৰা" শস্যে মস্যে অনুপম বা নদন-বদন হোৱাৰ কাহিনী ৰামায়ণ, মহাভাৰতাদি মহাকাব্যসমূহত বিস্তৃতভাৱে উল্লেখ আছে। ৰামায়ণৰ প্ৰধান নায়ক ভগৱানৰ পূৰ্ণাৱতাৰ শ্ৰীৰামচন্দ্ৰৰ শাসন কালত সেই দেশত "ৰামৰাজ্য" প্ৰতিষ্ঠাৰ সাৰ্থকতা প্ৰধানতঃ কৃষিৰ ওপৰত হোৱা বুলি থোৰতে ক'ব পাৰি। কৃষি যে লাভজনক ব্যৱসায় আৰু শ্ৰেষ্ঠ ধৰ্ম্ম সেই কথা অন্যৰ প্ৰমাণ বাদ দি বৃহৎ পৰাশৰ স্মৃতি শাস্ত্ৰত কৈছে—

ধৰ্ম্মনিষ্ঠ হৈ কৃষি কৰিব। কৃষি ব্যতিত শ্ৰেষ্ঠ ধৰ্ম্ম নাই। কৃষিৰ বাদে অধিক লাভজনক অন্য কোনো কৰ্ম্ম নাই। ধৰ্ম্মানুসাৰে কৃষি কৰ্ম্ম কৰিলে

কৃষিৰপৰা অধিক সুখ অন্য কোনো কাৰ্য্যাতে পোৱা নেযায়। কৃষি কৰ্ম্ম কৰিলে কেতিয়াও অন্ন-বস্ত্ৰৰ অভাৱ নহয়, অতিথি পূজাৰ ত্ৰুটি নহয়। গো সম্পদ সম্পন্ন কৃষকৰ কেতিয়াও দুখ হ'ব নোৱাৰে।

শংকৰদেৱৰ চাৰিজনা কৃষি কাৰ্য্যৰ কাৰণে নিয়োজিত ব্যক্তি আছিল। ধ্বজা আতৈ উক্ত চাৰিজনৰে অন্যতম ব্যক্তি। শংকৰদেৱৰ পিতৃ এজনা ভূমিপতি বা জমিদাৰী লোক আছিল--- যাক শিৰোমণি ভূঞা বুলি কয়। ভূঞা মানে মাটিৰ অধিকাৰী। মাধৱদেৱ উদাসীন হৈয়ো নিজে কৃষি কৰিছিল। ধানখেতি কৰি শংকৰদেৱক ন চাউল লগোৱা আৰু শাক পাচলিৰ খেতি কৰি অগ্ৰভাগ দিয়া কাৰ্য্যই মাধৱদেৱকো এগৰাকী সুদক্ষ কৃষক বুলি ক'ব পাৰি। দুজনাগুৰুৰ প্ৰধান সহকৰ্ম্মী নাৰায়ণ দাস ঠাকুৰ আতাও এগৰাকী ভাল কৃষক, যাক গুৰুজনাৰ ভাষাৰে---"বোলে উদাস হ'লে মোৰ বৰাপো দৰে চিত, আশয় হ'ব। আশ্ৰম হ'লে নাৰায়ণ দাসৰ ক্ৰমে হ'ব" (কথা চৰিত) বদলা আতা আৰু তেওঁৰ শিষ্য ভক্তসকলো কৃষক আছিল।

১২) অতিথি সৎকাৰ বিধি ঃ

হিন্দু শাস্ত্ৰত উল্লিখিত অন্যান্য বিধিৰ লগতে অতিথি সৎকাৰ বা অতিথি সেৱা বিধিও এটি বিশেষ পুণ্যদায়ক তথা উল্লেখনীয় মহৎ সেৱা। ইও এবিধ সদাচাৰ বুলি ধৰা হয়। অষ্টাদশ পুৰাণান্তৰ্গত মহাভাগৱততো অতিথি সেৱাৰ কথা উল্লেখ কৰা হৈছে। শ্ৰীকৃষ্ণ বৈকুণ্ঠ গমনৰ পিছত বিষাদযুক্ত খ্ৰিয়মান অৰ্জুনক প্ৰশ্ন কৰোঁতে তাৰ ভিতৰত অতিথি সেৱাৰ কথাটোও উল্লেখ হৈছিল। যুধিষ্ঠিৰে কৈছিল —

অতিথিক নেদি কিম্বা কৰিলা ভোজন।
সিজিল পাতক কিম্বা অগম্যাগমন।। (শঙ্কৰদেৱ /কীৰ্ত্তন)

অতিথি শব্দটোৰ অৰ্থ মনুসংহিতাই এনেকৈ কৰিছে—

একৰাত্ৰন্তু নিবসন্ন তিথি ব্ৰাহ্মণঃ স্মৃতঃ।
অনিত্যংহি স্থিতো যস্মাৎ তস্মাদতিথিৰুচ্যতে।। (মনুসংহিতা ৩/১০২)

অৰ্থাৎ — এৰাতি মাত্ৰ পৰৰ গৃহত যিজনে বাস কৰে, সেইজন ব্ৰাহ্মণক অতিথি বোলা হয়। অনিত্য স্থিতি অৰ্থাৎ এক তিথি ভিন্ন অপৰ তিথিত নথাকে কাৰণে অতিথি বুলি কয়।

১৩) বৈষ্ণৱ বিধি ঃ

সত্ৰীয়া বৈষ্ণৱে নিজৰ নিজত্ব অৰ্থাৎ বৈষ্ণৱৰ বৈষ্ণৱত্ব ৰক্ষা কৰি চলাটো

বিধিসম্মত। তদভাৱে অবৈষ্ণৱত্ব প্ৰাপ্ত হয় বা দিকহাৰা লোকে গন্তব্যপথ এৰি গৈ গভীৰ অৰণ্যৰ দুৰ্গম পথত প্ৰৱেশ কৰি নানা পৰিস্থিতিৰ সন্মুখীন হোৱাৰ দৰে হয়। গতিকে বৈষ্ণৱে সৰ্ব্বকালতে শাস্ত্ৰীয় বিধিসম্মতভাৱে নিজৰ নিজত্ব ৰক্ষা কৰিব লাগে। এই পৰ্য্যায়লৈকে প্ৰকাশিত বিষয়খিনিয়েই বৈষ্ণৱত্ব ৰক্ষাৰ প্ৰধান উপায় বুলি কোৱা হৈছে। এই প্ৰসঙ্গতে "বৈষ্ণৱত্ব বিধি"ত গোটাচেৰেক বিষয় লেচেৰি -বুটলিবৰ অভিপ্ৰায়েৰে এই অধ্যায়টোৰ অৱতাৰণা কৰা হৈছে। বৈষ্ণৱ কাক বোলে সেই সম্পৰ্কে মহাগ্ৰন্থাদিৰ প্ৰামাণ্য নিদি বৃদ্ধহাৰীত স্মৃতিৰ পৰাই প্ৰমাণ দিয়া হ'ল। যেনে—

শঙ্খ, চক্ৰ আৰু উৰ্দ্ধপুণ্ড্ৰাদিধাৰণ, বিষ্ণুৰ স্মৰণ, নাম-কীৰ্ত্তন, চৰণামৃত পান, পাদবন্দন, নিবেদিত অন্ন ভোজন, একাদশী তিথিত উপবাস, তুলসীৰে হৰিপূজা আৰু তুলসী পূজা (অৰ্থাৎ তুলসীৰ পোষণ পালনাদি) এই নৱবিধ কৰ্ম্মই ভক্তিবৰ্দ্ধক কাৰণে ইয়াক নৱবিধ ভক্তি বোলে। যি এই নৱবিধ ভক্তিৰদ্বাৰা যুক্ত, তেওঁকেই যথাৰ্থ বৈষ্ণৱ বোলা হয়।

অন্যদেৱতাত প্ৰণামাদিত দোষ—

নান্যং দেৱং নমস্কৰ্য্যাৎ নান্যংদেৱং প্ৰপূজয়েৎ।

নান্য প্ৰসাদং ভুঞ্জীত নান্যদায়তনং বিশেৎ। (বৃদ্ধহাৰীত সৃষ্টি ৫/৮৯)

শঙ্কৰদেৱৰ অনুৰূপ অনুবাদ—

অন্য দেৱীদেৱ নকৰিবা সেৱ
প্ৰসাদ নখাইবা তাৰ।
গৃহো নপশিবা মূৰ্ত্তিকো নচাইব
ভক্তি হৈব ব্যভিচাৰ।।

উক্ত নৱবিধ কৰ্ম্মযুক্ত আৰু অন্যদেৱ অপূজকসকলক বৈষ্ণৱ বুলি কোৱা হয়। তদ্বিপৰীত কৰ্ম্মীসকলক অবৈষ্ণৱ বোলে।

বৈষ্ণৱে বৈষ্ণৱক একাত্মাবোধেৰে নিৰীক্ষণ কৰিব লাগে। সেইবাবেই হ'বলা দুজনাগুৰুৰ প্ৰধান শিষ্য বাৰজনাই "আতা" উপাধি লাভ কৰিছিল। উক্ত একাত্মা বা আত্মাৰে অপভ্ৰংশ শব্দ "আতা"। সেই "আতা"ৰ পৰাই "আতৈ" শব্দটোও অপভ্ৰংশ ৰূপত আত্মপ্ৰকাশ কৰিলে। কিন্তু "আতা"ৰ প্ৰাধান্য সৰ্ব্বোপৰি প্ৰতিষ্ঠিত। কমলাবাৰী সত্ৰত 'আতা' শব্দৰ ব্যৱহাৰ ভকতসকলত নহয়। বাৰজনা "আতা"ৰ সন্মানাৰ্থে 'আতা' শব্দটো প্ৰয়োগ নকৰে। ভকতসকলৰ ক্ষেত্ৰত আতৈ শব্দহে ব্যৱহাৰ কৰে। পুৰুষ সংহতিৰ সত্ৰসমূহত আৰু ব্ৰহ্মসংহতিৰো দুই এখন

সত্ৰৰ বৈষ্ণৱৰ মাজত শ্ৰেষ্ঠজনক 'আতা' সম্বোধন ধৰা দেখা আৰু শুনা যায়। কমলাবাৰী সত্ৰত সত্ৰাধিকাৰজনাক "প্ৰভুঈশ্বৰ" বা "প্ৰভু", মান্যৱন্ত ভকতসকলক 'বুঢ়াভকত' আৰু তদিতৰসকলক "আতৈ" সম্বোধন ধৰা হয়। ইয়াৰপৰাই "আতা" শব্দৰ প্ৰধান্যতা তথা মান্যতা আৰু 'আতৈ' শব্দৰ নিম্নতা থকা দেখা যায়। 'আতা'ৰপৰা 'আতৈ' হ'লেও বৰ্ণৰ সালসলনি হোৱাত অৰ্থৰো সালসলনি ঘটে।

সত্ৰীয়া ভাষাত উদাসীন ভকতসকলক "কেৱলীয়া ভকত" বোলে। কেৱলীয়া মানে কেৱল অৰ্থাৎ একমাত্ৰ আৰু ভকত মানে দাস। সম্পূৰ্ণ অৰ্থ হয় একমাত্ৰ পৰমপুৰুষ পৰমব্ৰহ্মৰ যিজন দাস বা অধীন সেইজনেই "কেৱলীয়া ভকত"। "কেৱলীয়া ভকত" অৰ্থাৎ কমলাবাৰী সত্ৰৰ ভকতসকলক বা সেই আৰ্হিৰ ভকতসকলক "নিৰাশ্ৰয়ী ভকতো" বোলে।

১৪) অন্যান্য বিধি ঃ

সত্ৰীয়া সদাচাৰত বহুতো বিধি প্ৰণালী আছে—

হাঁচি, হামি মাৰিলে আৰু হঠাতে পিচলি পৰিলে তিনিওটাতে তিনিটা কৰ্ত্তব্য আছে। সেইকাম সত্ৰত প্ৰয়োগ হয়। সেই তিনিটা হ'ল হাঁচি মাৰিলে "জীয়াই থাকা", পিচলি পৰিলে "উঠা উঠা" আৰু হামি মাৰিলে "অঙ্গুলী ধ্বনি" কৰিব লাগে।

১৫) শয়ন বিধি ঃ

দিবা ভাগত শাস্ত্ৰীয় বিভিন্ন বিধি পালন কৰাৰ পিছত ৰাতি উপস্থিত হ'লে গৃহকৃত্য কৰি গুৰুসেৱা সমাপনে ভোজন কৰি শয়ন কৰিব লাগে। সত্ৰত ৰাতিৰ প্ৰসঙ্গ শেষ হ'লে ভকতসকলে আলাপ-আলোচনাৰ পিছত ভোজনাদি কৰি শয়ন কৰে। সত্ৰৰ মধ্যভাগত কীৰ্ত্তন ঘৰ থকাৰ কাৰণে ভকতসকলে কীৰ্ত্তন ঘৰলৈ মুৰ কৰি বা কোনোৱে (দক্ষিণহাটীৰ বাদে অন্যহাটীয়ে) দক্ষিণ দিশলৈ মূৰদি শয়ন কৰে। শাস্ত্ৰীয় বিধিমতে শয়ন কৰাৰ নিয়ম এনেকৈ—

শয়নকালত পূব বা দক্ষিণ দিশলৈ মূৰ কৰিব লাগে। বিপৰীত দিশত অৰ্থাৎ পশ্চিম আৰু উত্তৰ দিশলৈ মূৰ কৰি শয়ন কৰিলে ৰোগ হয়।

শয়ন কৰোঁতে ঈশ্বৰ চিন্তা কৰিব লাগে। সত্ৰীয়া নীতিমতে ঈশ্বৰ চিন্তা কৰা মন্ত্ৰ এনেকৈ (শয়নত 'পদ্মনাভ' নাম আছেই)

পূৰ্ব্বোক্ত অন্যান্য বিধিৰ লগতে শয়নতো বহু শাস্ত্ৰীয় বিধি আছে। চমুকৈ ক'বলৈ হ'লে এনেকৈ বাওঁ নাকেদি শ্বাস প্ৰবাহিত হোৱাৰ সময়ত শয়ন কৰাটো ভাল। শয়ন বেলিকা বাওঁকালে কাটি হৈ নিজৰ নাভিত মন ৰাখি শয়ন কৰা

উচিত। এনে নিয়মে চলিলে সোনকালে টোপনি আহে, সুনিদ্ৰা হয়, স্বপ্নদোষ নহয় আৰু নিয়মৰ লৰচৰ নহ'লে ৰাতি স্বপ্নও নেদেখে, খাদ্য হজম হয়।

সোঁফালে কাটি হৈ ল'লে যকৃতত চাপ পৰে। ইয়াৰ কাৰ্য্য সুন্দৰভাৱে নচলে, সহজতে খাদ্য হজম নহয়। বাওঁফালে কাটি হৈ শুলে সোঁফালে নাকত শ্বাস প্ৰবাহিত হ'বলৈ ধৰে। তেতিয়া অগ্নিকাৰ্য্য খুব তীব্ৰভাৱে চলে আৰু স্বাস্থ্যৰ অনেক উপকাৰ হয়। খাদ্য দ্ৰব্য তেতিয়া সুন্দৰকৈ জীৰ্ণ হোৱাত সহায়ক হয়। খাদ্য জীৰ্ণ নহ'লে শৰীৰৰ কোনো অঙ্গই পুষ্ট নহয়। অন্ন অজীৰ্ণ ৰোগীৰ হৃৎপিণ্ডৰ ক্ৰিয়া ভালে নেথাকে, পেটত বায়ু জমা হয়, হৃৎপিণ্ড দুৰ্ব্বল হয় ইত্যাদি। গতিকে পূৰ্ব্বোক্ত নিয়মে চলা উচিত। এনেকৈ চলিলে অলপ দিনতে ইয়াৰ সুফল পোৱা যাব।।



# জ্ঞানে বা অজ্ঞানে লৌক হৰিনাম

দ্ৰোণ ভাগৱতী

সকল নিগম লতা          তাৰ অবিনাশী ফল

কৃষ্ণনাম চৈতন্য স্বৰূপ।

সুমধুৰ সুমঙ্গল          শ্ৰদ্ধায়ে হেলায়ে লৈয়া

নৰমাত্ৰ তৰে ভবকূপ।।

পৰম মঙ্গলময় হৰিনাম শ্ৰদ্ধায়ে বা হেলায়ে উচ্চাৰণ কৰিলেই মনুষ্যৰ তিনিকাৰ্য্য সাধন হয়। তাৰ বহু পটন্তৰ আমাৰ শাস্ত্ৰত পোৱা যায়। যেনেকৈ অজ্ঞানীজনে নাজানি অগ্নিত হাত দিলে অগ্নিয়ে দাহন নকৰাকৈ নাথাকে। ঠিক তেনেদৰে অজ্ঞানতাৰ কাৰণে বিহ পান কৰিলে বিহৰ বিষক্ৰিয়া নোহোৱাকৈ নাথাকে। তেনেদৰে নেজানি অমৃত পান কৰিলেও অমৃতৰ সুফল নোপোৱাকৈ নেথাকে। অন্যহাতে হৰিনাম লোৱা ভকতক হৰিনামৰ মহত্ব নুবুজা ক্ষুদ্ৰ দেৱ-দেৱীক পূজা কৰি বৈষয়িক সুখৰ কাৰণে হাবাথুৰি খাই ফুৰা সকলে নিন্দা বা ঠাট্টা বিদ্ৰোপৰ সুৰেৰে হৰি নাম উচ্চাৰণ কৰাৰ ফলত তেওঁলোকসকলৰো অজ্ঞানতাৰ মাজেদিয়েই নামৰ প্ৰভাৱত পাপ ক্ষয় হৈ পুণ্য সঞ্চয় হয়। আৰু যাৰ প্ৰতি নিন্দা বা বিদ্ৰোপ কৰা হয় তেওঁলোকৰো দেহ শুচি হয় আৰু ঈশ্বৰৰ কৃপা লাভ কৰে। পটন্তৰস্বৰূপে ক'ব পাৰি মাহীমাক সুৰুচীৰ বিদ্ৰোপৰ বাণীয়ে

ধ্ৰুৱক হৰি সাধনাৰ কাৰণে প্ৰেৰণা যোগালে। যাৰ দ্বাৰা ধ্ৰুৱই পৰম পদ লভিলে। তেনেদৰে লঙ্কাধিপতি ৰাৱণৰ তিৰস্কাৰত মহাভক্ত বিভীষণক প্ৰভু শ্ৰীৰামচন্দ্ৰৰ পৰম ভক্ত কৰিলে। শয়নে-সপোনে সকলো সময়তে পৰম পুৰুষ শ্ৰীকৃষ্ণক শত্ৰুতা কৰি কংসই গতি পালে। এনে হৰি আৰু ভকত নিন্দুকসকলক সৎসঙ্গ বুলি গণ্য কৰাটো জ্ঞানীৰ কাম হ'ব।

আনহাতে মহাপাপী অজামিলে মৃত্যুৰ সময়ত যমদূতৰ ভীষণ মূৰ্ত্তি দেখি ভয়ত ভীত হৈ যমদূতৰপৰা ৰক্ষা পোৱাৰ উদ্দেশ্যে উদ্দাত্ত কণ্ঠে কনিষ্ঠ পুত্ৰ নাৰায়ণক আহ্বান কৰোঁতেই পৰম পুৰুষ নাৰায়ণৰ দূতে যমদূতক খেদি অজামিলক উদ্ধাৰ কৰিলে। মহাপাপী দস্যু ৰত্নাকৰেও অজ্ঞানতাৰ মাজেদিয়েই ব্ৰহ্মাৰ বাক্যত মৰা আম বুলি কৈ থাকোঁতে ৰাম উচ্চাৰণ হোৱাৰ ফলত মহামুনি বাল্মিকী হ'ল। এই যুগতো মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ সময়ত তেনে এজন পৰম ভকতৰ সুন্দৰ পটন্তৰ পাঠকসকলৰ কাৰণে দাঙি ধৰিলোঁ। সেইজনেই হ'ল গাৰোৰ গোবিন্দ আতৈ।

শ্ৰীমন্ত শংকৰ গুৰুজনা যেতিয়া পাটবাউসীত বাহা কৰি আছিল, সেই সময়তে কত কটানি ঘাটৰ (বৰ্ত্তমান নখঙ্গাঘাট) ওচৰতে কেইঘৰমান গাৰো জনজাতি লোকে বসবাস কৰি আছিল। তেতিয়া শ্ৰীমাধৱদেৱ গুৰুজনা গণককুছিত আৰু নাৰায়ণ দাস ঠাকুৰ আতা জনীয়াত বাহা কৰি আছিল। প্ৰতিদিনে ঠাকুৰ আতা জনীয়াৰপৰা গণককুছিলৈ আহি তাৰপৰা মাধৱ পুৰুষক লগ ধৰি পাটবাউসীত বাহা পাতি থকা শ্ৰীমন্ত শংকৰ গুৰুজনাক সেৱা জনাবলৈ যায়। এইদৰে এদিন দুয়ো লগলাগি হৰি কথা ৰসত মজি হৈ থাকোঁতে বাটৰ কাষতে গাৰো কৃষক এজনে হাল বাই থকা দেখা পালে। হালোৱাজনে হেঃ হেঃ ঘূৰ ঘূৰ কৰি হাল বাই থকা দেখি ঠাকুৰ আতাই হালোৱাজনক ক'লে, হেৰা হালোৱাকাই তুমি যে হেঃ হেঃ ঘূৰ ঘূৰ কৰি হাল বাই আছা তাৰ ঠাইত দেখোন ৰাম ৰাম বুলিব পাৰা। ৰাম ৰাম বুলি গৰু খেদোৱাচোন, হালোৱাজনে ঠাকুৰ আতাৰ কথালৈ কাণসাৰ নিদি পূৰ্ব্বৰদৰেই হেঃ হেঃ ঘূৰ ঘূৰ কৰি গৰু খেদায়েই থাকিল। গাৰো কৃষকজনে ৰামনাম নোলোৱা দেখি শ্ৰীমাধৱদেৱ গুৰুজনাই সখিয়েকক ক'লে তুমি দেখোন লেঠা লগালাই। কৃষকজনে যদি ৰাম নোবোলে তেতিয়া তোমাৰ নামৰ অপৰাধ হ'ব নহয়। এতিয়া কি কৰা, লেঠা ভাঙা নহ'লে কথা বিষম হ'ব। কাৰণ গুৰুজনাই লিখাই আছে দেখোন—

নাহিকে শ্ৰদ্ধা নপাতয় কাণ।
তাক বিটো দেই নামৰ দান।।

নামৰ দ্ৰোহী নাই তাত পৰে।
ভুঞ্জাইবে যাতনা যম কিঙ্কৰে।।

এতেকে হালোৱাজনৰ মুখে ৰাম নাম লোৱাৰ ব্যৱস্থা কৰা নহ'লে যমৰ যাতনাৰপৰা নিস্তাৰ নেপাবা। ঠাকুৰ আতাৰ চুলিৰ আগে জীউ গ'ল। অলপ ভাবি মাধৱদেৱ গুৰুজনাক ক'লে — সখি তুমি অলপ আগবাঢ়া। মই এওঁক ৰাম নাম লোৱাইহে যাম। মাধৱদেৱ গুৰুজনা পাটবাউসীলৈ আগবাঢ়িল। ইফালে ঠাকুৰ আতাই গাৱেঁ কৃষকৰ পিছ ল'লে 'হেৰা হালোৱাকাই ৰাম ৰাম বোলা, এবাৰ মাত্ৰ ৰাম নাম লোৱা, মোৰ অনুৰোধ ৰাখা।' তথাপি হালোৱাটোৰ কাণসাৰ নাই। আগৰদৰেই হৰ্ হৰ্, ঘূৰ ঘূৰ কৰি থকা দেখি ঠাকুৰ আতাই চিঞৰি ক'বলৈ ধৰিলে হেৰা হালোৱাকাই, মোৰ কথাটো ৰাখি এবাৰ মাত্ৰ ৰাম বোলাচোন। ৰাম বুলিলে তোমাৰনো কি ক্ষতি হ'ব, বৰঞ্চ উপকাৰহে হ'ব। এনে কৰি থকাৰ কাৰণে হালোৱাজনৰ বিৰক্তি লাগি ঠাকুৰ আতা আঁতৰি যোৱাৰ অভিপ্ৰায়েৰে ক'বলৈ ধৰিলে, 'তই কিমান আমনি কৰি থাক। যা যাক 'ৰাম' বুলিছোঁ। তাৰপৰানো মোৰ কি লাভ হ'ব। ঠাকুৰ আতাই তেতিয়া স্বস্তিৰ নিশ্বাস এৰিলে আৰু ক'লে,'এই ৰাম নামে তোমাক সকলো সময়তে ৰক্ষা কৰিব। ৰামনাম ল'লে যমে পলাই পত্ৰং দিব। তুমি ৰক্ষা পৰিলা ককাই, মইয়ো যমৰ যাতনাৰপৰা ৰক্ষা পৰিলোঁ।' তুমি থাকা আৰু মই আহোঁ বুলি কৈ ঠাকুৰ আতা পাটবাউসীলৈ যাত্ৰা কৰিলে। ইফালে গাৱেঁ হালোৱাজনে ভেঙুচালিৰ সুৰত ইঃ ৰাম বুলিলে যমো পলায়, ৰাম বুলিলে যমে মানুহক এৰি থৈ যায়। ই তাকে মোক ক'ব আহিছে কাম নাই। এইবুলি কৈ হাঁহি হাঁহি কেৰাবাৰো ৰাম ৰাম বুলি ঠাকুৰ আতলৈ মনত পেলালে, ঘৰলৈ গৈয়ো নিজৰ তিৰোতা ল'ৰা-ছোৱালীৰ আগত ক'লে— জনীয়াৰ সেই ভকতজনে হাল বাই থাকোঁতে মোৰ পিছে পিছে গৈ ৰাম ৰাম বুলিবলৈ বহুত খাতিৰ কৰিছিল বুজিছ। ৰাম নাম ল'লে হেনো যমো দূৰ হয়। এইবুলি হাঁহিৰ বোল তুলিলে। হেলাতেই হওক বা পৰিহাস কৰিয়েই হওক সিহঁতৰ ঘৰখনত দিনটোত বহুবাৰ ৰাম ৰাম উচ্চাৰণ হ'বলৈ ধৰিলে। ৰাম কাৰণে মানুহখন পাপৰপৰা মুক্ত হ'ল। ইফালে ঠাকুৰ আতাই মাধৱদেৱৰ লগত লগৈ বিলম্ব কৰি শঙ্কৰ গুৰুজনাৰ কাষ পোৱাত গুৰুজনে সুধিলে — আজি দেখোন সখিৰ লগত নাহি পলম কৰি আহিলা কাৰণ কি ঘটিত কিম্বা অঘটন ঘটিছিল নেকি?

তেতিয়া ঠাকুৰ আতাই সেৱা জনাই ঘটিত ঘটা সমস্ত ঘটনা বিৱৰি ক'লে। গুৰুজনাই মাধৱদেৱক ধন্যবাদ দিলে আৰু ভৱিষ্যতে এনে ভুল নকৰিবলৈ ঠাকুৰ আতাক বুজনি দি ক'লে আজি মাধৱ নোহোৱা হ'লে তোমাৰ কি বিপদ

হ'লহেঁতেন। যাহওক মাধৱ সখিয়ে উপযুক্ত কৰ্ম্ম কৰি তোমাক নৰকৰপৰা বচালে। এতিয়া তোমাৰ ভয় নাই। গাৰোজনৰো গতি হ'ল। তুমিও ৰক্ষা পৰিলা।

এইদৰে কিছুদিন যোৱাৰ পাছত সৎসঙ্গ আৰু নামৰ আশ্চৰ্য্য মহিমা প্ৰকাশ পালে। গাৰো কৃষকজন হঠাৎ নৰিয়াত পৰিল। তেওঁৰ ভীষণ জ্বৰত মৃত্যুৰ কাষ চাপিললত দুটা যমদূতে আহি বান্ধি নিবলৈ উপক্ৰম কৰিছে। ভয়ত ভীত হৈ মল-মূত্ৰ ত্যাগ কৰি চতফটাবলৈ ধৰিলে। হঠাৎ চেতন লভি ঠাকুৰ আতাই কোৱা কথালৈ মনত পৰিলত ৰাম ৰাম বুলি চিঞৰিবলৈ ধৰিলে। তেতিয়া দেখিবলৈ পালে যমদূতে তেওঁৰ মুখত ৰাম নাম শুনি ভয়ত পলাবলৈ উপক্ৰম কৰিছে। তাৰ পাছত কৃষক জনে পুনৰ ৰাম ৰাম বুলি চিঞৰোঁতে যমদূত পলাই পত্ৰং দিলে। মৃত্যুৰ মুখৰপৰা ৰাম নাম উচ্চাৰণ কৰি ৰক্ষা পোৱাৰ কাৰণে ঠাকুৰ আতালৈ বৰকৈ মনত পৰি কিছুদিনৰ পিছত ভাৰ ভেটি লৈ জনীয়াৰ ঠাকুৰ আতাৰ কাষ পালেগৈ। ঠাকুৰ আতাই বহুত দিনৰ মূৰত গাৰো মানুহজনক দেখা পাই আনন্দ লাভ কৰিলে আৰু খবৰ সুধিলে। গাৰো মানুহজনে ভাৰ নমাই ঠাকুৰ আতাৰ চৰণত দণ্ডৱতে পৰি ক'বলৈ ধৰিলে — 'তোৰ ৰামটোৱে হ'লে যমকো খেদিব পাৰে।' মানুহজনে গোটেই কাহিনী বিৱৰি ক'লে আৰু ঠাকুৰ আতাৰ ৰামটো বিচাৰিলে। ঠাকুৰ আতাই সবিশেষ জানি মাধৱদেৱৰ ওচৰলৈ লৈ গ'ল আৰু মাধৱদেৱক ক'লে—সখি আপুনি এওঁক নামৰ উপদেশ দিয়ক। মাধৱদেৱেও ঠাকুৰ আতাৰপৰা সকলো জানি ক'লে, সখি এই কাম মোৰ নহয়। সাক্ষাতে গুৰুজনা পতিত পাৱনৰূপে আছে যেতিয়া তেৰাৰ ওচৰলৈ লৈ যোৱাহে উত্তম হ'ব। এইবুলি গাৰোজনক লৈ তিনিও পাটবাউসীলৈ যাত্ৰা কৰিলে। বাটত যাওতে মাধৱপুৰুষৰ আনন্দত অশ্ৰু ব'বলৈ ধৰিলে। নামৰ মহিমা কিমান আৰু সৎসঙ্গৰ প্ৰভাৱত কেনেকৈ মানুহ উদ্ধাৰ হ'ব পাৰে, এই চিন্তা কৰি তিনিও গৈ পাটবাউসীত অৱস্থিত গুৰুৰ গৃহত উপস্থিত হ'লগৈ। শঙ্কৰ গুৰুজনাই মাধৱ আৰু ঠাকুৰ আতাৰ লগত অচিনাকি মানুহজনক দেখি সুধিলে, 'আজি দেখোন তিনিজন।' আৰু এজন সখি বাটতে পালা নেকি? মাধৱৰ কথাৰ উত্তৰ দিয়াৰ আগতে মাধৱ আৰু ঠাকুৰ আতাই কৃপাল গুৰুজনাক দণ্ডৱতে পৰি সেৱা জনালে। গাৰো কৃষকজনে গুৰুজনাক ৰ লাগি চাই ভাবিলে 'এইটো হ'লে দেউ মানুহ। মই হ'লে এনে দেউ মানুহ আগতে দেখা নাই' গুৰুজনাৰ কাষতে বহি ঠাকুৰ আতাই মানুহজনৰ সবিশেষ কাহিনী ক'লে।

তেতিয়া গুৰুজনাই সুধিলে তোমাক কি লাগে কিয় আহিলা। তেতিয়া কৃষকজনে ক'লে তই হ'লে গুৰু আছ। দেউ মানুহ আছ। চৰটো জানিছ। তোৰ

এই জনীয়া ভকতটো বৰ ভাল আছে। ই হ'লে মোক বহুত উপকাৰ কৰিছে। মই মৰিছিলোৱেই। ই যমখেদা ৰামটো দিয়াৰ কাৰণে বাচিলো। ই কৈছে তোৰ গুৰুজনহে যম খেদা ৰামটো আছে। সেইটো নিবলৈ আহিছোঁ।

এই কথা শুনি গুৰুজনাই ক'লে তুমি যম খেদা ৰামটো ৰাখিব পাৰিবা জানো? তেওঁ সকলোৰে লগত নেথাকে। তেওঁক ৰাখিবলৈ হ'লে তেওঁ ভালপোৱা কাম কৰিব লাগিব। আমাৰ ভকতসকলক দেখিছা নহয়। তেওঁলোকৰ নিচিনাকৈ থাকিব লাগিব পাৰিবা জানো? গাৰো ভকতে উত্তৰ দিলে তোৰ জনীয়া ভকত ভাল আছে। সি যিৰকম থাকিব আমি সেই ৰকমে থাকিব।

শ্ৰীমন্ত শংকৰগুৰুজনে আকৌ সুধিলে, পিছে ৰামক ল'লে মাছ, মাংস, মদ, গাহৰি, কুকুৰা আদি খাব নেলাগিব। গাৰো ভকতে ক'লে— ৰামক পালে চৰটো চাৰি দিম। তই মাত্ৰ ৰামটো মোক দে। ভকতৰ দৃঢ়তা দেখি গুৰুজনাই শৰণ দিলে তেওঁৰ নাম ৰাখিলে গোবিন্দ। গোবিন্দক ধৰ্মীয় নীতি নিয়ম শিকাবৰ বাবে নাৰায়ণ দাস ঠাকুৰ আতাক দায়িত্ব দিলে। গোবিন্দৰ পৰিয়ালে মদ, মাংস নেৰাৰ কাৰণে গোবিন্দই গুৰুজনাৰ কাষতে থকাৰ সিদ্ধান্ত কৰি গুৰুজনাক নিবেদন কৰিলে গুৰুজনাইও ভকতৰ মনোবাঞ্ছা পূৰণ কৰি তেওঁক লগত ৰাখিলে

অলপদিনৰ ভিতৰতে প্ৰেমিক ভকত হোৱা দেখি গুৰুজনাই ভকতসকলক ক'লে আঁতৈসকল গোবিন্দক আপোনাসবে শাৰীলৈ আনিবলৈ মোৰ মন হৈছে। এই কথা শুনি ভকতসবে ক'লে — কৃপাল গুৰু বৰ সন্তু হৈছে। তেতিয়া ঠাকুৰ আতাৰ হাতেই সকলো ব্যৱস্থা কৰি পাছদিনা কীৰ্ত্তন গৃহত গোবিন্দক ভকতনীয়া কথা দিলে তেতিয়াৰপৰা গাৰোৰ গোবিন্দ একনিষ্ঠ ভকত হ'ল।

এনেকৈয়ে বৰ অসমত বসবাস কৰা সকলো জাতি-উপজাতি সম্প্ৰদায়কে এডাল এনাজৰীৰে বান্ধি ভকত কৰিছিল। ভাগৱতত উল্লিখিত—

কীৰাত কছাৰী গাৰো খাছি মিৰি
যৱন কঙ্ক গোৱাল।
অসম মুলুক ধোবায়ে তুৰুক
কুবাচ ম্লেছ চণ্ডাল।।
আনো যত নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পৱিত্ৰ হয়।
ভকতি কৰিয়া মুকুতি লভিয়া
বৈকুণ্ঠে সুখে ভুঞ্জয়।।



# বৈষ্ণৱ ধৰ্ম্ম-দৰ্শনৰ চমু আভাস

## (বিভিন্ন লেখকৰ দৃষ্টিৰে এটি অমৌলিক প্ৰবন্ধ)

**চাও দেবেন্দ্ৰ চৰণ বৰবৰুৱা**

"খ্ৰীষ্টীয় পঞ্চদশ শতিকাৰ আশে-পাশে সময়খিনি কেৱল অসমৰ কাৰণেই যুগান্তকাৰী নহয়, সমগ্ৰ ভাৰতবৰ্ষৰ কাৰণেই আলোড়নকাৰী। এই আলোড়ণ সৃষ্টি কৰিছিল সমগ্ৰ ভাৰতবৰ্ষ জুৰি হোৱা নৱবৈষ্ণৱ ধৰ্ম্মৰ আন্দোলনে। ইউৰোপত ৰেঁণেচাঁ অৰ্থাৎ নৱজাগৰণৰ ইতিহাসৰ লগত যেনেকৈ মাৰ্টিন লুথাৰৰ প্ৰোটেষ্টাণ্ট ধৰ্ম্মৰ প্ৰৱৰ্ত্তন আৰু প্ৰাচীন গ্ৰীক লেটিন ক্লাচিকেল সাহিত্য আৰু কলাৰ পুনৰ অধ্যয়নৰ প্ৰভাৱ জড়িত হৈ আছে, তেনেকৈ আৰু প্ৰায় একে সময়তেই বৈষ্ণৱ আন্দোলন আৰু ভক্তিধৰ্ম্মক কেন্দ্ৰ কৰি ভাৰতত সাংস্কৃতিক পুনৰভ্যুদয় ঘটিছিল।" এয়ে বৈষ্ণৱ আন্দোলনৰ আদি পাঠ।

"বিষ্ণু বৈদিক দেৱতা, বেদত তেওঁ সূৰ্য্যৰ এক অভিব্যক্তি। এই বিষ্ণুৱেই কালক্ৰমত সাত্বতসকলৰ বাসুদেৱ, পাঞ্চৰাত্ৰসকলৰ নাৰায়ণ, আভীৰবোৰৰ গোপালকৃষ্ণৰ লগত অভেদ হৈ শ্ৰেষ্ঠ দেৱতাৰূপে থিয় দিয়ে। খ্ৰীষ্টপূৰ্ব্ব পঞ্চম শতিকাৰ 'পানিনি'ৰ 'অষ্টাধ্যায়ী'ৰপৰা আৰম্ভ কৰি বিভিন্ন যুগৰ নানা সাহিত্য শাস্ত্ৰ, প্ৰত্নলিপিতে বিষ্ণু নাৰায়ণ আৰু বৈষ্ণৱ সম্প্ৰদায়ৰ উল্লেখ পোৱা যায়। মহাভাৰতকে প্ৰমূখ্য কৰি নানা পুৰাণ আৰু সংহিতা (বৈষ্ণৱ আগম শাস্ত্ৰ) বৈষ্ণৱ

ধৰ্ম্মৰ সাধন পদ্ধতি আৰু মাহাত্ম্য প্ৰচাৰৰ অৰ্থে ৰচনা কৰা হয়। মহাভাৰতৰ 'শ্ৰীমদ্ভাগৱতগীতা' আৰু শান্তি পৰ্ব্বৰ 'নাৰায়ণীয় আখ্যান'ত বৈষ্ণৱ ভক্তি পন্থৰ বিশেষ বিৱৰণ পোৱা যায়। খ্ৰীষ্টীয় সপ্তম-দশম শতাব্দীত তামিল দেশৰ আলোৱাৰ ভক্তসকলে বৈষ্ণৱ ধৰ্ম্মক অভিনৱভাবে জনপ্ৰিয় কৰি তোলে আৰু এই সময়ৰপৰাই বৈষ্ণৱ জাগৰণৰ সূত্ৰপাত হয়।"

দক্ষিণ ভাৰতত পোনতে এই আলোৱাৰসকলে তামিল ভাষাত 'ভক্তিৰ উচ্ছাস প্ৰকাশ কৰি' গীত ৰচনা কৰি বৈষ্ণৱবাদ প্ৰচাৰ কৰিছিল। উত্তৰ ভাৰতৰপৰা যোৱা এই আলোৱাৰসকলৰ সৰহখিনিয়েই বামুণ আৰু কিছুমান আন হীনকুলীয়া বৈষ্ণৱ। আলোৱাৰসকলৰ পিছৰ বৈষ্ণৱাচাৰ্য্যসকলৰ লক্ষ্য ভক্তি হ'লেও জ্ঞানে তাত প্ৰাধান্য বিচাৰিছিল। ভক্তিবাদী আলোৱাৰসকলে বিষ্ণুৰ বিভিন্ন অৱতাৰসমূহ আৰু কৃষ্ণৰ বিশেষকৈ বালকৃষ্ণৰ উপাসনা কৰিছিল। বিষ্ণুৰ মায়া, করুণা বা পুষ্টিৰ প্ৰতীক হ'ল লক্ষ্মী। এই লক্ষ্মীক বিষ্ণুৰ লগত তেওঁলোকে অভিন্নভাবে দৃষ্টি কৰিছিল। আলোৱাৰসকলৰ ভক্তি সাধনৰ ভেটিতেই ভাগৱত শাস্ত্ৰ ৰচিত হৈছিল বুলি অনুমান কৰিব পাৰি।

আলোৱাৰসকলৰ শেষজন ভক্ত আছিল নাথ মুনি। এই নাথ মুনি তেওঁলোকৰ মাজত যেনেকৈ প্ৰথম, ৰামানুজ স্বামী সেইদৰে প্ৰধান। আচাৰ্য্য যমুনাচাৰ্য্যও ৰামানুজৰ লগতে সেই আচাৰ্য্যসকলৰ ভিতৰত আন এজন প্ৰসিদ্ধ প্ৰধান আছিল ৰামানুজ দ্বাদশ শতিকাৰ লোক। আলোৱাৰসকলে প্ৰথম প্ৰকাশ কৰা ভক্তিবাদী ধৰ্ম্মক ৰামানুজাচাৰ্য্যই দাৰ্শনিক ভেটিত প্ৰতিষ্ঠা কৰিছিল। এই দাৰ্শনিক তত্ত্বৰে প্ৰতিষ্ঠিত হোৱা ভক্তি ধৰ্ম্মতেই বৈষ্ণৱী দৰ্শনৰ সৃষ্টি হ'ল, আৰু সেয়েই নৱবৈষ্ণৱ ধৰ্ম্মৰ উন্মেষকাল। সেয়ে, নৱবৈষ্ণৱ ধৰ্ম্মৰ ভেটিতেই বৈষ্ণৱ ভক্তিআন্দোলনৰ সূত্ৰপাত হয়। ৰামানুজৰ দাৰ্শনিক মতবাদকে বিশিষ্টাদ্বৈতবাদ বোলা হয়। অৰ্থাৎ বিশিষ্ট-অদ্বৈতবাদ (Qualified Monism)। আকৌ, 'ৰামানুজৰ অনেক কালৰ আগত বৃদ্ধায়ন নামে এজন পুৰণিকলীয়া ঋষিয়ে' বিশিষ্ট-অদ্বৈতবাদ প্ৰচাৰ কৰিছিল বুলিও কথিত আছে। এই বৃদ্ধায়ন নামৰ ঋষিজন মহাভাৰত প্ৰণেতা বাদৰায়ন ব্যাস মুনিৰ প্ৰায় সমসাময়িক আছিল। ভাগৱত শাস্ত্ৰত বিশিষ্ট অদ্বৈতবাদেই সজীৱ হৈছে। ভাগৱত শাস্ত্ৰ খ্ৰীষ্টপূৰ্ব কেইবা শ বছৰৰ আগৰ পুথি। বেদান্ত সূত্ৰ, ভাগৱত গীতা আৰু নাৰদীয় পঞ্চতন্ত্ৰই ভাগৱত শাস্ত্ৰৰ মূল ভেটি।

ৰামানুজৰ প্ৰায় সমসাময়িক আছিল নিম্বাৰ্ক আচাৰ্য্য। এওঁ ভেদাভেদ

দাৰ্শনিক সিদ্ধান্ত থিয় কৰাই ভক্তি ধৰ্ম্ম প্ৰচাৰ কৰে। ৰাধাকৃষ্ণ যুগলমূৰ্ত্তিৰ উপাসনা নিম্বাকাচাৰ্য্যৰ মত আছিল। কৰ্ণাটক আৰু গুজৰাটত মাধৱাচাৰ্য্যই দ্বৈত সিদ্ধান্তবাদ স্থাপন কৰি ত্ৰয়োদশ শতিকাত বৈষ্ণৱ ধৰ্ম্ম ভক্তি প্ৰচাৰ কৰে। মাধৱাচাৰ্য্যকে জ্ঞানগিৰি বুলিও জনা যায়। মহাৰাষ্ট্ৰ প্ৰান্তত জ্ঞানদেৱ আৰু নামদেৱ আদিয়ে দ্বাদশ-ত্ৰয়োদশ শতিকাৰ ভিতৰত বৈষ্ণৱ ভক্তিবাদ প্ৰতিষ্ঠা কৰে। এনেদৰে, দক্ষিণ ভাৰতত পশ্চিম ভাৰতত খ্ৰীষ্টীয় দ্বাদশ আৰু চতুৰ্দ্দশ শতিকাৰ ভিতৰত বৈষ্ণৱ ভক্তি ধৰ্ম্মই বিভিন্ন পণ্ডিত, সন্ত আৰু ভক্ত পৰম্পৰাৰে প্ৰসাৰতা ল'ভ কৰে। উত্তৰ ভাৰতত চতুৰ্দ্দশ শতিকাতহে বৈষ্ণৱ ধৰ্ম্মীয় মতবাদৰ আন্দোলন গঢ়ি উঠিছিল। ৰমানন্দ আৰু তাৰ পিছতে কবীৰ বল্লভাচাৰ্য্য দাদুদয়াল আদিয়ে এই শতিকাতে বৈষ্ণৱী আন্দোলনৰ গঢ দিয়ে। ৰমানন্দই দক্ষিণৰ দ্ৰাবিড় দেশৰপৰা ভক্তিপন্থ আনিছিল বুলি উল্লেখ পোৱা যায়। ষোড়শ শতিকাৰ আদি ভাগত বল্লভাচাৰ্য্যই শুদ্ধাদ্বৈত দাৰ্শনিক সিদ্ধান্ত আৰু ভক্তি ধৰ্ম্মৰ পুষ্টিমাৰ্গ মথুৰা, বৃন্দাবন অঞ্চলত আৰু পিছত গুজৰাট আদি অঞ্চলত প্ৰচাৰ কৰে। ঠিক সেই সময়তেই অসমত মহামন্ত শ্ৰীশংকৰদেৱে বৈষ্ণৱ ভক্তিবাদ প্ৰকাশ কৰে। সেইদৰে, বঙ্গদেশত শ্ৰীচৈতন্যয়ো ভক্তিবাদ প্ৰচাৰ কৰে।

'অৱতাৰবাদ গুপ্তযুগৰ বৈষ্ণৱধৰ্ম্মৰ এক বিশেষ বৈশিষ্ট্য।' কামৰূপৰ তামৰ ফলিবোৰতো বৰাহ, নৰসিংহ, জামদগ্ন্য ৰাম, দাশৰথি ৰামৰ উল্লেখ পোৱা যায়। নন্দ-যশোদা, বসুদেৱ-দৈৱকী, গোপ-গোপীৰে সৈতে কৃষ্ণলীলাৰ আভাস তামৰ ফলিবোৰত আছে। 'সমসাময়িক ভাস্কৰ্য্য-স্থাপত্যযো তামৰ ফলিৰ যুগৰ বৈষ্ণৱ ধৰ্ম্মৰ বীজৰ অস্তিত্বৰ প্ৰমাণ দিয়ে'। কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰ শাস্ত্ৰত দেৱীৰ মহিমা থাকিলেও বিষ্ণু আৰু তেওঁৰ স্থান মাহাত্ম্যৰ কথাও বৰ্ণিত হৈছে। উপপুৰাণত বিষ্ণুৱে হয়গ্ৰীৱৰূপে জৰাসুৰক বধ কৰি মণিকূটত স্থিত হয়। বাসুদেৱ পূজা বৈষ্ণৱ ধৰ্ম্মৰ এটা পদ্ধতি। ওঁ নমো নাৰায়ণায়, ওঁ নমো ভগৱতে বাসুদেৱায়, আৰু ওঁ নমো বিষ্ণুৱে সুৰপতয়ে মহাবলায় স্বাহা, এই ত্ৰিবিধ মন্ত্ৰ বাসুদেৱৰ সেৱাৰ ক্ষেত্ৰত পোৱা যায়। নাৰদৰ কৃত পঞ্চৰাত্ৰ তন্ত্ৰশাস্ত্ৰত 'তদ্বিষ্ণো' মন্ত্ৰ আৰু স্তুতিৰ ভিতৰত পুৰুষ সূক্তৰ কথা ক'ব পাৰি। বীজমন্ত্ৰ, অঙ্গমন্ত্ৰ আৰু প্ৰত্যঙ্গ মন্ত্ৰ অনুসৰি বিষ্ণুৰ তিনিটা ৰূপ পোৱা যায়। বীজমন্ত্ৰত বিষ্ণুৰ পূৰ্ণ চন্দ্ৰৰ দৰে বৰ্ণ শুক্ল বুলি উল্লেখ কৰিছে। শংখ, চক্ৰ, গদা পদ্মৰ উপৰিও পঞ্চৰাত্ৰৰ বৈকুণ্ঠৰ পৰা দেৱতাৰ জ্ঞান আন অস্ত্ৰ আৰু দেহৰ ভূষণ, শ্ৰীবৎস, কৌস্তুভ, বাওঁ কান্ধলতিত কাঁড়েৰে পূৰ তূণ আৰু সোঁ কান্ধলতিত খাপে সৈতে তৰোৱাল, দুই

কাণত কুণ্ডল আৰু অজানুলম্বিত বনমালা। অঙ্গ মন্ত্ৰৰ ৰূপ নীলোৎপলৰ দৰে বিষ্ণুৰ বৰ্ণ শ্যাম।

হয়গ্ৰীৱ তন্ত্ৰও বৈষ্ণৱ ধৰ্ম্মৰ অন্তৰ্গত। বিষ্ণুপুৰাণত ভদ্ৰাশ্ববৰ্ষত বিষ্ণুৱে হয়শিৰা ৰূপ ধৰাৰ কথা বৰ্ণিত হৈছে। হৰিবংশত নৰকৰ এজন সেনাপতি, কৃষ্ণৰ হাতত নিহত হোৱাৰ বিষয়ে উল্লেখ আছে। ভাগৱত পুৰাণত বিষ্ণুৱে মৎস্য অৱতাৰ হয়গ্ৰীৱ অসুৰক মাৰি বেদ উদ্ধাৰ কৰিছে। মৎস্য পুৰাণত মৎস্য অৱতাৰৰ ৰূপত বিষ্ণুৱে হয়গ্ৰীৱ অৱতাৰে বেদ-বেদাঙ্গ আদি শাস্ত্ৰবোৰ পুনৰ বিভাগ কৰিছে। মাৰ্কণ্ডেয় পুৰাণত ঘোঁৰাৰ মুৰৰে জনাৰ্দ্দনৰ আগ ঠেং ঘোঁৰাৰ আগ ঠেঙৰদৰে চকু তিনিটা। বামনপুৰাণত বামনে কৃষ্ণা নদীৰ পাৰত হয়শিৰা ৰূপে আৰু মহোদয়ত হয়গ্ৰীৱৰূপে থাকে বুলি উল্লেখ আছে। সাঙ্গত তন্ত্ৰত হৰিয়ে হয়শিৰা লীলা অৱতাৰত মধুকৈটভৰ হাতৰপৰা বেদ উদ্ধাৰ কৰে। দেৱী ভাগৱতত হয়গ্ৰীৱ বিষ্ণুৱে হয়গ্ৰীৱ অসুৰক বধ কৰাৰ কাহিনী বৰ্ণিত হৈছে। বৈষ্ণৱ পঞ্চৰাত্ৰ তন্ত্ৰসমূহৰ ভিতৰত 'হয়গ্ৰীৱ সংহিতা' নামে শাস্ত্ৰ এখনো আছে। বৌদ্ধবাদী তন্ত্ৰসমূহত হয়গ্ৰীৱ নামে এজন দেৱতাৰ বিশেষ স্থান দেখা যায়। ড° কাকতিৰ মতে হয়গ্ৰীৱ বৌদ্ধ তন্ত্ৰৰ।

বৈষ্ণৱ শব্দই বিষ্ণু সম্বন্ধীয় কথাকে সূচাইছে। এই বৈষ্ণৱ ধৰ্ম্ম মূলতঃ কৃষ্ণমূলকহে। কৃষ্ণৰ অৱতাৰবাদৰ কথা বেদ ৰচনাৰ বহুত পিছতহে বৰ্ণিত হৈছে। সেইবাবে মাধৱদেৱে নামঘোষাত 'কিন্তু ইটি মহাধৰ্ম্ম। মাধৱৰ জন্ম কৰ্ম। বেদে যাৰ নাজানে মহিমা'। বুলি উল্লেখ কৰিছে। গতিকে," বেদ, উপনিষদ নামে হিন্দু ধৰ্ম্মৰ সৰ্বপ্ৰথম সাহিত্যখিনি এৰি আহি ক্ৰমে মহাভাৰত, গীতা, হৰিবংশ আৰু ভাগৱত আদি পুৰাণসমূহতহে সৰহ-তাকৰকৈ কৃষ্ণৰ নাম আৰু চৰিত বৰ্ণনা পোৱা হয়। কিন্তু ভাৰতীয় ধৰ্ম্ম ক্ষেত্ৰ আৰু সাহিত্যক্ষেত্ৰত শ্ৰীকৃষ্ণ এক আকাশলংঘী ব্যক্তিত্ব আৰু সৰ্বপ্ৰিয় অৱতাৰেই নহয়, তেৱেঁ সেই সবিতা, বা বিষ্ণু, তেৱেঁ নিজে সেই অনাদি কাৰণ পূৰ্ণ ব্ৰহ্ম। গতিকে, বেদ-উপনিষদ আদিত বৈষ্ণৱ ধৰ্ম্মৰ কোনো চিন-মোকাম প্ৰত্যক্ষভাৱে নোলালেও গাইৰ ওহাৰত গাখীৰ লুকোৱাৰ দৰে সি নিহিত আছিল।" (ডিম্বেশ্বৰ নেওগ)

বৈষ্ণৱ—বিষ্ণু -ষ্ণ— বিষ্ণুৰ জ্ঞান সেৱন সম্বন্ধীয় ধাৰা। ধৰ্ম্ম— ধৃ + মন — মনে যাক স্বাভাৱিক অৱস্থাত ধাৰণ কৰে। এতেকে, বৈষ্ণৱ ধৰ্ম্ম — বিষ্ণুক জ্ঞান কৰা এটা দৰ্শন বা মতবাদ। বিষ্ণু — বিষ্ + নুক সৰ্ব্বব্যাপক সত্ত্বা। এতেকে, যি সৰ্ব্বব্যাপক তেৱেঁ বিষ্ণু। এতেকে বিষ্ণুৱেই সৰ্ব্বদেৱতাৰ সাৰ—

'বিষ্ণু সে জানিবা সমস্ত জগতে সাৰ'। (নামঘোষা)।

সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ বেদৰ এই চাৰিটা ভাগ। আৰণ্যক আৰু উপনিষদ ভাগেই জ্ঞানকাণ্ড। সংহিতা আৰু ব্ৰাহ্মণ ভাগেই ধৰ্ম্মকাণ্ড। উপনিষদ বেদৰ সাৰ আৰু শেষ অংশ। এই অংশকে বেদান্ত বোলা হয়। বেদ ধৰ্ম্মতেই প্ৰথমে সনাতন ধৰ্ম্মৰ সৃষ্টি হৈছে। বেদৰ যুগত আৰ্য্যসকলে বিভিন্ন দেৱ-দেৱতাৰ অস্তিত্বক বিশ্বাস বা কল্পনা কৰিছিল আৰু সেই দেৱ-দেৱতাৰ সেৱাৰ বাবে যাগ-যজ্ঞৰো সৃষ্টি হৈছিল। ইন্দ্ৰ, বায়ু, অগ্নি আদিক দেৱতা কল্পনাৰে প্ৰাধান্য থাকিলেও এক ঈশ্বৰ তত্ত্বকে বেদৰ গুপুত ৰহস্য বুলি অনুমান কৰিছিল। ঋগবেদত কৈছে, 'এক সদ, বিপ্ৰা বহুধা বদন্তি'— একেই সদ্ হৈ বহু হৈছে। বেদৰ ঋষি-মুনিসকলে সেই একত্বৰ সাজতেই ঈশ্বৰৰ কল্পনাৰে এক আধ্যাত্মিক সন্ধান পালে, আধ্যাত্মিকতা অনুভৱ কৰিলে — একত্বই নিত্য পৰমব্ৰহ্ম পৰম তত্ত্বৰ অনুসন্ধানৰ অনুভৱ হ'ল। বৈদিক যুগত ইন্দ্ৰক প্ৰধান দেৱতা বুলি অনুভৱ কৰিলেও, অৱশেষত বিষ্ণুৱেই বেদত প্ৰাধান্য লাভ কৰিলে — 'ইদং বিষ্ণু বিচক্ৰমে। তদ্বিষ্ণোঃ পৰম পদম্ সদা পশ্যন্তি সূৰয়ঃ'। ঐতেৰীয় শতপথতো কৈছে — 'তস্মাদাহু ঃ বিষ্ণুঃ দেৱানাং শ্ৰেষ্ঠ ইতি।' বিষ্ণুক সৰ্ব্বব্যাপক সত্ত্বা সাজি বুলি কল্পনাৰে অনুভৱ কৰি ঈশ্বৰ চিন্তাৰ যি এক ধৰ্ম্ম ধাৰা, ধৰ্ম্ম দৰ্শন বা মতবাদ ভাৰতবৰ্ষত ৰচিত হ'ল, সেই চিন্তা বা ভাবধাৰাই বৈষ্ণৱ ধৰ্ম্ম দৰ্শন ৰূপে প্ৰতিষ্ঠিত হ'ল।

মহাপুৰুষ শ্ৰীমন্ত মহাসন্ত শংকৰদেৱৰ চিন্তাধাৰাত বিষ্ণুদেৱতাই ব্ৰহ্মৰূপী সনাতনৰূপে প্ৰসিদ্ধি লভিলে। বিষ্ণুৱেই সৰ্ব্ব অৱতাৰৰো কাৰণ ৰূপে বৰ্ণিত হ'ল। বিষ্ণুৱেই নাৰায়ণ। তেৱেঁ কৃষ্ণ। তেওঁৰ নিৰ্গুণ আৰু সগুণ দুটা গুণ। 'দ্বিৰূপং হি ব্ৰহ্ম অৱগম্যতে। সগুণো নিৰ্গুণো বিষ্ণুঃ।' লীলাময় নিৰ্গুণ ব্ৰহ্মই সগুণ ব্ৰহ্ম। লীলাময় নিৰ্গুণ ব্ৰহ্মই সগুণ ৰূপে অৱতাৰ হয়—"মৎস্য, কূৰ্ম, নৰসিংহ, বামন, পৰশুৰাম, হলিৰাম, বৰাহ, শ্ৰীৰাম। বুদ্ধ কল্কী নামে দশ আকৃতি ধৰিছা কৃষ্ণ তযু পাৱে কৰোহো প্ৰণাম।।" (নামঘোষা) ।। এই অৱতাৰী কৃষ্ণ 'মহান প্ৰভুৰৈ পুৰুষ।। তেওঁ 'ৰসো বৈ সঃ।' তেৱেঁ ৰসময় ব্ৰহ্মস্বৰূপ।। ৰসময় ব্ৰহ্মই আনন্দ ময় কৃষ্ণ। কৃষ্ণ বিষ্ণুৱেই আনন্দময় সচ্চিদানন্দ বিগ্ৰহ। ব্ৰহ্মময় কৃষ্ণ বিষ্ণুক ভজন কৰা নীতি কথাই বৈষ্ণৱ ধৰ্ম্ম। বৈষ্ণৱ ধৰ্ম্মত ভজনৰ পথ বিভিন্ন হোৱাৰ বাবে বৈষ্ণৱ ধৰ্ম্মৰ অদ্বৈতবাদ (এই অদ্বৈতবাদৰ (MONISM) প্ৰথমে শ্ৰীমদ শংকৰাচাৰ্য্যই বেদান্তৰ পৰা প্ৰচাৰ কৰিছিল বুলি বহু পণ্ডিত লোকে কয়; যদিও

শংকৰাচাৰ্য্যৰ আগত গণ্ডপাদ আৰু অনেক আগৰ অদ্বৈতবাদী পণ্ডিতে একমেৱাদ্বিতীয়ম (Non-dualism)মত প্ৰচাৰ কৰিছিল বুলি ডিম্বেশ্বৰ নেওগে উল্লেখ কৰি গৈছে।) দ্বৈতবাদ, দ্বৈতাদ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ আদি কিছু বাদৰ সৃষ্টি হ'ল। মুঠতে, শংকৰাচাৰ্য্য, কুমাৰিল ভট্ট, মাধবাচাৰ্য্য, ৰামানুজ, বসৱ, নানক, হৰিব্যাস, শংকৰদেৱ, চৈতন্যদেৱ আদি ধৰ্ম্মাচাৰ্য্যসকলে সৰ্ব্বসাধাৰণৰ কাৰণে, সমাজখন সুগম পথলৈ আনিবৰ বাবে নানান সহজ-সুগম বৈষ্ণৱী পথ প্ৰবৰ্ত্তন কৰে। এয়ে ভাৰতত বৈষ্ণৱ ধৰ্ম্মৰ সোঁত।

বৈষ্ণৱীসকল এক ঈশ্বৰবাদী। বিষ্ণু বিনে আন দেৱতাৰ শ্ৰেষ্ঠতা নেমানে। 'তুমি সত্যব্ৰহ্ম। তোমাত প্ৰকাশে। জগত ইটো অসত্ত প্ৰাণীক জগততে সদা। তুমিও প্ৰকাশ। অন্তৰ্য্যামী ভগৱন্ত।' এয়ে বৈষ্ণৱ ধৰ্ম্মৰ মূল মত। বিষ্ণুৱেই প্ৰকৃত পুৰুষ দুইৰো নিয়ন্তা মাধৱ 'সমস্তৰে আত্মা হৰি পৰম বান্ধৱ।' মানৱ সেৱাই ঈশ্বৰ সেৱা। এয়ে বৈষ্ণৱী দৰ্শনৰ অন্য এক তত্ত্ব মৰ্ম্ম — 'সকলো প্ৰাণীক দেখিবাক আত্মাসমা উপায় মধ্যত ইটো তাত মুখ্যতম।। আৰো, "সৰ্ব্বাতো দেৱে বিষ্ণু আছন্ত সাক্ষাত।.... হেন জানি অসুৰ স্বভাৱ সৱে এৰি। সমস্ত পূজা বিষ্ণু বুদ্ধি কৰি। নীচত সাধুত যাৰ ভৈল এক জ্ঞান। তাকেসে বুলিয় পণ্ডিত সৰ্বজন। বিশেষতঃ মনুষ্যগণত যিটো নৰে। বিষ্ণু বুদ্ধি ভাৱে সৰ্বদায়ে মান্য কৰে। ঈষৰ অসূয়া তিৰস্কাৰ অহংকাৰ। সৱে নষ্ট হোৱে তেৱে তাৱক্ষণে তাৰ।" বৈষ্ণৱ ধৰ্ম্ম-দৰ্শনে এই নীতিকেই প্ৰচাৰ কৰিছে, আৰু এই নীতিৰ ওপৰতেই বিশ্বাস কৰি বিষ্ণু-বৈষ্ণৱীবাদীয়ে ঈশ্বৰৰ সেৱা-পূজা-ভক্তি-জ্ঞান কৰি আহিছে। 'ধৰ্ম্মস্য তত্ত্বং নিহিতং গুহ্যায়াং'— এই গুহা হৈছে মানৱ হৃদয়। মানৱৰ হৃদয়ৰ তত্ত্বই পৰম ধৰ্ম্ম, সেয়ে প্ৰকৃত ধৰ্ম্মৰো মৰ্ম্ম। বৈষ্ণৱসকলেই জীৱ মাত্ৰতে থকা পৰমাৰ্থ তত্ত্বৰ সেৱক. এই বৈষ্ণৱ পথত সৰু-বৰ, উচ্চ-নীচ, জাতি-অজাতি নাই সকলো আত্মাসম সকলো সমান. সকলোৱে একেলগে ঈশ্বৰ আৰাধনা কৰিবৰ ব্যৱস্থা বৈষ্ণৱী দৰ্শনবাদত প্ৰতিষ্ঠিত হৈছে। আৰু এই প্ৰতিষ্ঠাৰ ভেটি-ভিত্তি হ'ল অসমৰ পবিত্ৰ স্থান ধৰ্ম্ম প্ৰচাৰ-প্ৰসাৰৰ দুই ক্ষেত্ৰ সত্ৰসমূহ। সত্ৰসমূহৰ উন্নতি— উৎকৰ্ষ সাধনতেই সমাজৰো উন্নতি, মানৱকুলৰ উন্নতি উৎকৰ্ষতা নিহিত হৈ আছে। সেই উৎকৰ্ষতা হ'ল আধ্যাত্মিক উৎকৰ্ষতা। সত্ৰসমূহ আধ্যাত্মিক উৎকৰ্ষতাৰ পবিত্ৰ বাহক, পবিত্ৰ ক্ষেত্ৰ, বৈষ্ণৱ দৰ্শনৰ প্ৰতীক, সত্ৰসমূহত ধৰ্ম্মৰ ৰস-তত্ত্ব, হৰি ভক্তিৰ ৰহস্য-তত্ত্ব নিহিত হৈ আছে: এই ৰস-তত্ত্ব ভক্তি ৰহস্য-তত্ত্ব বিশেষত বৈষ্ণৱী নীতিৰে উপলব্ধি কৰিবৰ পথ গঢ়িছে সত্ৰসমূহে। সেইবাবে, সত্ৰসমূহক বৈষ্ণৱী

দৰ্শনৰ এক শুদ্ধ আৰু নিকা প্ৰতীক বুলিবৰ স্থল আছে।

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰও সেই পথৰে এক উজ্জ্বল নিদৰ্শন। বৈষ্ণৱ ধৰ্ম্ম দৰ্শন প্ৰচাৰ-প্ৰসাৰৰ বহল ভূমিকাও এইখন সত্ৰই গ্ৰহণ কৰি এক বিশেষ বৈশিষ্ট্যৰে ধৰ্ম্মীয় তথা আধ্যাত্মিক আৰু লগতে সামাজিক পৰিধি গঢ়ি তুলিছে। + + +

(বিঃ দ্ৰঃ — প্ৰবন্ধৰ সম্পূৰ্ণ সহায়ক গ্ৰন্থপঞ্জী — ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত', ড° মহেশ্বৰ নেওগৰ 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি', ডিম্বেশ্বৰ নেওগৰ 'বৈষ্ণৱ ধৰ্ম্মৰ আঁতি গুৰি', হৰমোহন দাসৰ 'বৈষ্ণৱ ধৰ্ম্ম', আৰু চাও দেবেন্দ্ৰ চৰণ বৰবৰুৱা গীতা-শাস্ত্ৰীৰ 'বেদতত্ত্ব', আৰু হাতে লেখা অৱস্থাতে থকা 'ব্ৰহ্মতত্ত্ব'।। প্ৰবন্ধ লেখক বাগ্মীবৰ ককা নীলমণি ফুকনৰ ভূতপূৰ্ব ব্যক্তিগত সচিব আৰু বিভিন্ন বাতৰি কাকতৰ প্ৰবন্ধ-নিবন্ধ লেখক-সাংবাদিক')



# উদাসী বাপুসকল

**কৰুণা বৰা**

ৰক্তখৰ্গহস্ত জনৰ উদ্দাম উপাসনা, সামাজিক আওকঠীয়াজনৰ আওবাটেৰে কৰা অগম্য গমন আদি এশ এবুৰি আপদীয়া ক'লা ডাৱৰে পোহৰ শতিকাৰ গোমা অসম-আকাশখন ওন্দোলাই ৰাখিছিল। সুভক্ষণত তেহে গুৰুজনাৰ আবিৰ্ভাৱ হ'ল। গোমা-আকাশ ফৰকাল হ'ল। "কৃষ্ণস্তু ভগৱান স্বয়ম"— এই ধাৰণাক ন-স্বাৰত দৈয়ন দি বিষ্ণু ভকতিৰ খুঁটিটো এশহাত দলৈকে পোতা হ'ল। ধৰ্ম-কলা-সংগীত সাধনাৰ সিদ্ধ-থলীৰূপে সত্ৰ-অনুষ্ঠান সুপ্ৰতিষ্ঠিত হ'ল। সত্ৰৰ মজিয়াত সঙ্গীত সুধা ঢালি দি লোকৰঞ্জনৰ সেওঁতাত লোকস্থিতি আৰু লোকউত্তৰণৰ সুৰাগুৰি তুলিলে। 'সত্ৰ' যুগৰ উপযোগী মহা-তীৰ্থত পৰিণত হ'ল। অনুক্ৰমে গুৰুজনাই নৰুনাট সামৰিলে। উত্তৰাধিকাৰী দায়িত্বৰ ভাৰখন মাধৱদেৱ মহাপুৰুষে কান্ধ পাতি ধৰিলে। তাৰাবো চলিবৰ হ'ল। পুণ্যময় ভেলা থানত অৱসচিত্তে অপেক্ষা কৰিলে একজনলৈ যি জনাই ১৫৪৬ খ্ৰীঃত নাৰায়ণপুৰ সত্ৰাহীত ভিতাচোমদাৰৰ ঔৰসত সত্যাআইৰ গৰ্ভত জন্ম লাভ কৰিছিল। একেজনেই বদলা পদ্ম আতা। ....ঐতিহাসিক সংযোগ ঘটিল। সংযোগমণি কেশবচৰণ আতা। তেওঁৰেই বদলা আতাক নি ভেলাত মাধৱদেৱ মহাপুৰুষক সাক্ষাৎ কৰালেগে। যেন দ্বিতীয় মণিকাঞ্চন। পদ্ম আতা পৰিপূৰ্ণ হ'ল। পুনৰ উজাই আহি নিজান-উজানত গুৰুমতিৰ ধতি গুচাই আতাই মহাপুৰুষীয়া নামধৰ্ম প্ৰচাৰৰ ব্ৰত ধৰিলে। জীৱনৰ ভাটি বয়সত বদলা পদ্ম আতাই মাজুলীত কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰিলে।

নুমলীয়া সত্ৰখনিৰ প্ৰতি আতাৰ দৰদো অধিক। আহোম ৰজা চুখাম্‌ফাৰ পৰা মুঠিয়ে মুঠিয়ে ধন-বিত গ্ৰহণ কৰাৰ সুবিধা পাইও ত্যাগধন্য আতাই বিচাৰিছিল "গল মেলি উৰ্দ্ধবাহু" হৈ কেৱল নামগাব পৰাৰ অধিকাৰ। পাৰ্থিৱ ধনক অথিৰ জানি নাম-ধনক পৰম-ধন বুলি মানি আতাই গুৰুধৰ্মৰ পুত্ৰ গঙ্গাক কমলাবৰীয়া বৰঢাপত বেঢ়ায় লৈছিল। সেয়েহে ক'ব লাগিব সাম্প্ৰতিক সময়ৰ অথিৰ অবিৰ সমাজৰ পিচল পৰাত ভৰি দিও কমলাবৰীয়া বাপুসকল ধনৰ দুখীয়া হ'লেও মনৰ সুখত পৰমসুখীজন। বিষধৰ-বিষয় বাসনাৰ সিটো পাৰত ভৰি দিয়া এইসকল লোক যুগৰ দধিচী। পাৰ্থিৱ বিষয় সুখকেই পৰম সুখময় জ্ঞানান্ধজনলৈ উদাসী জীৱন যৌৱনধাৰী এইসকল ভকতৰ এইয়া কুটিল ভ্ৰূকুটি। পানীৰ মাজতে জন্ম হৈ সদা শুকান দেহ ৰক্ষা কৰা কুহিলাৰ দৰে সত্ৰীয়া জীৱন মেলা... যেন জুইৰ খেলা ...... সংযমৰ অগ্নিপৰীক্ষা। বিচিত্ৰ বালক আনয়ন পৰম্পৰা....।

এটি সত্ৰীয়া শিশু একোজন অভিভাৱকাৰ (বুঢ়াভকত) তত্বাৱধানত ডাঙৰ-দীঘল হয়। সহজাতভাৱেই গপপাতে, ভেমপাতে... উমুৰি ধৰে.... বুঢ়াভকত গৰাকীয়ে সকলো সহি সামৰি নৱাগতক নিজৰ আয়ত্বলৈ আনে। ৰীতি-নীতিৰ জ্ঞান দিয়ে। গুণমালা, ভটিমা, গীত, বাদ্য, নৃত্য, নাট্য আদিৰ শিক্ষাৰ ব্যৱস্থা কৰি দিয়ে। অনুক্ৰমে পিতৃ-মাতৃৰ বুকুৰ উম এৰি একোজন ল'ৰা উদাসীনতাৰ কঠোৰ নীতি-নিয়মৰ মাজত সোমাই পৰে। মাহ, বছৰ কৰি এদিন এওঁলোক যৌৱনপ্ৰাপ্ত হয়। যৌৱনৰ সহজাত চঞ্চলতাই এইবোৰ কিশোৰকো জোকাৰি যায়। ফলত বুঢ়াভকত গৰাকীৰ দায়িত্ব এগুণৰ পৰা দুগুণলৈ উঠে। জন্মসূত্ৰে কঢ়িয়াই অনা বংশগতিয়ে (Heredity and Environment) উদাসীন পৰম্পৰাৰ কঠোৰ পৰিৱেশত অৱস্থান লয়। কেতিয়াবা খোপনিত বৈ যায়। এজন পৰম ভকত হৈ পৰে। কেতিয়াবা উফৰি পুনৰ গৃহাভিমুখী হয়। কেতিয়াবা আকৌ অৱচেতন মনত লুকাই থকা কিছুমান কু-প্ৰবৃত্তিয়ে (Complexity the unconcious mind) উক দিয়ে। অভিভাৱক হাৰমানি যায়। ফলত সমনীয়া আন দহজনকো সঙ্গী কৰি অৱশেষত এই পৰম্পৰাৰ পৰা চিৰবিদায় লয়।

উৰণ, বুৰণ, গজন, ভ্ৰমণ আদি প্ৰজাতিৰ বংশবৃদ্ধিৰ মূল সত্যটোৱেই হ'ল প্ৰজনন। এই সত্যৰ মূল বিন্দুটোতেই নিহিত হৈ আছে যৌৱনৰ পৰশ। চিৰন্তন প্ৰকৃতিৰ প্ৰতিটো দিশত ভুমুকি মাৰে নিৰন্তৰ জৈৱবংশ বৃদ্ধিৰ অৱধাৰিত গতিধাৰাই। বিপৰীত লিঙ্গৰ প্ৰতি আকাংক্ষা অথবা পাৰস্পৰিক মিলনৰ হাবিয়াস ইয়াৰেই পৰিণতি। তাৎপৰ্য্যপূৰ্ণভাৱে বংশ বৃদ্ধিৰ এই চিৰন্তন ধাৰাটোৰ বিপৰীত

পাৰত অৱস্থান কৰে সত্ৰীয়া ল'ৰাই। যৌনাকাংখ্যাই আত্মসমৰ্পণ কৰে এওঁলোকৰ সংযমশীলতাত। চিৰাচৰিত সত্ৰীয়া পৰিৱেশে ইয়াত সহায় কৰে। নিচেই সাধাৰণ সাজ-পাৰ যেনে— ধুতি, কুৰ্টা, চেলেং, গামোচা আদিয়ে এটি প্ৰশান্ত অনুভূতিৰ উদ্ৰেক কৰে। আহাৰ গ্ৰহণৰ বেলিকাও তেজোদ্দীপ্ত অথবা উত্তেজনাবৃদ্ধিকাৰক খাদ্য বৰ্জন কৰা নিয়ম। উল্লেখযোগ্য যে মগু, বুট, কল, কুঁহিয়াৰ, আদা, মিঠৈৰে ভৰপূৰ 'নামৰ প্ৰসাদ' মুঠি কেৱল পুষ্টিকাৰকেই নহয়, সংযমৰো মহৌষধ। একাদশী, পূৰ্ণিমা, সংক্ৰান্তি, অমাৱস্যা আদিত সিদ্ধান্ন বৰ্জন কৰা কাৰ্যত ধৰ্মীয় বিচাৰৰ উপৰিও শাৰীৰিক সমতাহে উল্লেখনীয়। সন্ধ্যা অধ্যাপকৰ ওচৰত গ্ৰহণ কৰা শিক্ষা, বিহুৱে প্ৰতি দিয়া অৰ্চনি, আকলৰ কেঁচা খাঁৰ ফুৰাই অধ্যাপকে ছাত্ৰক শিকোৱা গীত, বাদ্য আদিয়ে তাহানি গুৰুকুল আহিলে মনত পেলাই দিয়ে। শিকাৰু গুৰুমুখী হয়। কৈশোৰত 'শৰণ'ৰ যোগেদি ভক্তিৰ সোৱাদ লোৱা ল'ৰাজনে যৌৱনত 'ভজন' গ্ৰহণ কৰি আধ্যাত্মিক স্থিতি প্ৰকট কৰি তোলে। ৰাম, আতৈ, হৰিভকত, বুঢ়াভকত, গৰাকী, প্ৰভু, ঈশ্বৰ আদি সম্বোধনবোধক শব্দ অতি হৃদয়স্পৰ্শী। সৰুপানী চোৱা, গা শুদ্ধি কৰা বা যুৰা হোৱা বা বাহিৰ ফুৰা, গা-তিওৱা, চাউল সিজোৱা আদি ব্যৱহাৰিক শব্দই এটি সুকীয়া শালীনতাপূৰ্ণ আচৰণৰ ইংগিত দিয়ে। পুৱাৰ বাহিৰবনৰপৰা আৰম্ভ কৰি শস্য চপাই আনি উৰালত ধান-চাউল খুন্দালৈকে তাৰং কাৰ্যই বাপুসকলৰ আত্মনিৰ্ভৰশীলতাৰ পৰিচয় দিয়ে।

সত্ৰীয়া যুৱকৰ বয়স স্তৰে স্তৰে দায়িত্ব আৰু কৰ্ত্তব্যৰ বোজাও ক্ৰমাৎ বৃদ্ধি পায়। বাল্যকালত আৰম্ভ কৰা নৃত্য-শিক্ষা ক্ৰমে পৰিপূৰ্ণ হৈ ভৰ যৌৱনত পূৰ্ণতা লাভ কৰি আগ-নটুৱাৰ শাৰীলৈ উন্নিত হয়। একেদৰে বাল্যকালতে পাতনি মেলা বায়ন, ওজা, পাঠেক, নামলগোৱা আদি শিক্ষাই যৌৱনৰ ভৰপকত চৰম সীমাত উপনীত হয়। বৰ-বায়ন, বৰ-গায়ন, ওজা-উঠা, আদিৰ দৰে বিৰয়ত দক্ষ হৈ উঠে এই সময়চোৱাতেই। একেধাৰে ধৰ্ম আৰু সঙ্গীতৰ অমিয়া পৰশত সত্ৰীয়া যুৱক আধ্যাত্মিক ৰসেৰে পৰিপক্ক হৈ উঠে। দেহ-তত্ত্বৰ এই জ্ঞান সত্ৰীয়া ল'ৰাই অজনীয়া বুঢ়াভকত তথা সত্ৰাধিকাৰ গুৰুৰ পৰা আহৰণ কৰি হৃদয়ত ভক্তিৰ কথাবস্তু স্থাপন কৰে আৰু ক্ৰমে বাৰ্ধক্যৰ দিশলৈ গতি কৰে।

একোপাহী ফুলৰপৰাই কোনো, বৰলে তৈয়াৰ কৰে বিহৰ উৰাল। আনহাতে এইপাহী ফুলৰপৰাই মৌ-মাখিয়ে নিৰ্মাণ কৰে একোখন মৌচাক। একেদৰে ক'ব পাৰি সাম্প্ৰতিক উশৃংখল যুৱমানসিকতাৰ বিপৰীতে এইসকল

যুৱক আধ্যাত্মিকতাৰ একো টুকুৰা মুকুতা। সেয়েহে হ'ব পায় যৌৱনৰ নঙলা মাৰি প্ৰাপ্তবয়স্ক এজন সত্ৰীয়াই নৃত্য-গীত, ভাওনাৰে মুখৰিত কৰা 'হৰি-কীৰ্ত্তন' উৎসৱৰ আয়োজন কৰে। ভকতি-মুকুতিৰ পথ প্ৰশস্ত কৰে।

এজন সত্ৰীয়াৰ জন্ম হয় গাঁৱৰ ঘৰত, ডাঙৰ-দীঘল হয় মায়াৰ বান্ধোনত। কিন্তু বাল্যকালতে সত্ৰলৈ আহি ল'ৰাটিয়ে এই মায়া আঁতৰাই গুৰুমুখী হয়। মায়া শব্দৰ ধাতুগত অৰ্থ হ'ল মা-নিষেধ বাচক য়া-প্ৰাপ্তি বাচক অৰ্থাৎ যি প্ৰাপ্ত হৈও নাই সেয়ে মায়া। সত্ৰীয়া যুৱকসকলে সংসাৰৰ এই মায়াক অসাৰ বুলি ভাবে। 'এ ভৱ গহন বন'ৰ পৰা মুক্তি পাবলৈ 'ৰাখু ৰাখু এ সদাশিৱ' বাণীক জীৱনতৰীৰ কাণ্ডাৰী জ্ঞান কৰে। মুঠ কথা শতাধিক বছৰীয়া ধৰ্মীয় বাতাবৰণ বিশেষকৈ সত্ৰীয়া-সংস্কৃতিৰ ধাৰাটো বহন কৰি অনাত এওঁলোকৰ মহান অৱদান আছে। শ শ জন উদাসীন ল'ৰাৰ জীৱনযোৰা সাধনাৰ মৌকোঁহ সিঁচৰতি হৈ আছে। শ শ ত্যাগধন্য জনৰ জীৱনযোৰা সাধনাৰ পৰশ আছে। সংযমৰ ক্ষুৰৰ সাঁকো বগাই ধৰ্ম তথা সঙ্গীতৰ বেদীত এৰি অহা এই যৌৱনবোৰ সেয়েহে অসমবাসীৰ মৰমৰ, আদৰৰ আৰু গৌৰৱৰ একোটা নিদৰ্শন। দেশী-বিদেশী ভ্ৰমণকাৰী পৰ্যবেক্ষকৰ অধ্যয়নৰ বাবেও ই একোটা গধুৰ বিষয়বস্তু।

শেষত কওঁ সাম্প্ৰতিক যুগ-অস্থি-সন্ধিত সত্ৰ তথা সত্ৰীয়া সংস্কৃতি এপালি মহৌষধ। সত্ৰীয়া সঙ্গীতৰ মেটমৰা বোজাৰে কমলাবাৰী সত্ৰ এই দিশত দুখোজ আগবঢ়া। সত্ৰীয়া নৃত্য, গীত, নাট্য, বাদ্যৰ প্ৰচাৰ প্ৰসাৰ তথা সাঙ্গীতিক উত্তৰণত এইসকল উদাসী সাধকে সিংহভাগ লোৱাতো পৰম গৌৰৱৰ বিষয়। সাম্প্ৰতিক সময়তো সত্ৰীয়া সঙ্গীতক নান্দনিক সাজত এওঁলোকেই সজোৱাৰ দিহা কৰিলে। আঙ্গিক উত্তৰণৰ প্ৰতিটো দিশত এওঁলোকে অভিন্ন সূত্ৰে জড়িত হৈ পৰিল। চমু কথাত এইসকল উদাসী সাধকেই সত্ৰীয়া সংস্কৃতিৰ পথাৰখন সাৰুৱা কৰি ৰাখিছে। সেয়েহে ক'ব লাগিব মোৰ আতা পুৰুষৰ থানৰ বাপুসকল কেৱল সঙ্গীত সাধকেই নহয়—এওঁলোক একোজন "যুগ ঝঞ্ঝাবিনাশী অবিনাশী শক্তিধৰ"।



# শঙ্কৰে সংশয় চেদি

**জীৱন ভূঞা**

পঞ্চদশ শতিকাত ভগৱন্ত কৃষ্ণদেৱৰ অংশ স্বৰূপে অৱতাৰ গ্ৰহণ কৰা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ধৰ্ম সংস্কাৰৰ যোগেদি পূৰ্বাঞ্চলত উচ্চ-নীচ, স্পৃশ্য, অস্পৃশ্য সকলো জাতি গোষ্ঠীৰ লোকক সামৰি এখন শ্ৰেণীহীন সমাজৰ যি বুনিয়াদ গঢ়ি থৈ গ'ল, তেনে ধ্যান-ধাৰণা, চিন্তা-চৰ্চ্চা তেওঁৰ পৰৱৰ্ত্তী সময়ত আতা-আতৈসকলৰ পাছত আজিকোপতি আন লোকসকলে কৰিলে বুলি মনে নধৰে। শ শ বছৰ ধৰি সাধাৰণ জনজীৱনৰ লগত সংগতি নোহোৱা ধৰ্ম ব্যাখ্যাৰে এক শ্ৰেণী বুদ্ধিজীৱী লোকে ধৰ্মীয় দৰ্শনবিহীন বিচাৰ-আচাৰ-নীতি দেখুৱাই বিভিন্ন সম্প্ৰদায় সৃষ্টি কৰি সমাজখনকে বিপথে পৰিচালনা কৰাৰ লগতে এক শ্ৰেণীৰ ভোগবাদীৰহে জন্ম দিলে। যাৰ ফলস্বৰূপে জীৱনৰ প্ৰয়োজন আৰু ধৰ্মীয় ব্যৱহাৰৰ মাজত সৃষ্টি হোৱা এই সংগতিহীনতাই আত্ম বিশ্লেষণৰ পৰিবৰ্ত্তে আত্মহননৰ পথহে মুকলি হ'ল। তাৰ ফলত ধৰ্ম সাধনা বহু পৰিমাণে ব্যক্তিকেন্দ্ৰিক হৈ পৰিল। এনে এক সংগতিহীন ধৰ্ম আচৰণে যে মানুহক ৰক্ষা কৰিব নোৱাৰে সেই কথা গুৰুজনে ভালকৈ উপলব্ধি কৰিছিল। ধৰ্ম কি? ইয়াৰ সত্যস্বৰূপ কি? বা ইয়াৰ প্ৰয়োজনীয়তা বা কি আছিল অনেক প্ৰশ্নৰ সমাধান বিচাৰি তেওঁৰাই সমস্ত শাস্ত্ৰ অধ্যয়ন কৰি ভাৰতীয় হিন্দু ধৰ্মই কলিযুগৰ উপযোগীকৈ নিৰ্ণয় কৰি দিয়া এক শৰণ হৰিনাম ধৰ্ম প্ৰচাৰ কৰি উদাত্তভাৱে ঘোষণা কৰিলে "বেদৰ গুপুত বিত্ত নাৰায়ণ" বুলি। এনে কৰিবলৈ যাওঁতে সিকালৰ অনেক ব্যভিচাৰেৰে

পৰিপূৰ্ণ এখন সমাজক সম্মুখত লৈ কি উপায়েৰে জীৱ তৰণৰ ব্যৱস্থা কৰা হ'ব তাকো ভাবিব লগা হ'ল। সমাজত সংমিশ্ৰণ হৈ থকা সকলো লোকৰে যাতে কল্যাণ হয় , শান্তি-সম্প্ৰীতি, ঐক্য স্থাপন হৈ জাতি-ভেদ, শ্ৰেণীহীন ভাবহীন এক পৰম কল্যাণময়, সমাজ গঠনৰে শোষণ অন্যায় অত্যাচাৰ দূৰ হৈ এক ভক্তিবাদী সমাজ ৰচনা হয়, তাৰ বাবেই তেৰাই গোটেই জীৱন জুৰি প্ৰচেষ্টা কৰি গ'ল। এই বিপ্লৱ যুগজয়ী বিপ্লৱ! ইয়াৰ বিনাশ কোনো কালে হ'ব নোৱাৰে। সমাজৰ পদদলিত পীড়িত নিষ্পেষিত জনগণক সমমৰ্য্যাদা প্ৰদান কৰি গুৰুজনে বিভিন্ন জাতি-উপজাতিক লৈ এক হৰিভকতৰ সমাজ ৰচনা কৰিলে।

অতীত ইতিহাস খুচৰিলে এটা কথা জলজল-পটপটকৈ ওলাই পৰে যে বেদ ৰচনা হোৱা কালৰপৰা সমাজৰ প্ৰয়োজনত একে মানুহ জাতিক ধৰ্ম অনুসৰি বিভাজন কৰি ধৰ্ম বিভাজন সূত্ৰেহে ৰচনা কৰিছিল। সেই সূত্ৰ অনুযায়ী যোগ্যতাৰ ওপৰত নিৰ্ভৰ কৰি ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শুদ্ৰ এই চাৰি বৰ্ণ সৃষ্টিৰে কৰ্মৰ বিভাগ কৰা হৈছিল। জ্ঞান অৰ্জনত কাকো কোনেও বাধা দিয়া নাছিল।

বেদৰ শ্লোক ৰচনাত কেইবাগৰাকী মহীয়সী বিদূষী নাৰীয়ে অংশ গ্ৰহণ কৰি সন্ত সমাজক তাৰ ব্যাখ্যা দাঙি ধৰিছিল। ব্ৰহ্মবাদী গাৰ্গী, লোমপ্ৰদা তাৰ প্ৰশস্ত উদাহৰণ! জন্মসূত্ৰে ক্ষত্ৰিয় হৈয়ো বিশ্বামিত্ৰৰ ঋষিত্ব প্ৰাপ্ত হৈছিল। আনহাতে ব্ৰহ্মাধাৰ্যৰ পৰা জন্ম লাভ কৰি হিৰণ্যকশিপু, তাৰণ আদিয়ে ক্ষাত্ৰিয় কৰ্মত লিপ্ত হৈছিল। সময়ৰ বিৱৰ্ত্তনত এই ধাৰা পৰিবৰ্ত্তন হ'ল! এক শ্ৰেণীৰ স্বাৰ্থান্ধ, ভোগবাদী লোকৰ স্ব-স্বাৰ্থ পূৰণৰ অৰ্থে শুদ্ৰ নামধাৰী লোকসকলক সৰু সৰু উপজাতি সৃষ্টি কৰাৰ লগতে সিকালৰ থলুৱা ভূমিপুত্ৰসকল অসুৰ দানৱ আদি শব্দেৰে অনাৰ্য্য সজোৱা হ'ল।

একে ভগৱন্তৰ সন্তানক উপাসনা কাৰ্য্যৰপৰাও বঞ্চিত কৰা হ'ল। নানা ক্ষুদ্ৰ দেৱ-দেৱতা সৃষ্টি কৰি বিভিন্ন দেৱতাক বেলেগ বেলেগ উপচাৰেৰে পূজা কৰা পদ্ধতি সৃষ্টি কৰি অনেক শ্লোকো ৰচনা কৰা হ'ল। যাৰ ফলত মানৱ জাতিৰ মানসিক উৎকৰ্ষ সাধন প্ৰক্ৰিয়া শুদ্ধ হোৱাৰ উপক্ৰম ঘটিল। ধৰ্ম বুলি আচৰণ কৰা কামে অধৰ্মৰ ৰূপ লৈ হিংসা খেয়াল উচ্চ-নীচ ভাৱনাই সমাজখনক গ্ৰাস কৰি পেলালে। কাম-ক্ৰোধ লোভ মোহৰ বশৱৰ্ত্তী হৈ মানুহে হিংসা, মিছা, বেশ্যা আদিৰ আশ্ৰয় ল'লে। এনে চৰম সময়ত শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাই এই সকলো বিভেদ পৰিহাৰ কৰি "তৰা নৰলোক, হৰি ভজিয়োক" এই মহামন্ত্ৰেৰে বিশ্বকৰ্ম্মীক আহ্বান জনালে। ভাগৱতত তেৰাই পদ ভাঙনিত উল্লেখ কৰিলে —

"নালাগে ভক্তিত দেৱদ্বিজ ঋষি হইবে,
নালাগে সম্ভূত শাস্ত্ৰ বিস্তৰ জানিবে

তপ জপ যাগ যজ্ঞে সবে অকাৰণ
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ।

দৈত্যাৰী ঠাকুৰৰ বৰ্ণনাৰপৰা আমি সিকালৰ ধৰ্ম আচৰণৰ এক স্পষ্ট ছবি দেখিবলৈ পাও।

ই দেশৰ পূৰ্ব্ব কালে নাছিলস ভকতি
নানা ধৰ্ম কৰ্মলোকে কৰন্ত সম্প্ৰতি
নানা দেৱ পূজা কৰয় বলি দান
হংস ছাগ পাৰ কাটে অসংখ্য প্ৰমাণ।।
তপ জপ যজ্ঞ দান তীৰ্থস্নান কৰে
ঘোৰ নৰকত পৰি পৰি সবে মৰে।।

শংকৰ মাধৱ ৰূপে ভৈলা অৱতাৰ।।

গুৰুজনাৰ প্ৰতিভা অসাধাৰণ আৰু অনন্য। তেওঁৰ দৰে পৃথিৱীৰ অন্য কোনো সাধু, সন্ত, ধৰ্ম গুৰুৰ আবিৰ্ভাৱত সৰ্ব্বগুণসম্পন্ন আৰু প্ৰতিভা বিচাৰি পোৱা টান। গুৰুজনে এটা জাতিক ন-কৈ সজাই পৰাই আগবঢ়াই আনিবলৈ প্ৰয়োজনীয় সমস্ত দিশলৈ চকু দিব লগা হ'ল। সাহিত্য-সংস্কৃতি গদ্য ৰীতি, নৃত্য-ভাওনা সৃষ্টিৰ লগতে সমাজৰ প্ৰয়োজনীয় কুটিৰ শিল্প আদিতো তেৰাই মনোনিবেশ কৰিছিল। তেৰাৰ যোগ্য উত্তৰাধিকাৰী ৰূপে মহাপুৰুষ মাধৱদেৱেও গুৰুৰ আৰ্হিৰে সমস্ত দায়িত্ব কান্ধ পাতি ল'বলৈ সক্ষম হ'ল। সহজ-সৰল অথচ বিশ্ববন্দিত ঈশ্বৰ পুৰুষক পোৱাৰ সুগম পথ হৰিনাম ধৰ্ম প্ৰতিষ্ঠাৰ হেতু শ্ৰীমন্ত শংকৰ গুৰুৱে ক্ষুদ্ৰ দেৱ-দেৱতাৰ ঠাইত এক কৃষ্ণ দেৱত মন প্ৰাণ সমৰ্পণ— অৰ্থাৎ শৰণ গ্ৰহণ, বহু ভিন্নমুখী শাস্ত্ৰৰ ঠাইত গীতা-ভাগৱত শাস্ত্ৰৰ শ্ৰেষ্ঠতা দি বহিৰ্মুখী লোকক অন্তৰ্মুখী কৰিলে।

সমগ্ৰ বিশ্বতে বৰ্ত্তমান যুগত অনেক সাম্যবাদী চিন্তাবিদে মানৱতাৰ ভেটি গটি তুলিবলৈ যি প্ৰচেষ্টা চলাইছে মহাপুৰুষ শংকৰদেৱে আজি কেইবা শতিকাৰ আগতেই সেই সংগ্ৰামৰ বীজ ধৰ্ম প্ৰচাৰৰ মাধ্যমেৰে পূৰ্বাঞ্চলত প্ৰতিষ্ঠিত কৰিলে। ইয়াৰ সুফল এতিয়াও অব্যাহত আছে।

পৰিশেষত শঙ্কৰ গুৰুজনাৰ সমস্ত দায়িত্ব কান্ধ পাতি ধৰা মহাপুৰুষ মাধৱদেৱৰ ভাৱধনৰ একাল উজানৰ বাপুৰুৰ, পিতৃ-মাতৃৰ পৰা, সেৱকৰ আত্মা, সাধু সন্তৰ বদলা আতাই গুৰু-ধৰ্ম সংস্কৃতি ৰাখি উজান দেশতো ধৰ্মৰ ধ্বজা কৰা কৰিলে।



# সৃষ্টিতত্ত্ব আৰু গুৰু পৰম্পৰা

মহেন্দ্ৰ শইকীয়া

আসীদিদং তমোভূতমপ্ৰজ্ঞাতমলক্ষণম।
অপ্ৰতৰ্ক্যমবিজ্ঞেয়ং প্ৰসুপ্ত যিব সৰ্বতঃ।।
ততঃ স্বয়ংভুৰ্ভগবান ব্যক্তো ব্যঞ্জয়ন্নিদম্।
মহাভূতাদি বৃত্তোজাঃ প্ৰাচুৰাসীত্তমোনুদঃ।।
(মনু সংহিতা)

অৰ্থ— আদিতে এই জগতখন অন্ধকাৰত ডুবি আছিল। অনুমান কৰিব পৰা কোনো ৰূপেই নাছিল। সকলো অজ্ঞাত আৰু শূন্য অৱস্থাত আছিল। এই ঘোৰ অন্ধকাৰৰ মাজতেই স্বয়ম্ভু ভগবানে মহাভূতাদি সৃষ্টি কৰাৰ প্ৰয়াস কৰিলে।

মহাপ্ৰলয়ৰ পাছত ব্ৰহ্মাণ্ডৰ সমস্ত তত্ত্ব গৰ্ভত নিবাস দি পৰমেশ্বৰ নিজেও নিৰাকাৰ হৈ বিচৰণ কৰি থাকিল। সৃষ্টি নহ'লে অব্যক্ত প্ৰতিভা ব্যক্ত হোৱাৰ স্থল নেথাকে; সেয়েহে অব্যক্ত ঈশ্বৰৰ পুনৰ সৃষ্টি পাতনৰ ইচ্ছা হ'ল। যথা—

একেশ্বৰে আছো আমি আদি নিৰঞ্জন।
সৃষ্টি নাহি আমাক য়ে শকবে শোভন।।
চৈধ্যয় ভুবন গৰ্ভতে দিলো ঠাই।
মায়া প্ৰকৃতিও আছে গৰ্ভতে লুকাই।।
জড় হয়া আছে কাবো নাহিকে চেতন।

আমি মহা চৈতন্য পুৰুষ নিৰঞ্জন।।
একেশ্বৰে থাকি আমি কৰো কোন কায।
শৰীৰৰ পৰা সৰে জীৱ হোক বাজ।।

(অনাদি পাতন ভাগৱত)

অব্যক্ত জগতৰ মহাশূন্যৰ মাজত অব্যক্ত বিভুৰ ইচ্ছাৰ প্ৰকাশ ঘটিল। শ্বেত, পীত আৰু ৰক্ত বৰ্ণৰ মহাজ্যোতিস্মান বস্তিৰে 'ব' অক্ষৰ ৰূপ প্ৰকাশ হ'ল। উৰ্দ্ধভাগত শ্বেতবৰ্ণ 'অ' মধ্যত ৰক্তবৰ্ণ 'উ' আৰু নিম্ন ভাগত পীতবৰ্ণ 'ম' এই তিনি অক্ষৰ যুক্ত সত্ত্ব, ৰজ, তম তিনি মহত্ত্ব বা তিনি গুণৰ সৃষ্টি হ'ল। এই তিনি মহত্ত্বৰ আধাৰত তিনি গুণক আশ্ৰয় কৰি সৃষ্টি পাতনৰ পৰিকল্পনা যুগুত কৰিলে। কিন্তু সৃষ্টি বৃদ্ধিৰ কাৰণে শক্তিৰ প্ৰয়োজন হ'ল। অ উ মৰ সংযোগত মহাশক্তি বা ব্ৰহ্মবীজৰ সৃষ্টি কৰি " ̐" আকাৰে 'ও'ৰ ওপৰত স্থিতি কৰাই মহানাদৰ সৃষ্টি কৰিলে। পৰম ব্ৰহ্মৰপৰা নাদ ব্ৰহ্ম, নাদব্ৰহ্মৰপৰা জীৱ ব্ৰহ্মৰ উৎপত্তি হৈ সৃষ্টি পাতনৰ পূৰ্ণ শক্তি সঞ্চয়ন হ'ল। পূৰ্ণ ৰূপ "ওঁ" ব্ৰহ্মাই সৃষ্টিৰ আদি মূলবীজ আৰু বেদৰ প্ৰণৱ মন্ত্ৰ। সেই পৰম বীজযুক্ত "ওঁ" ব্ৰহ্মত বিভুৱে সাকাৰ ৰূপ ধাৰণ কৰি সোঁ অংশৰপৰা চতুৰ্ভুজী নাৰায়ণ, বামাংশৰপৰা স্ফটিকৰ দৰে শুভ্ৰ শিৱ আৰু নাভিৰপৰা শুক্লবস্ত্ৰ পৰিহিত ব্ৰহ্মাক সৃষ্টি কৰিলে। সৃষ্টি বঢ়াবৰ বাবে পৰমেশ্বৰে নিজৰ বাওঁ অংশৰপৰা আদ্য নাৰী ৰাধিকাদেৱীক সৃষ্টি কৰিলে। এইদৰেই বিভুৱে নিজৰ শৰীৰৰপৰা বিভিন্ন দেৱ-দেৱীৰ সৃষ্টি কৰি, সেইসকলক সৃষ্টি পাতনৰ ভাৰ অৰ্পণ কৰিলে। কিন্তু ঈশ্বৰৰপৰা আবিৰ্ভাৱ হোৱা দেৱ-দেৱীসকলে প্ৰভুৰ ইচ্ছা আৰু তত্ত্বজ্ঞানৰ কথা নেজানি অপলক দৃষ্টিৰে ঈশ্বৰলৈ চাই থাকিল। অন্তৰ্য্যামী প্ৰভুৱে সেইসৱৰ মনৰ কথা বুজিব পাৰি, নিজৰ সমস্ত তত্ত্বজ্ঞান শিৱক অৰ্পণ কৰি, সেই জ্ঞান প্ৰচাৰ কৰিবলৈ নিৰ্দ্দেশ দিলে। তেতিয়াৰপৰাই পৰম শিৱ ঈশ্বৰৰ তত্ত্ব বাহক জগতৰ গুৰু হ'ল।

বৃহৎ শিৱপুৰাণৰ অন্তৰ্গত ৰুদ্ৰযমালৰ মতানুসৰি বিষ্ণু আৰু ব্ৰহ্মাৰ মাজত শ্ৰেষ্ঠতাৰ ভিত্তিত হোৱা বাক্যযুদ্ধ অৱসান ঘটাবৰ বাবে দুয়োৰে মাজত প্ৰচণ্ড শিলাস্তম্ভ এডাগৰ হঠাৎ আবিৰ্ভাৱ হ'ল। এই শিলাস্তম্ভই ব্ৰহ্মা-বিষ্ণু দুয়োকে আচম্বিত কৰি তুলিলে। শিলাস্তম্ভৰ বাবে ইজনে সিজনক নেদেখা হ'ল। দুয়োৰে আলোচনা কৰি স্তম্ভৰ আদি-অন্ত নিৰ্ণয় কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি ব্ৰহ্মাই হংসৰ ৰূপ ধাৰণ কৰি আকাশমাৰ্গলৈ উৰা মাৰিলে; আৰু বিষ্ণুৱে বৰাহ ৰূপ ধাৰণ কৰি পাতালমাৰ্গলৈ গতি কৰিলে। বহুত দিনৰ পাছত দুয়োজনাই ব্যৰ্থ মনোৰথেৰে

ঘূৰি আহি পূৰ্ব্বৰ স্থানতে একেলগ হ'লহি। শিলাস্তম্ভৰ ওচৰত যে দুয়োৰে শ্ৰেষ্ঠতাৰ আত্মগৰ্ব্ব চূৰ্ণ হ'ল, সেই কথা দুয়োজনে উপলব্ধি কৰি দুয়োৰে সেই শিলাস্তম্ভত স্তুতি কৰিবলৈ ধৰিলে। বহু কালৰ অন্তত শিলাস্তম্ভৰ ঊৰ্দ্ধত প্ৰচণ্ড শব্দ উচ্চাৰিত হৈ আকাশমাৰ্গ গুম্‌গুমাই উঠিল আৰু সেই শব্দৰ মাজৰপৰা মহাশূন্যত ত্ৰিৰঙ্গযুক্ত "ওঁ" ৰূপৰ আবিৰ্ভাৱ হ'ল। সেই ওঁৰ ৰশ্মিজালৰ মধ্যৰপৰা বিভুৱে হাস্যবদনে ক'লে—"হে বৎসাদ্বয়! তোমালোকে মোৰ সৃষ্টিৰ ৰহস্য নেজানি আত্মগৰ্ব্বে গৰ্ব্বিত হৈ নিজৰ অজ্ঞানতাহে প্ৰকাশ কৰিলা। মোৰ সত্যৰ স্বৰূপ পৰম শিৱই তোমালোকৰ অহঙ্কাৰ নাশ কৰিলে। পৰম শিৱক মোৰ সকলো তত্ত্ব অৰ্পণ কৰিছোঁ। শিৱৰপৰাই মোৰ তত্ত্বজ্ঞান লাভ কৰি, মোৰ সৃষ্টি পাতনৰ কাৰ্য্যত সহযোগী হোৱা। প্ৰয়োজনত পুনৰ মোৰ দৰ্শন লাভ হ'ব"। এই কথা কৈ হৰি অন্তৰ্দ্ধান হ'ল। তেতিয়াৰপৰাই সেই শিলাস্তম্ভ "শিৱ লিঙ্গ" নামেৰে প্ৰখ্যাত হ'ল।

পৰম শিৱই গুৰুস্থান অধিকাৰ কৰি ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰক পৰমেশ্বৰৰ পৰম জ্ঞান দান কৰিলে। ইয়াৰ পাছত নাৰদ, চাৰিসিদ্ধ, মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, লোমহৰ্ষ, ক্ৰতু, বশিষ্ঠ, ভৃগু, প্ৰচেতস আদি ঋষিসকলক ভক্তিজ্ঞান দান কৰিলে। লোমহৰ্ষণৰ পুত্ৰ সৌতিয়ে শৌণক আদি ঋষি-মুনিসকলক গুৰুৰপৰা লাভ কৰা জ্ঞান দান কৰিলে। সেই তেজস্বীসকলে আন ঋষি-মুনি বা অনুগত যোগ্যসকলক গুৰুৰ জ্ঞান দান কৰিলে, আৰু কালক্ৰমত সেই ঋষি-মুনিসকলৰপৰাই বিভিন্ন গোত্ৰৰ সৃষ্টি হ'ল। এইদৰেই পৰমেশ্বৰে পৰম শিৱক দান কৰা ভক্তিজ্ঞানৰ তত্ত্ব যুগে যুগে মুখে মুখে প্ৰচলিত হৈ আহি, শ্ৰীশঙ্কৰদেৱ গুৰুজনাৰ যোগেদি সত্ৰাধিকাৰ গুৰুসকলে লাভ কৰিছে। এয়েই হ'ল গুৰু পৰম্পৰা। এই পৰম্পৰাৰ বাহিৰত উদ্ভৱ হোৱা স্বয়ম্ভু গুৰুসকল স্বীকৃতিপ্ৰাপ্ত হ'ব নোৱাৰে।

গুৰুৰ তাৎপৰ্য্য আৰু গুৰুভক্তি বিশেষ উল্লেখযোগ্য। 'গু' শব্দে অন্ধকাৰ আৰু "ৰু" শব্দে পোহৰ। মনৰ অজ্ঞান-অন্ধকাৰ নাশ কৰি জ্ঞানৰ পোহৰ দিওঁতাজনেই গুৰু। সত্ত্ব, ৰজ, তম গুণৰ অধিকাৰী গুৰু সাক্ষাৎ ঈশ্বৰৰ স্বৰূপ। গুৰু পৰিচয় আৰু গুৰুভক্তিৰ বিষয়ে শিৱই নাৰদক দিয়া উপদেশসমূহ "শ্ৰীশ্ৰীনাৰদ পঞ্চৰাত্ৰম্" গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত পোৱা যায়। যথা—

তদগুৰোঃ প্ৰতিবিম্বশ্চ সৰ্ব্বত্ৰ নৰৰূপকঃ।।
গুৰুৰূপী স্বয়ংকৃষ্ণঃ শিষ্যানাং হিতকাম্যয়া।।

অৰ্থ— সেই গুৰু নৰৰূপ সৰ্ব্বত্ৰে প্ৰকাশ হৈ থাকে। শিষ্যসকলৰ কল্যাণ

সাধনৰ বাবে স্বয়ং কৃষ্ণই গুৰুৰ ৰূপ ধাৰণ কৰি থাকে।

গুৰৌ তুষ্টে হৰিস্তুষ্টো হৰৌ তুষ্টে জগত্ৰয়ম্।
গুৰুব্ৰহ্মা গুৰুবিষ্ণু গুৰুদেৱো মহেশ্বৰঃ।।

অৰ্থ— গুৰুদেৱ তুষ্ট হ'লে হৰি তুষ্ট হয়, হৰি তুষ্ট হ'লেই ত্ৰিজগত তুষ্ট হয়। গুৰুৱেই ব্ৰহ্মা, গুৰুৱেই বিষ্ণু, গুৰুৱেই মহেশ্বৰ।

গুৰুদেৱঃ পৰং ব্ৰহ্ম গুৰুপূজ্যঃ পৰাৎপৰঃ।
হৰৌ ৰুষ্টে গুৰৌ তুষ্টে গুৰ্ব্বাকতুমীশ্বৰঃ।।

অৰ্থ— গুৰুদেৱ পৰম ব্ৰহ্মস্বৰূপ, গুৰুৱেই পূজ্য আৰু শ্ৰেষ্ঠতো শ্ৰেষ্ঠ। হৰি বিতুষ্ট হ'লেও গুৰু তুষ্ট হৈ থাকিলে শিষ্যক ৰক্ষা কৰি থকাৰ সমৰ্থ হয়।

আবহমান কালৰপৰাই দুটা পৰম্পৰাৰে জগতত ভক্তি-ধৰ্ম্ম প্ৰৱৰ্ত্তন হৈ আহিছে। এটা গুৰু পৰম্পৰা, আনটো শাস্ত্ৰ পৰম্পৰা। এটা আনটোৰ পৰিপূৰক। এই দুয়ো পৰম্পৰাৰে সাৰতত্ত্ব একত্ৰ কৰি মূল গূঢ়তত্ত্ব উদ্ভাৱন কৰি ল'ব নোৱাৰিলে পৰমেশ্বৰৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য নঘটে। পথ প্ৰদৰ্শক গুৰুৰ উপদেশ গ্ৰহণ কৰি আচাৰ-প্ৰৱৰ্ত্তনৰে ভক্তি মাৰ্গত আৰোহণ কৰিব পাৰিলে, এদিন পৰমেশ্বৰৰ সান্নিধ্য লাভ কৰিব পাৰিবই। এই বিশ্বাসৰ আধাৰতেই সৃষ্টি কালৰপৰা অদ্যপৰিমিত জগতত ভক্তি-ধৰ্ম্ম প্ৰৱৰ্ত্তন হৈ আহিছে। শাস্ত্ৰৰ সাৰোদ্ধাৰ ভক্তি জ্ঞান গুৰুৰপৰা আৰু আচাৰ-প্ৰৱৰ্ত্তনৰ ধৰ্ম্মজ্ঞান শাস্ত্ৰৰপৰা লাভ হয়। সৃষ্টি কালতে পৰমেশ্বৰৰ মুখৰপৰা বাজ হোৱা চাৰি বেদেই সনাতন হিন্দু ধৰ্ম্মৰ আদি শাস্ত্ৰ। বেদৰ শব্দ অতি কঠিন, ভাষা দুৰ্জ্ঞেয়। সৰ্ব্বসাধাৰণ লোকে বেদৰ ভাষা বুজিব নোৱাৰে। সেয়েহে পৰমেশ্বৰৰ অংশে কলা অৱতাৰ, পৰাশ মুনিৰ সুযোগ্য সন্তান ব্যাস মুনিয়ে প্ৰাঞ্জল ভাষাত চাৰি বেদৰ অনুবাদ কৰি সকলোৰে বোধগম্য কৰিলে। চাৰিওখন বেদৰ চাৰি লক্ষ শ্লোকক ওঠৰ ভাগত বিভক্ত কৰি ওঠৰখন পুৰাণৰ সৃষ্টি কৰিলে। চাৰিখন বেদৰ অনুবাদেই ওঠৰখন পুৰাণ শাস্ত্ৰ। ইয়াৰ পাছত, নাৰদ মুনিৰ উপদেশ অনুসৰি, কৃষ্ণৰ ভক্তিত প্ৰাধান্য দি ভাগৱত শাস্ত্ৰ প্ৰণয়ণ কৰিলে। দ্বাদশস্কন্ধীয় ভাগৱত সকলো পুৰাণ শাস্ত্ৰৰ সাৰ আৰু নিৰ্গুণ ভক্তিৰ ভাণ্ডাৰ। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰগুৰুজনাই এই ভাগৱত শাস্ত্ৰ জগন্নাথ ক্ষেত্ৰত জগদীশ মিশ্ৰৰপৰা লাভ কৰিছিল। গুৰুজনাই বেদৰ আধাৰত অৰ্থাৎ পুৰাণসমূহৰ নীতি-সদাচাৰৰ আধাৰত ভাগৱত ভক্তি শাস্ত্ৰত প্ৰাধান্য দি অসমত বৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰিলে। এয়েই হ'ল শাস্ত্ৰৰ পৰম্পৰা।

গুৰু, দুয়ো পৰম্পৰাৰে মুখপত্ৰ। পূৰ্ব্বৰপৰা একাদিক্ৰমে মুখে মুখে প্ৰচলিত

হৈ অহা—অনাক্ষৰী গোপন ভক্তিজ্ঞান গুৰুৱে শিষ্যক দান কৰি, সেই ভক্তি শাস্ত্ৰপৰা লাভ কৰা নীতি-সদাচাৰৰ ভিত্তিত পালন কৰিবলৈ উপদেশ দিয়ে। সেয়েহে গুৰুসকল উভয় পৰম্পৰাতে তত্ত্বজ্ঞানী হোৱাটো একান্ত বাঞ্ছনীয়। ভাগৱত শাস্ত্ৰই বিশিষ্ট গুৰুৰ বিষয়ত স্পষ্ট মত ব্যক্ত কৰিছে। যথা—

জানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণৰ ভকত।
সেহি গুৰু উপদেশ লৈবেক শকত।।
যদ্যপি ভকত হোন্ত নোহোন্ত পণ্ডিত।
শিষ্যৰ সংশয় সিটো নপাৰে খণ্ডিত।।
শাস্ত্ৰক জানন্ত যদি নুহিকে ভকত।
তান উপদেশে বোধ নোপজে শিষ্যত।।
বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
শিকিব ভাগৱত ধৰ্ম্ম মন এক কৰি।।



# সেতু বন্ধনত সত্ৰানুষ্ঠান

**নবীন ভূঞা**

অসমৰ সমাজ জীৱনত সত্ৰানুষ্ঠানৰ গুৰুত্ব অপৰিসীম। অসম তথা অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত সত্ৰানুষ্ঠানে লৈ অহা ভূমিকা সুপ্ৰাচীন। বৈষ্ণৱ সংস্কৃতিৰ ধ্বজাবাহক সত্ৰানুষ্ঠানেই অসমৰ সাংস্কৃতিক পৰম্পৰাৰ মূল সুঁতি। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে ভক্তিধৰ্ম প্ৰতিষ্ঠাৰ মহৎ প্ৰয়াসেৰে 'সত্ৰানুষ্ঠান' গঢ়ি তুলিছিল। সত্ৰানুষ্ঠানক এক অৰ্থত সন্ত পুৰুষৰ স্থান, আধ্যাত্মিক চিন্তাচৰ্চা, বৈষ্ণৱ সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰৰ মূল কেন্দ্ৰ ৰূপে গণ্য কৰা হয়। দুজনা গুৰুৰ আবিৰ্ভাৱৰ সময়ছোৱা আছিল অতিকৈ সংকটপূৰ্ণ। অসমৰ সমাজ জীৱনৰ সেই সংকটকালীন মুহূৰ্ত্তত গুৰু দুজনাৰ বৈষ্ণৱ আন্দোলনে মানুহৰ মন প্ৰাণ উদ্বেলিত কৰি তুলিছিল যদিও বহুতো অশুভ শক্তিয়ে এই ভক্তি আন্দোলনৰ সন্মুখত প্ৰত্যাহ্বানৰূপে দেখা দিছিল। কেৱল কৃষ্ণ কথাৰ শ্ৰৱণ-কীৰ্ত্তনেই যদিও সত্ৰসমূহৰ প্ৰধান বিষয় আছিল তথাপি সেই আধ্যাত্মিক চিন্তাচৰ্চাৰ উপৰি সত্ৰসমূহে মানৱ জাতিৰ কল্যাণৰ হকে সূচনা কৰিছিল এক সবল জাগৰণ। ইয়াৰ লগে লগে সত্ৰানুষ্ঠানৰ লক্ষ্য, উদ্দেশ্যৰ পৰিধিয়েও বিস্তাৰ লাভ কৰিছিল। সত্ৰ প্ৰতিষ্ঠা অসমৰ জাতীয় জীৱন, পৰম্পৰাৰ এক সনাতনী বুনিয়াদ, এক ৰূপান্তৰৰ অনন্য সোপান।

গুৰু দুজনাৰ উপৰি তেওঁসকলৰ শিষ্য-প্ৰশিষ্যৰ মহৎ প্ৰচেষ্টাত সত্ৰ প্ৰতিষ্ঠা হোৱাৰ উপৰি ৰাজপৃষ্ঠপোষকতাত গঢ় লৈ উঠা সত্ৰানুষ্ঠানেও বৈষ্ণৱ আন্দোলনক শক্তিশালী কৰি তুলিছিল। উল্লেখনীয় যে বেছিভাগ সত্ৰই মাজুলীত প্ৰতিষ্ঠা

কৰা হৈছিল। ইয়াৰ কাৰণ হয়তো ৰজাঘৰীয়া পৃষ্ঠপোষকতাত মাজুলীত সত্ৰ প্ৰতিষ্ঠাৰ বাবে ধৰ্মগুৰুসকলে একোটি শান্ত সমাহিত পৰিৱেশ লাভ কৰিছিল। প্ৰকৃতিৰ বিনন্দীয়া সৃষ্টি নদীদ্বীপ মাজুলীৰ কোলাত বৈষ্ণৱ ধৰ্মগুৰুসকলৰ সাধনাই সিদ্ধি লাভ কৰিছিল। ৰজাঘৰীয়া পৃষ্ঠপোষকতাত যিদৰে দক্ষিণপাট, আউনীআটী, গড়মূৰ আদি সত্ৰানুষ্ঠান গঢ় লৈ উঠিছিল একেদৰে দুজনা গুৰু, তেৰাসবৰ প্ৰধান শিষ্য-প্ৰশিষ্যসকলেও অতি উৎসাহেৰে ইখনৰ পিছত সিখন সত্ৰ প্ৰতিষ্ঠা কৰি বৈষ্ণৱ সংস্কৃতিৰ চৰ্চ্চা, প্ৰচাৰ-প্ৰসাৰৰ কৰ্মত মনোনিবেশ কৰিছিল। সেই সময়ছোৱাত মাজুলী আছিল শস্যে-মৎস্যে পৰিপূৰ্ণ, এক অৰ্থত অতি ভোগালী ঠাই। ৰাজপৃষ্ঠপোষকতাত প্ৰতিষ্ঠা হোৱা সত্ৰসমূহে দেৱোত্তৰ, ধৰ্মোত্তৰ ৰূপে লাভ কৰা ভূমিখণ্ড আছিল খাজনামুক্ত। আৰ্থিক অনাটনৰ সন্মুখীন নোহোৱাকৈ ৰাজপৃষ্ঠপোষকতা লাভ কৰা সত্ৰসমূহে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ-প্ৰসাৰত মনোনিবেশ কৰিছিল। এনেধৰণৰ বিভিন্ন সুবিধাৰ বাবে মাজুলীত সত্ৰানুষ্ঠানৰ বিকাশ সহজসাধ্য হৈ পৰিছিল। শ্ৰীমন্ত শংকৰদেৱে মাজুলীৰ বেলগুৰি বা ধুঁৱাহাটত প্ৰথমখন সত্ৰ প্ৰতিষ্ঠা কৰি একশৰণ নামধৰ্মৰ বুনিয়াদ শক্তিশালী কৰি তোলাৰ লগতে অসমৰ সমাজ জীৱনলৈ আনিলে এক সাংস্কৃতিক জাগৰণ। তেৰাৰ শিষ্য-প্ৰশিষ্যৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে ন ন ঠাইত সত্ৰ প্ৰতিষ্ঠাৰ জাগৰণ সৃষ্টি হ'ল। মাজুলীত চাৰি সংহতিৰ বহুসংখ্যক সত্ৰ আছে। মাজুলীত পূৰ্বতে ৬৫ খন সত্ৰ আছিল যদিও বান-খহনীয়া, ৰাজৰোষ তথা বিভিন্ন পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত বহুকেইখন সত্ৰ স্থানান্তৰিত হ'ব লগাত পৰে।

সত্ৰ প্ৰতিষ্ঠাৰ মূল লক্ষ্য হ'ল আধ্যাত্মিক তথা ধৰ্মীয় দিশৰ উন্নতি সাধন। ইয়াৰ উপৰি সমাজৰ জৰিয়তে আমাৰ জাতীয় ঐক্য সংহতিৰ বুনিযাদো শক্তিশালী হৈ আহিছে।

সত্ৰ প্ৰতিষ্ঠাৰ সময়ছোৱালৈ লক্ষ্য কৰিলে এটা কথাই প্ৰমাণ হয় যে সেই সময়ছোৱা আছিল নানাধৰণৰ দুৰ্যোগ, সংকটেৰে পৰিপূৰ্ণ। আহোম ৰাজশাসনৰ স্বৈৰাচাৰী কেতবোৰ কাৰ্যকলাপেও প্ৰজাৰ মনত সৃষ্টি কৰিছিল বিদ্ৰোহৰ স্ফুলিঙ্গ। ৰাজদ্ৰোহৰ ভয়ত প্ৰতিবাদী কণ্ঠ সৰৱ হৈ উঠিব পৰা নাছিল যদিও নৱবৈষ্ণৱ ধৰ্মৰ জাগৰণে জনমনত শুভবোধৰ উদয় ঘটাইছিল: অবিচাৰ, অধৰ্মক প্ৰত্যাহ্বান জনোৱাৰ সাহস সঞ্চয়নৰ লক্ষ্যৰে। তেনে এক সময়তে দুজনা গুৰুৰ আবিৰ্ভাৱ। নানা ঘাত-প্ৰতিঘাত, বাধা-বিপৰ্যয়, ৰাজৰোষৰ নানা বিপদ নেওচিও নৱবৈষ্ণৱ ধৰ্মই প্ৰচাৰ-প্ৰসাৰতা লাভ কৰাৰ মূলতে আছিল জনমনত উমি উমি জ্বলি থকা ৰাজ বিদ্ৰোহৰ স্ফুলিঙ্গ, শান্তিকামী ৰাইজে নাম-ধৰ্মৰ মাজেৰে বিচাৰি পাইছিল সত্যৰ সন্ধান।

মানুহৰ মাজত দেখা দিয়া দ্বন্দ্ব, অসূয়া-অপ্ৰীতি, ভেদাভেদ পৰিহাৰ কৰি সৰ্বমঙ্গলৰ মহান লক্ষ্যেৰে প্ৰবৰ্ত্তন কৰা বৈষ্ণৱ ধৰ্মই মানুহক ওচৰ চপাই আনিছিল সেয়েহে অসমৰ নৱবৈষ্ণৱ আন্দোলনক সাহিত্যিক, পণ্ডিত ডিম্বেশ্বৰ নেওগে বিশ্বৰ নৱজাগৰণৰ (ৰেনেচাঁ) ইতিহাসত স্থান দি গৈছে।

গুৰুজনাৰ মহান আদৰ্শই জনমনত বোধোদয় ঘটাইছিল মানুহৰ দৃষ্টি প্ৰসাৰিত হৈছিল। নানা জাতি-বৰ্ণৰ মাজত গা কৰি উঠা সংঘাতৰ উপশম ঘটাই গুৰুজনাই মানুহৰ মাজত সংহতিৰ সেতু গঢ়ি তুলিছিল। সেই সময়ত এফালে ৰজাৰ স্বৈৰাচাৰী কঠোৰ শাসন, ধৰ্মৰ নামত চলি থকা ব্যভিচাৰ, উচ্চ-নীচ, স্পৃশ্য-অস্পৃশ্যৰ ভেদাভেদ, নৰবলি, জীৱ-জন্তুৰ বলি-বিধান, যৌন উৎপীড়ন আদিৰে সমাজ জীৱন বিপৰ্যস্ত হৈ উঠিছিল। তেনে এটি সময়ত গুৰুজনাই প্ৰবৰ্তন কৰা নৱবৈষ্ণৱ ধৰ্মই সকলোৰে যেন জ্ঞান চকু মোকলাই দিবলৈ সক্ষম হৈছিল। গুৰুজনাই হৰিনামৰ মাজেৰে নৈতিক, আধ্যাত্মিক, মানবীয় অধিকাৰ, সমাজ বিজ্ঞানৰ জ্ঞান বিলাইছিল। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ ভাষাত — শ্ৰীমন্ত শংকৰদেৱ আছিল একাধাৰী সাংস্কৃতিক ৰাষ্ট্ৰৰ নিৰ্মাতা। আধ্যাত্মিক জ্ঞান চৰ্চাৰ, প্ৰচাৰ-প্ৰসাৰৰ কেন্দ্ৰস্বৰূপ সত্ৰানুষ্ঠানে অসমৰ জনগোষ্ঠীয় জীৱনক সাংস্কৃতিক চেতনাৰে উদ্বেলিত কৰি তুলি সুসাংস্কৃতিক জীৱন যাপনৰ পথ নিৰ্দেশ কৰে। সত্ৰানুষ্ঠানৰ নীতি-নিয়ম, নিত্য প্ৰসঙ্গ, কলা-কৃষ্টিৰ সাধনাই সকলো স্তৰৰ মানুহৰ মাজতে জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হয় উৎসৱ পাৰ্বন আদিয়ে মানুহৰ মাজত সম্প্ৰীতিৰ সেতু বন্ধনত প্ৰত্যক্ষ-পৰোক্ষ ভাৱে সহায় আগবঢ়ালে

সত্ৰানুষ্ঠানৰ ধৰ্মীয় আচাৰ-নীতি শ্ৰৱণ-ভজন, নৃত্য-গীত, ভাওনা, উৎসৱ-পাৰ্বনে সকলো শ্ৰেণীৰ মানুহৰ মাজতে প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈ উঠে। আধ্যাত্মিক জ্ঞান-চৰ্চাৰ প্ৰাণকেন্দ্ৰ সত্ৰসমূহ একে সময়তে মানৱতা আৰু নৈতিকতাবোধৰ কৰ্ষণথলী ৰূপেও গঢ় লৈ উঠে। সত্ৰ প্ৰতিষ্ঠাৰ সময়ছোৱাত অসমৰ সামাজিক, ৰাজনৈতিক , অৰ্থনৈতিক অৱস্থা সংশয়মুক্ত নাছিল। নানা দুৰ্যোগ অতিক্ৰম কৰি মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে কেৱল ধৰ্ম প্ৰচাৰতে ব্যস্ত আছিল বুলিলে ভুল কৰা হ'ব। বিশাল প্ৰতিভাৰ অধিকাৰী গুৰুজনাই শিল্প-সাহিত্যক দিছিল এক বিশ্বজনীন ৰূপ। গুৰুজনাৰ সৃষ্ট ভাওনা উৎসৱে মানুহৰ মনত জগাই তোলা শুভবোধৰ মাজতো আমি সৰ্বমঙ্গলৰ গুপুত উদ্দেশ্যৰ সন্ধান পাওঁ। পৰৱৰ্তী সময়ছোৱাত ভাওনা অসমৰ জাতীয় সংস্কৃতিৰ এক অভিন্ন অঙ্গত পৰিণত হয়। মানুহৰ মন মগজুক জোকাৰি যোৱা গীত-মাত, ভাওনা আদিয়ে এফালে আধ্যাত্মিক তথা নৈতিক শিক্ষাৰে জনমন জয় কৰিলে, আনহাতে নানা জাতি-উপজাতিৰে গঢ় লৈ উঠা অসমীয়া জাতিসত্তাক নেদেখা এনাজৰীৰে বান্ধি

ৰাখিলে। গুৰুজনাৰ সৃষ্টিকৰ্ম, চিন্তা-দৰ্শনৰ মাজেৰে বৈজ্ঞানিক দৃষ্টিভঙ্গীও প্ৰকাশ পাইছে। এলাহ্মুকলীয়া নীতি-নিয়মৰ বিৰুদ্ধে গুৰুজনাৰ লগতে তেওঁৰ প্ৰধান শিষ্য মাধৱদেৱ প্ৰমুখ্যে শিষ্য-প্ৰশিষ্যসকলেও নিৰন্তৰ প্ৰচেষ্টা অব্যাহত ৰাখিছিল। সত্ৰানুষ্ঠানৰ উপৰি গাঁৱে-ভূঞে প্ৰতিষ্ঠা লাভ কৰা 'নামঘৰ' গুৰুজনাৰ অভিনৱ অৱদান। জাতীয় জীৱনৰ বুনিয়াদ ৰূপে 'নামঘৰ'ক অভিহিত কৰিব পাৰি। গাঁৱৰ সকলো জাতি-সম্প্ৰদায়ক একগোট কৰি 'নামঘৰ' হৈ পৰিল সংহতিৰ অনন্য সেতু-বন্ধন। সংহতিৰ বুনিয়াদ গঢ়ি তুলি সত্ৰসমূহে অসমীয়া জাতিক নতুন গতি-প্ৰৱাহেৰে উজ্জীৱিত কৰি তুলিলে।

উল্লেখনীয় যে দক্ষিণ ভাৰতৰ তামিল প্ৰধান অঞ্চল আলোৱাৰ (আলৱাৰ, আঢ়াৱাৰ) সকলৰ মাজত নৱবৈষ্ণৱ ধৰ্মই এক আন্দোলনৰ ৰূপ পৰিগ্ৰহণ কৰিছিল। আলোৱাৰৰ অৰ্থ হ'ল ঈশ্বৰ। ঈশ্বৰ প্ৰেমত নিমজ্জিত হৈ থকাই তেওঁলোকৰ মূল উদ্দেশ্য। বিভিন্ন সম্প্ৰদায়ৰ লোক থকা আলোৱাৰৰ সংখ্যা ১২ জন। তামিল ভাষাৰ ৰচিত 'বৈষ্ণৱবেদ' বৈষ্ণৱ আন্দোলনৰ আধাৰ ৰূপে গণ্য কৰিব পাৰি। আলোৱাৰসকলৰ আবিৰ্ভাৱ কাল সম্পৰ্কত আধুনিক যুগৰ বিশেষজ্ঞসকলে ষষ্ঠ শতাব্দীৰপৰা নৱম শতাব্দী বুলি থাৱৰ কৰিছে যদিও কিম্বদন্তি অনুসৰি আলোৱাৰসকলৰ আবিৰ্ভাৱ প্ৰায় ৬০০০ বছৰ পূৰ্বে হৈছিল। আলোৱাৰ ভক্তসকলে বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ-প্ৰসাৰৰ উদ্দেশ্যে নানা ধৰ্মীয় গীত-মাত, শ্লোক-ছন্দ আদি ৰচনা কৰে। উল্লেখ্য, তামিল জনগণৰ মাজত এনেধৰণৰ গীত-মাত, শ্লোক-ছন্দই বেদৰ স্থান লাভ কৰিছিল। পুৰাণ সূৰ্য্য ভাগৱত আলোৱাৰসকলৰ দিনতে ৰচনা কৰা হৈছিল বুলি ধাৰণা কৰা হয়। আলোৱাৰসকলৰ এই আধ্যাত্মিক আন্দোলন নানা প্ৰান্তলৈ প্ৰসাৰিত হৈছিল। সমন্বয়-সংহতিৰ বাণী কঢ়িয়াই সেই আন্দোলনে সবল ৰূপ ধাৰণ কৰিছিল। পৰৱৰ্তী সময়ছোৱাত তাৰ ঢৌৱে অসম আৰু পশ্চিমবঙ্গক স্পৰ্শ কৰে। শ্ৰীমন্ত শংকৰদেৱে অসমত নৱবৈষ্ণৱ ধৰ্ম প্ৰতিষ্ঠাৰে সেই প্ৰৱহমান ধাৰাক অনন্য ৰূপেৰেও আগুৱাই লৈ যায়। গুৰুজনাৰ বৈষ্ণৱ আন্দোলনে অসমীয়া জাতিক একত্ৰিত কৰি যি জাতীয় মৰ্য্যাদা প্ৰদান কৰিলে তাৰ মাজেৰে গঢ় লৈ উঠিল জাতীয় জীৱনৰ সংহতিৰ মূল সেতু।

সত্ৰানুষ্ঠানে জাতীয় সংহতিৰ সেতু বন্ধনত যি অহোপুৰুষাৰ্থ কৰি আহিছে তাৰ তুলনা পাবলৈ নাই। পৰিবৰ্তিত পৰিস্থিতি অসমৰ সমাজ জীৱনলৈ অহা নানা ঘাত-প্ৰতিঘাত, অশুভ পৰম্পৰাক প্ৰতিহত কৰাৰ ক্ষেত্ৰত সত্ৰানুষ্ঠানে গ্ৰহণ কৰা স্থিতি কিমানদূৰ সৰ্বজনগ্ৰাহ্য, পৰিচ্ছন্ন তাত অৱশ্যেই সন্দেহৰ অৱকাশ আছে। সেয়া অন্য এক আলোচনাৰ বিষয়।



# সত্ৰ সংস্কাৰঃ বহাত থকা উদাসীন ভকতসকলৰ গাৰ্হস্থ্য ধৰ্ম্মৰ প্ৰয়োজনীয়তা

ড° বীৰেন্দ্ৰ নাথ ডেকা

'সত্ৰ' শব্দৰ উৎপত্তি আৰু বিকাশ সম্বন্ধে বিভিন্নজন পণ্ডিতে বিভিন্ন মতামত আগবঢ়ালেও বৈকুণ্ঠ নাথ ভাগৱত ভট্টদেৱে শৰণ মালিকা'ত দিয়া ব্যাখ্যা প্ৰণিধানযোগ্য ঃ

"যত্ৰা চৰন্তি সদ্ধৰ্মান কেৱলা ভগৱৎ প্ৰিয়াঃ
নৱধা ভগৱদ্ভক্তিঃ প্ৰত্যহং যত্ৰ বিদ্যতে
তৎ সত্ৰং উত্তমং ক্ষেত্ৰং বৈষ্ণৱং সুৰবন্দিতং
তত্ৰস্থা বৈষ্ণৱাঃ সৰ্বে হৰিনাম পৰায়ণা।।"

অৰ্থাৎ " যি স্থানত ভগৱৎ প্ৰিয় সকলে সৎধৰ্ম আচৰণ কৰে, য'ত নৱধা ভক্তি অনৱৰতে নিগৰিত হৈ থাকে , সেই উত্তম ক্ষেত্ৰ সত্ৰত বৈষ্ণৱ আৰু দেৱতাসকল বন্দনীয়। সেই ক্ষেত্ৰত বৈষ্ণৱসকল সদায় হৰিনাম পৰায়ণ হৈ থাকে।"

মন কৰিবলগীয়া কথা, বৰ্তমান সময়ত সত্ৰ বুলিলে যি বুজা যায় মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সেই অনুষ্ঠান প্ৰবৰ্তন কৰা নাছিল। পূৰ্ণ পৰ্য্যায়ৰ সত্ৰ প্ৰতিষ্ঠাত মহাপুৰুষ দামোদৰদেৱে প্ৰথমতে আৰ্হি প্ৰদৰ্শন কৰে আৰু মহাপুৰুষ মাধৱদেৱে সেই আৰ্হি অনুসাৰেহে সত্ৰ প্ৰতিষ্ঠা কৰে। গতিকে বৰ্তমান সময়ত সত্ৰ বুলি যি অনুষ্ঠানে আজি পাঁচশবছৰে জনমানসত শ্ৰদ্ধা ভক্তি তথা আদৰ্শৰ বাৰ্ত্তা বহন

কৰি আছে তাৰ প্ৰথম পথ প্ৰদৰ্শক আছিল মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰেই অনুগামী মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱ। দামোদৰীয়া পন্থাত যিহেতু শ্ৰীশ্ৰীবিষ্ণু যজ্ঞ, বিষ্ণু বিগ্ৰহৰ পূজা আৰু ভাগৱত শাস্ত্ৰ পাঠৰ লগতে মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে ৰচনা কৰা কীৰ্ত্তন, দশম আৰু মহাপুৰুষ মাধৱদেৱৰ নামঘোষাৰ আৰম্ভণীৰে প্ৰসঙ্গ প্ৰণালী আছে আৰু কীৰ্ত্তন-ঘোষাৰ প্ৰসঙ্গৰ অন্তত ঝাপ তাল অথবা চৌতালৰ ভাগৱতৰ নাম গোৱা প্ৰথা আছে গতিকে পৰীক্ষিতৰ ব্ৰহ্মজ্ঞান প্ৰাপ্তিৰ কাৰণে নৈমিষাৰণ্যত শুকদেৱে মৃত্যুৰ ক্ষণ গণি থকা ৰজা পৰীক্ষিতৰ আগত ভাগৱত পাঠ কৰাৰ পাছত সৌনকাদি মুনিসকলে নৈমিষাৰণ্যত সহস্ৰ বছৰ যজ্ঞ অনুষ্ঠান কৰা, সত্ৰানুষ্ঠান কৰা আদৰ্শই অসমৰ সত্ৰ সমাজত ভাগৱতৰ প্ৰভাৱ পৰাই স্বাভাৱিক। মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থ যাত্ৰা কৰি আহি ভক্তি-ধৰ্ম্ম প্ৰচাৰৰ কাৰণে অথবা ভক্তি চৰ্চ্চাৰ কাৰণে যি 'সত্ৰ গৃহ' নিৰ্মাণ কৰাৰ কথা চৰিত পুথিসমূহত পোৱা যায় সি নামঘৰ আৰু মণিকূট গৃহ হে আছিল বুলি ভাবিবৰ অৱকাশ আছে। সেই গৃহত বৰ্ত্তমান সময়ৰ দৰে হাটী-বাটী আদি সত্ৰৰ আনুষ্ঠানিক কাৰ্য্যবোৰৰ বিকাশ সাধন হোৱা নাছিল বুলিয়েই অনুমান কৰিব পাৰি। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে প্ৰহ্লাদ চৰিত্ৰত ভক্তি ধৰ্ম্মৰ উৎকৰ্ষ সাধন সম্পৰ্কে লিখি থৈ গৈছে—

" হৰিৰ সেৱাত কিছু নাহিকে প্ৰয়াস।
আপুনি লৈৱন্ত হৰি হৃদয়ত বাস।।"

গতিকে আড়ম্বৰপূৰ্ণ সত্ৰানুষ্ঠান আয়োজন কৰাৰ পক্ষপাতি গুৰুজনা নাছিল বুলি যদি ধৰা হয় তেন্তে বৰ ডাঙৰ ভুল কৰা বুলি ভাবিব পৰা নাযায়। তেৰাই নামৰ স্নাতোটা মাহাত্ম্য মানৱ হৃদয়তহে প্ৰকাশ হোৱাৰ তাৎপৰ্য্যপূৰ্ণ ব্যাখ্যা আগবঢ়াইছে —

" প্ৰথমে দহিব পাতক চয়।
কৰিবে মহা পুণ্য অভ্যুদয়।।
কৰাইবে বিষয়ত বিৰকতি।
কৃষ্ণত বাঢ়িবে প্ৰেম ভকতি।
উপজাইবে অতি বৈষ্ণৱী জ্ঞান।
মায়াক কৰিবে দহি নিৰ্য্যান।।
চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি।
থৈৱন্ত তেন্তে য়েৱে একে কৰি।।"

গতিকে গুৰুজনাৰ বচনাৰপৰা এই কথাষাৰ স্পষ্ট হৈ পৰে যে গৃহীয়েই হওঁক বা বনবাসীয়েই হওঁক অথবা সত্ৰ নিবাসীয়েই হওঁক বা গ্ৰাম নিবাসীয়েই হওঁক অথবা চহৰ নিবাসীয়েই হওঁক কৃষ্ণৰ নাম মাহাত্ম্য এক বিজ্ঞান সম্মত কথা। পদাৰ্থ বিজ্ঞানৰ পৰীক্ষাগাৰত দুই গুণ হাইড্ৰজেন আৰু এগুণ অক্সিজেন বিজ্ঞানসম্মতভাৱে সংমিশ্ৰণ কৰাৰ পাছত পানী (Water : $H_2O$) নিৰ্গত হোৱাৰ দৰে মানব হৃদয়ত কৃষ্ণ নামৰ মাহাত্ম্য অবিৰতভাৱে প্ৰভাৱান্বিত হোৱাৰ পাছত, প্ৰকাশিত হোৱাৰ পাছত, প্ৰসঙ্গিত হোৱাৰ পাছত যে ঈশ্বৰ কৃষ্ণ আৰু মানব চৈতন্য একাকাৰ হৈ পৰে সেয়া ভকতি ধৰ্ম্ম আচৰণ কৰা ব্যক্তিমতেই বোধগম্য হয়। গুৰুজনাই 'ভক্তি প্ৰদীপ' গ্ৰন্থত লিখি থৈ গৈছে—

"যেন ফল পাৱে যত যজ্ঞ তুলা দানে।
যেন ফল পাৱে কোটি কোটি তীৰ্থ স্নানে।।
পৰম সন্ন্যাসে সাধে যি গতি মৰণে।
পাৱৈ সব ফল এক নাম সুমৰণে।।
মহা ধৰ্ম্ম-কৰ্ম্ম যত আছে সংসাৰত।
নাম সুমৰিলে সবে সিজিবে সমস্ত।।
উঠে নৃপতিৰ লগে যেন মন্ত্ৰী পাত্ৰ।
সেহি মতে সিজে পুণ্য নাম লৈলে মাত্ৰ।।"

(ভক্তি প্ৰদীপ, ১৬৩-১৬৪ )

সি যি নহওঁক কিয়, বৈষ্ণৱ ধৰ্ম্ম আদৰ্শ প্ৰচাৰৰ বাবে এক সু-সংবদ্ধ পৰিকল্পনা পৰিচালনা কৰিবলৈকে, সত্ৰীয়া সংস্কৃতিৰ পূৰ্ণ প্ৰকাশ ঘটাবৰ বাবে, মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱ, মাধবদেৱ প্ৰমুখ্যে বৈষ্ণৱ গুৰুসকলৰ বিভিন্ন ধৰণৰ সংস্কৃতিৰ সংৰক্ষণ, কীৰ্ত্তন, দশম, নাট, ভাওনা, বৰগীত, সত্ৰীয়া নৃত্য প্ৰসঙ্গ প্ৰণালী আদিৰ সংৰক্ষণ, প্ৰবৰ্ত্তন, প্ৰচাৰ, পৰম সম্পদ সমূহৰ গুণ মাহাত্ম্য প্ৰকাশ আদিৰ বাবেই যে সত্ৰ সংস্কৃতিৰ অৱদানসমূহ আজিকোপতি অসমীয়া সমূহ ৰাইজৰ শ্ৰদ্ধা-ভক্তি আৰু পুণ্য-সঞ্চয়েৰে ইহকাল পৰকালৰ পাৰপাত্ৰ সংগ্ৰহৰ উপায়স্বৰূপে কায়মনোবাক্যে প্ৰতিপাদ্য বিষয় হৈ আছে তাক আজি সমগ্ৰ অসম, সমগ্ৰ ভাৰত অথবা সমগ্ৰ বিশ্বতেই বন্দিত হৈ আহিছে। সম্ভৱতঃ অসমৰ সত্ৰ অনুষ্ঠানৰ দৰে ধৰ্ম্মীয়-সংস্কৃতিৰ কলাক্ষেত্ৰ ভাৰতবৰ্ষৰ অন্যান্য ঠাইত বিৰল। যদিও বৌদ্ধ ধৰ্ম্মৰ সঙ্ঘৰ নীতি-নিয়মবিলাকৰ লগত সত্ৰ অনুষ্ঠানৰ আচাৰ নীতিৰ এক নিবিড় সামঞ্জস্য চকুত পৰা বুলি কোনো কোনো পণ্ডিতে মন্তব্য কৰে, কিন্তু দৰাচলতে

বৌদ্ধ সঙ্ঘৰ লগত আমাৰ সত্ৰ-অনুষ্ঠান সমূহৰ যথেষ্ট পাৰ্থক্য আছে। মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পিছত ব্ৰহ্ম সংহতি, পুৰুষ সংহতি ,নিকা সংহতি আৰু কাল সংহতি বুলি যি চাৰিটা সংহতিৰ সৃষ্টি হ'ল তাত নাম, দেৱ, গুৰু, ভকত এই চাৰিটা বৈশিষ্ট্যৰ তাৰতম্য বিশেষভাৱে নাছিল। নিজ নিজ প্ৰতিষ্ঠাপক গুৰুসকলৰ ব্যক্তিত্ব আৰু চিন্তাধাৰাৰ ওপৰত ভিত্তি কৰিহে এইবোৰত সামান্য তাৰতম্য দেখা গৈছিল। কিছু কিছু ক্ষেত্ৰত সাধাৰণ বাক-বিতণ্ডা বা গুৰুসবৰ মতান্তৰৰ বাবেই এই চাৰিটা ভাগ হ'ল যদিও মূল বিষয়-বস্তু কিন্তু একেই থাকিল। মতান্তৰ হে হ'ল কিন্তু মনান্তৰ নহ'ল। কিন্তু সত্ৰৰ গোসাঁই সকলৰ (সত্ৰাধিকাৰ, ডেকা সত্ৰাধিকাৰ আদি) আৰু ভকতসকলৰ জীৱন প্ৰণালীৰ ক্ষেত্ৰত পাৰ্থক্য দেখা গ'ল। তাৰ ভিতৰত মুখ্যতঃ (১) উদাসীন (২) অৰ্দ্ধ-উদাসীন আৰু (৩) গৃহস্থী বা গাৰ্হস্থ্য ধৰ্ম্মী । এই অনুসাৰে মুখ্যতঃ সত্ৰসমূহো তিনিভাগে বিভক্ত হ'ল, যেনে — উদাসীন সত্ৰ, মিশ্ৰ সত্ৰ (অৰ্দ্ধ উদাসীন) আৰু গৃহস্থী সত্ৰ। যিবোৰ সত্ৰত কেৱল উদাসীন বা কেৱলীয়া ভকতসকলৰ নিবাস স্থান সেইবোৰ উদাসীন সত্ৰ। এইবোৰ সত্ৰৰ চৌহদত গৃহস্থী জীৱন-যাপন কৰিবলৈ দিয়া নহয়, নাৰীৰ ৰাতি বাস নিষেধ। কেৱল ঈশ্বৰ চিন্তাই ভকতসকলৰ জীৱনৰ চৰম উদ্দেশ্য বুলি নাৰীৰ সঙ্গ পৰিহাৰ কৰি জীৱন-যাপন কৰা হয়। তেওঁলোকৰ মতে —

"ইটো গৃহ-বাস বন্দীশাল যেন দেখা।
পুত্ৰ-দাৰা ধন-ৰত্ন যেন জল ৰেখা।।
মহা মোহ -নিহলক ভাঙ্গল নাযায়।
কাম-ক্ৰোধে পাই আত নিতে কৰে টাই।।
নানাবিধ ব্যাধি কণ্ঠা-ছিঙ্গে অপমান।
এহিমতে নিকাৰ ভুঞ্জন্তে যায় প্ৰাণ।।
আতো শতগুণ দুঃখ ঘোৰ যমপুৰ।
দূতৰ হাতত হইবে সবে বুদ্ধি চোৰ।।"

(ভক্তি প্ৰদীপ, ২৯৩-২৯৩)

তাৰ পৰিবৰ্ত্তে তেওঁলোকে আত্মাত প্ৰীতি কৰে কৃষ্ণ ৰস জানে। কামিনী-কাঞ্চনে তাত প্ৰৱেশ কৰিব নোৱাৰে। গৃহবাস কৰিলেও তেওঁলোক জিতেন্দ্ৰিয়; সন্ন্যাস ধৰ্ম্ম তাত কোনো প্ৰয়োজন নাই, গৃহবাসী হৈও তেওঁলোকে আত্মাত ৰমন কৰে।

" যিটো জ্ঞানী জিতেন্দ্ৰিয় আত্মাত ৰময়।

গৃহ বাস দোষে বা তাহাক কি কৰয়।"

ড° শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামী দেৱে "সত্ৰীয়া উৎসৱৰ পৰিচয় আৰু তাৎপৰ্য্য" নামৰ গ্ৰন্থত এই উদাস সত্ৰসমূহৰ বিষয়ে এনে ধৰণে লিখিছে— "প্ৰথম ভাগ সত্ৰ অৰ্থাৎ উদাস সত্ৰত সত্ৰৰ সত্ৰাধিকাৰ, ডেকা প্ৰমুখ্যে সমূহ বৈষ্ণৱে উদাসীন জীৱন ধাৰা পালন কৰে। অৱশ্যে গাৰ্হস্থ্য বৰ্ণাশ্ৰম ধৰ্ম অনুসৰিয়েই সত্ৰ সভা প্ৰতিষ্ঠিত হৈছিল যদিও বিষয় সুখৰ স্পৃহা ত্যাগ কৰি সম্পূৰ্ণ আধ্যাত্মিক সুখত মন নিমজ্জিত কৰাৰ চেষ্টাই উদাস সত্ৰসমূহৰ লক্ষণ। যুগৰ বিবৰ্ত্তনত ৰীতি-নীতি কিছু সাল-সলনি ঘটিলেও মাজুলীত থকা আউনীআটী, দক্ষিণপাট, নতুন কমলাবাৰী, উত্তৰ কমলাবাৰী, ভোগপুৰ আদি সত্ৰসমূহে বৰ্ত্তমানেও এই ক্ৰম ৰক্ষা কৰি আছে। মাজুলীৰ বাহিৰে তিতাবৰত থকা কমলাবাৰী আৰু জৰাবাৰী সত্ৰ এই উদাস ৰীতিৰ সত্ৰ। নামনি অসমৰ গুৱালকুছিত থকা হাটী সত্ৰও এই আৰ্হিৰ।"

প্ৰসঙ্গতে উল্লেখ কৰা ভাল হ'ব যে আজি যি গৰাকী মহাপুৰুষ বদুলা পদ্ম আতা ৪৬০ তম জন্ম-জয়ন্তী উপলক্ষে এই স্মৃতি গ্ৰন্থ প্ৰকাশৰ দিহা আয়োজন কৰা হৈছে সেইজনা মাধৱদেৱৰ বদলি উত্তৰনিত কমলাবাৰী সত্ৰত উদাসীন সত্ৰ স্থাপন কৰা বদুলা পদ্ম আতা বিবাহিত হৈও উদাসীন আছিল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱে বাঁহীৰ ৫ ম বছৰৰ ১২০ পৃষ্ঠাত এষাৰ বৰ গুৰুত্বপূৰ্ণ কথা লিখিছে। কথাষাৰে বৰ্ত্তমান সত্ৰ সমূহৰ পৰিবৰ্ত্তনৰ উমান দিয়ে — "যি বদুলা আতাক আসাম ৰজাই "তোমাক ধন-বস্তু, মাটি-বাৰী, মানুহ-দুনুহ কি লাগে কোৱা মই দিওঁ" বুলি সুধিলত তেওঁ "মোক একো নেলাগে, কেৱল মোৰ ভকতসকলক নিৰ্ভয়ে গল মেলি ঈশ্বৰৰ নাম ল'বলৈ দিব লাগে" বুলি ৰজাক কৈছিল, এতিয়া সেই বদুলা আতাৰ ধৰ্ম্মাধিকাৰ সকলৰ মনত ধন-বস্তুলৈ আগশাৰী, নাম আৰু ভকতলৈ পিচৰ শাৰী।" (মহাপুৰুষ শ্ৰীশ্ৰীমৎ পীতাম্বৰদেৱ। পৃষ্ঠা ৩২)

এই উক্তিষাৰে বৰ্তমান সময়ত যে সত্ৰসমূহত কিছু সংস্কাৰৰ প্ৰয়োজন হৈছে তাক নক'লেও হ'ব?

যিজন মহাপুৰুষ মাধৱদেৱে "গড় বান্ধি যুদ্ধ কৰিলে ৰথী, কিন্তু গড় নবন্ধাকৈ যুদ্ধ কৰিলে মহাৰথী" বুলি জোৰোণ পিন্ধোৱা কন্যাক ত্যাগ কৰি সম্পূৰ্ণ উদাসীনভাৱে জীৱন নিৰ্ব্বাহ কৰিলে, সেইজনা মহাপুৰুষ মাধৱদেৱে প্ৰতিষ্ঠা কৰা বৰপেটা সত্ৰ কিন্তু অৰ্দ্ধ উদাসীন। অৰ্থাৎ মিশ্ৰ পদ্ধতিৰ সত্ৰ। সত্ৰৰ গাতে

লাগি থকা ভকতসকল উদাসীন আৰু বাহিৰৰ অংশত লাগি থকা ভকতসকল গৃহস্থী। এই প্ৰসঙ্গত ড° শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামী প্ৰভুৱে লিখিছে — "সত্ৰৰ ভিতৰতে পৃথক শাৰীত বিবাহিত ভকত থকাৰ আৰ্হি পৌন প্ৰথমে দামোদৰদেৱৰ ভিতৰুৱা ঢাপত স্থাপিত হোৱা সত্ৰৰ কথা ৰামৰায়ে গুৰু লীলাত উল্লেখ কৰিছে। অৱশ্যে দুই পক্ষ ভকতৰ ওচৰা-উচৰি সম্বন্ধ থাকিলেও উদাসীনসকলৰ গৃহীসকলৰ লগত আহ-যাহ কৰাৰ ক্ষেত্ৰত বিশেষ কটকটীয়া ব্যৱস্থা আছিল। বাহিৰহাটী, ভিতৰহাটী চিনাকিৰ বাবে মাজত দ্বাৰ ৰখাৰ নিয়ম আৰু সহজে যাব নোৱাৰা ওখ বেৰা বা ঢাপৰ ব্যৱস্থা আছিল। গুৰু চৰিত কথাত ইয়াৰ উল্লেখ আছে। উদাসীনজনে বাহিৰত ৰাতি কটোৱা ব্যৱস্থা নাছিল। কোনো কাৰণত বাহিৰত ৰাতিকটাব লগা হ'লে সত্ৰাধিকাৰৰ অনুমতি লৈহে কটাব পাৰিছিল।"

গৃহস্থী সত্ৰত সত্ৰস্থসকলে সম্পূৰ্ণ সাংসাৰিক জীৱন-যাপন কৰে। কোনো ক্ষেত্ৰত সত্ৰাধিকাৰজন উদাসীন কিন্তু ভকতসকল গৃহস্থী, যেনে— গড়মূৰ সত্ৰ। কিন্তু তেনেকুৱা সত্ৰতো নামধৰ্ম্ম প্ৰচাৰ বা প্ৰসাৰৰ ক্ষেত্ৰত কোনো বাধা হোৱা নাই। বৰং গড়মুৰ সত্ৰৰ দ্বাদশ সত্ৰাধিকাৰ প্ৰভু স্বাধীনতা সংগ্ৰামী মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্ম্মাচাৰ্য্য পীতাম্বৰ দেৱগোস্বামী দেৱে সত্ৰৰ পুৰণি নিয়ম কানুনত বহুতো সংস্কাৰ সাধন কৰে আৰু ভকতসকলৰ মাজতো গাৰ্হস্থ্য ধৰ্ম্ম অৱলম্বন কৰি সম্পূৰ্ণৰূপে উদাসীনত্ব ত্যাগ কৰি গাহৰ্স্থ্য শ্ৰমৰ মাজেৰে ভক্তি ধৰ্ম্মৰ অমিয়া সোঁত প্ৰবাহিত হোৱাত প্ৰভূত বৰঙণি আগবঢ়ায় গৈছে স্বাধীনতা-পূৰ্ব্ব কালতেই। ইংৰাজী ১৯১১ চনৰপৰা ১৯১৭ চনলৈ এই সম্পূৰ্ণ ৬ বছৰ কাল তেওঁ নিজৰ সত্ৰখন সংস্কাৰ কৰোঁতেই মনোনিৱেশ কৰিছিল। তেখেতে উপলব্ধি কৰিছিল যে আদিতে বৈষ্ণৱ গুৰুসকলে যি উদ্দেশ্যে সাত্বিক জীৱন-যাপন কৰি ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ আৰু প্ৰসাৰৰ লগে লগে গুৰুজনাৰ বিভিন্ন সাংস্কৃতিক অৱদান নিখুঁতভাৱে চৰ্চ্চা কৰি সংৰক্ষণ কৰিছিল পিছৰ চাম গুৰু গোসাঁইৰ হাতত ৰজো গুণৰ প্ৰভাৱত সেইবোৰ কিছু পৰিমাণে ক্ষয়িষ্ণু প্ৰাপ্ত হৈছিল। এই প্ৰসঙ্গত বাঁহীৰ ৫ম বছৰৰ কাকতত সাহিত্যৰথীয়ে লিখিছিল — "আজি কালি ধৰ্ম্মটো ব্যৱসায় হৈ পৰিছে। সকলো ঠাইতে শিষ্যৰ উপকাৰৰবাবে গুৰু নহৈ গুৰুৰ উপকাৰৰবাবে শিষ্য হৈ 'ওলোটা বুজিলি ৰাম' হ'ল। ধৰ্ম্ম প্ৰবৰ্ত্তক মহাপুৰুষসকলে যি উদ্দেশ্যে সত্ৰ স্থাপন কৰিলে সেই উদ্দেশ্যে উলটি পৰিল। গুৰুক মান লাগে, সৎকাৰ লাগে, হাতী লাগে, দোলা লাগে, লগুৱা লাগে, লিকচৌ লাগে, ভাল খাবলৈ লাগে, ভাল

পিছ্কিবলৈ লাগে। ধৰ্ম্ম স্থাপক মহাপুৰুষসকলে কিন্তু এইবোৰ ভৱিবে ঠেলি পেলাইছিল; বজাই দিব খোজা মান — সংকাৰ তুচ্ছ পদাৰ্থ বিবেচনা কৰিছিল।"

মহাপুৰুষ শ্ৰীশ্ৰীপীতাম্বৰদেৱে এই সকলোবোৰ দিশতেই স্বৈ প্ৰাক্ স্বাধীনতা কালতেই সংস্কাৰ আৰম্ভ কৰিছিল। ইয়াকে লৈ তেওঁ বহুতৰ মাজত অপ্ৰিয়ভাজনো হৈছিল যদিও তেওঁ থমকি বোৱা নাছিল। নিজ সত্ৰৰ লগতে অন্যান্য সত্ৰ সমূহকো অসমীয়া সমাজৰ ধৰ্ম, সংস্কৃতি আৰু সংহতিৰ প্ৰাণকেন্দ্ৰ হিচাপে গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল।

বিভিন্ন সংস্কাৰৰ লগতে তেওঁ ভকতসকলৰ স্বভাৱ-চৰিত্ৰ আৰু আচৰণৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিছিল। এই প্ৰসঙ্গত মহাপুৰুষ শ্ৰীশ্ৰীপীতাম্বৰ দেৱৰ জীৱনী ৰচক গঙ্গাধৰ হাজৰিকাদেৱে লিখিছে — "এইজন্য সত্ৰাধিকাৰ প্ৰভুৱে সত্ৰস্থ ভকতসকলৰ উদাসীন প্ৰথাত কিছুমান খুত দেখা পাই পোন প্ৰথমে এই উদাসীন প্ৰথাতে হাত দিলে। চাৰি সত্ৰৰ ভিতৰত কুৰুৱাবাহী সত্ৰক এৰি বাকী তিনিখন সত্ৰৰ গোসাঁই-ভকত সকলোৱে উদাসীন। গড়মূৰ সত্ৰও তাৰে অন্যতম। বিয়া-বাৰু কৰাই সাংসাৰিক হ'লে নানা বিষয় জঞ্জালে ধৰ্ম্ম চৰ্চ্চাও ব্যাঘাত জন্মাব, ইয়াকে ভাবি 'বংশী গোপালদেৱৰ আৰ্হিতে সত্ৰসমূহ প্ৰবৰ্ত্তি আছিল। কিন্তু কালক্ৰমত পিচলৈ গোসাঁই-ভকত উভয়ৰে বিষয়-বাসনা আৰু অন্যান্য আনুষঙ্গিক ভাব ইমান প্ৰবল হ'ল যে ইয়াক উদাসীন শব্দটোৰ অৰ্থ বিকৃত হৈ পৰে।"

১৯১৫ চনৰ ১৩ মাৰ্চ তাৰিখে গড়মূৰ সত্ৰাধিকাৰগৰাকীয়ে সমূহ ভকত-বৈষ্ণৱ গোটাই লৈ এই প্ৰস্তাৱ দাঙি ধৰিলে — "যদিও মোৰ গড়মূৰ সত্ৰ পূৰ্ব্বৰপৰাই উদাসীন তথাপি মই বৰ্ত্তমান সময়ৰ ভকত বৈষ্ণৱসকলৰ গতি - গোত্ৰলৈ চাই বিবাহ প্ৰথা প্ৰচলন কৰি সেই বিবাহিত বিপ্ৰ বৈষ্ণৱসকলৰদ্বাৰাই সত্ৰৰ পাল প্ৰসঙ্গ আদি যাৱতীয় কাৰ্য্য পৰিচালিত কৰিব খোজোঁ। গতিকে বিবাহৰ সময় হোৱা বা সময় থকা যিসকল লোকে বিবাহলৈ ইচ্ছা কৰে সেইসকল লোকে বিবাহ কৰাব পাৰে। যাৰ বিবাহৰ সীমা পাৰ হৈ গৈছে বা যিসকল ডেকাইও বিবাহলৈ ইচ্ছা নকৰে তেওঁলোক আগৰদৰেই উদাসীন হৈ থাকিব পাৰে।"

বৰ্ত্তমান সময় পৰিবৰ্ত্তনৰ সময়। চাৰে পাঁচশ বছৰৰ আগৰ সময় আৰু এতিয়াৰ সময় একে নহয়। সেই সময়ত অসমৰ আৰ্থ-সামাজিক দিশ বৰ সচ্ছল নাছিল। কোনোমতে পেট প্ৰবৰ্ত্তি পাৰমাৰ্থিক দিশত সাধ্য অনুযায়ী

অৱিহণা যোগাই দিন অতিবাহিত কৰাৰ যুগ আছিল। ড° শিৱনাথ বৰ্ম্মনৰ ভাষাৰে ক'বলৈ গ'লে — "শঙ্কৰ-মাধৱৰ দিনত ভকতসকলে ভিক্ষা কৰি জীৱিকা নিৰ্বাহ কৰাৰ দৃষ্টান্ত চৰিত পুথি সমূহত পোৱা যায়। সেইকালৰ গুৰুভকতৰ সকলোৱেই পচন্দ কৰিছিল সহজ-সৰল অনাড়ম্বৰ জীৱন। বিষয়-বৈভৱৰ প্ৰতি তেওঁলোকৰ কণমানো আকৰ্ষণ নাছিল। শঙ্কৰদেৱে তেওঁৰ বংশানুক্ৰমিক শিৰোমণি ভূঞা গিৰীপদ হেলাৰঙে ত্যাগ কৰিছিল। বৰপেটাত নৰনাৰায়ণ ৰজাই আগবঢ়োৱা গোমোস্তা পদ তেওঁ গতাই দিছিল জ্ঞাতি ভাই ৰামৰায়ৰ হাতত। মাধৱদেৱে চিৰকাল আৰ্থিক দুখ-কষ্টতেই জীৱন অতিবাহিত কৰিছিল। অসমৰ নৱ-বৈষ্ণৱ ধৰ্মৰ অন্যান্য আদি গুৰুসকলৰো জীৱন আছিল বৈভৱ ত্যাগৰ জ্বলন্ত প্ৰতিমূৰ্ত্তি।"

কিন্তু সেইবুলি মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে বিবাহিত জীৱন অসমৰ্থন কৰা নাছিল। তেওঁ নিজেও দুবাৰ বিবাহ কৰিছিল। প্ৰিয় শিষ্য মাধৱদেৱকো বিবাহৰ বাবে উপদেশ দিছিল, যদিও তেওঁ সেই উপদেশ প্ৰত্যাখ্যান কৰিছিল। শঙ্কৰী কলাকৃষ্টি আৰু সাহিত্যৰ গৱেষক পণ্ডিতপ্ৰবৰ বাপচন্দ্ৰ মহন্তদেৱৰ ভাষাৰে ক'বলৈ হ'লে — "শঙ্কৰদেৱৰ সমাজখন সন্ন্যাসীৰ বাবে সংগঠিত সমাজ নহয়, গৃহস্থীৰ বাবে সংগঠিত সমাজহে আছিল। তাৰ মাজতো যদি কোনোবা সন্ন্যাসী আছিল, তেনেহ'লে তেওঁলোক এইখন সমাজৰ সেৱাৰ কাৰণেহে আছিল।" এই ক্ষেত্ৰত তেওঁ বিজ্ঞান সম্মত আছিল। দাৰ্শনিক উদাহৰণ এটি দিব পাৰি। মহাপুৰুষ শঙ্কৰদেৱে কীৰ্ত্তন পুথিত হৰমোহনৰ আখ্যানটো সন্নিবিষ্ট কৰিছিল। প্ৰশ্ন হয়, শিৱ আৰু বিষ্ণুৰ অভিন্ন হৃদয়ৰ কথা প্ৰকাশ কৰিবলৈ হৰৰ কামাতুৰ জীৱনৰ সাক্ষ্য বহনকাৰী আখ্যান এটি গ্ৰহণ কৰিলে কিয়?

"মন আকাশৰ অচিন দিগন্ত" নামৰ পুথিত ড° হৰনাথ শৰ্ম্মা বৰদলৈদেৱে এই হৰমোহন আখ্যানৰ মনোবৈজ্ঞানিক বিশ্লেষণ কৰি লিখিছে — "হৰমোহন উপাখ্যানৰ সদাশিৱৰ চৰিত্ৰ মদন ভষ্মকাৰী মহাযোগী সদাশিৱৰ চৰিত্ৰৰ একেবাৰে বিপৰীত নহয় জানো? তাহানি দেৱাসুৰে অমৃত -মন্থন কৰিবৰ বেলিকাও লক্ষ্মীদেৱীৰ ৰূপ-যৌৱন দেখি সদাশিৱ হেনো চঞ্চল হৈ পৰিছিল। মনোবীক্ষণ তত্ত্বৰ দিশৰপৰা কাহিনীটো বিশ্লেষণ কৰিলে দেখা যায় যে হৰমোহনৰ কাম বিহ্বল সদাশিৱজন মহাযোগী সদাশিৱৰ ছায়া বা নিৰ্জ্জান সমাগুৱাল ব্যক্তিত্ব, বিহুক তেওঁৰ দ্বিতীয় সত্তা ( Second-self) বুলি নিঃসন্দেহে ধৰি ল'ব

পাৰি। মদন-ভস্ম আচলতে যৌন-কামনাৰ নির্মূলকৰণ নহয়, যৌন কামনাৰ অৱদমন ( Repression) মাথোন। অন্যথায় শ্রীকৃষ্ণৰ গৃহত প্রদ্যুম্নৰূপে কামদেৱৰ পুনর্জন্ম সম্ভৱ হ'ব নোৱাৰিলেহেঁতেন। মহাযোগী সদাশিৱই যৌনকাঙ্খাক পুনঃ পুনঃ নিশ্চিহ্ন কৰিবলৈ চেষ্টা কৰাৰ পৰিবৰ্তে যৌন-কামনাক স্বীকৃতি দিয়া হ'লে তেওঁৰ খুৱা বা অৱচেতন দ্বিতীয় সত্তাটো শক্তিশালী হৈ পৰিব নোৱাৰিলেহেঁতেন, কিম্বা হৰমোহন উপাখ্যান সৃষ্টি হ'বলৈকো নাপালেহেঁতেন। যৌনকাঙ্খাক স্বীকৃতি দিয়াটোৱে যৌন- আকাঙ্খাক প্রশ্রয় দিয়া নুবুজায়।" গতিকে গাৰ্হস্থ্য জীৱনে সৃষ্টিশীল মনোবিজ্ঞানক স্বীকৃতি দিয়াহে বুজাব।

বৰ্ত্তমান সময়ত সত্ৰাধিকাৰসকলে এই সকলোবোৰ কথা চালি-জাৰি চাব লাগিব। নতুনকৈ ভকত হ'বলৈ অহা (নৱ-প্ৰজন্মৰ ভকত সকল) চামৰ জীৱন যৌৱনৰ কথা চিন্তা কৰিব লাগিব। বহু সময়ত দেখা যায় যে তেওঁলোকে সত্ৰত নৃত্য, বাদ্য, গীত-মাত আধা-কেচেলুৱাকৈ শিকি চহৰ অঞ্চললৈ ধাৱমান হয় সেই সত্ৰীয়া, গীত-বাদ্য চহৰ অঞ্চলৰ ছাত্ৰ-ছাত্ৰীক শিকাই জীৱন নিৰ্বাহ কৰিবলৈ। পিচত চুলিৰ খোপা কাটি , ধুতি গুচাই লংপেণ্ট পিন্ধি চহৰীয়া জীৱন-যাপনৰ প্ৰয়াস কৰে। সেইসকল ডেকা ল'ৰাক উপযুক্তভাৱে পৰিচালনা কৰিব লাগিব। বৰ্ত্তমান সময় পৰিয়াল পৰিকল্পনাৰে সময়। দুটা বা তিনিটা ল'ৰা -ছোৱালীতে জন্ম ৰহিত কৰাৰ সময়। এনেকুৱা সময়ত সত্ৰলৈ ল'ৰা আগবঢ়োৱাতো বাধা আহি পৰিছে। গতিকে সত্ৰৰ বাহত থাকিবলৈ, ভকত হ'বলৈ অহা উপযুক্ত ল'ৰা বিচাৰি পাবলৈও টান হ'ব পাৰে । গতিকে সত্ৰৰ পৰম্পৰা ৰক্ষা কৰিবৰ কাৰণে সমাজ, সংস্কৃতি আৰু সংহতি ৰক্ষা কৰাৰ কাৰণে সত্ৰই সত্ৰই কাজিয়া বা খুতধৰা স্বভাৱ পৰিহাৰ কৰি নতুন বাতাবৰণৰ সৃষ্টি কৰিব লাগিব। নতুন যুগৰ নতুন বতাহে যাতে সত্ৰৰ পৰম্পৰা ধ্বংস কৰিব নোৱাৰে ভাৱবাৰে সততে সচেষ্ট হৈ শঙ্কৰ-মাধৱৰ আদৰ্শক জীয়াই ৰাখিব লাগিব।



# আমি সকলো এক হৈ গৌৰৱৰ অধিকাৰি হওঁ আহক

নাৰায়ণ কলিতা

আঠাশ সহস্ৰ ঋষি বেদত প্ৰধান।
বিষ্ণুৰ নৈমৃষ ক্ষেত্ৰ মহা পুণ্য স্থান
মান্যকৰি শুকক পাতিলা সত্ৰ তথা
শৌণিক প্ৰমোখ্যে শুনে ভাগবত কথা।।

সত্ৰ হ'ল বৈকুণ্ঠৰ কল্পতৰু ভগবান বিষ্ণুৰ মুখ নিগলিত ভাগৱত প্ৰসিদ্ধ অনুষ্ঠান। যাক সঁচা অৰ্থত, সেৱা বা শ্ৰদ্ধা কৰিব পাৰিলে অকল মানুহ কিয় তৃণ-তৰু-লতা, কীট-পতঙ্গকো সেৱা শ্ৰদ্ধা কৰি ভগৱত প্ৰেমত নিমজ্জিত হ'ব পাৰি। এই প্ৰকৃত সত্যটো হয়তো আমি উপলব্ধি কৰিব নোৱাৰাৰ হেতু মহাপুৰুষ দুজনাৰ বিধৌত সুকুমাৰ কলা আদিৰে সগৰ্ভা অসমৰ নগৰে-চহৰে পৰিৱেষ্টিত সত্ৰসমূহক লৈ আমি সততে টনা-আঁজোৰাৰ শিকলিৰ মেৰপাকত আবদ্ধ কৰি যাৰ যেনে শক্তি অনুপাতে বহু সময়ত পক্ষপাত দৃষ্টিৰে টনা-আঁজোৰা কৰি থকা গৰিষ্ঠসংখ্যক সত্ৰানুৰাগীৰ মাজত দেখা পোৱা যায়, আকৌ সংহতি ভেদে কম-বেছি পৰিমাণে এনেভাব নথকা নহয়, আমি নিজকো এই ভাবধাৰাৰপৰা আতৰাই ৰাখিছো বুলিও ক'ব নোৱাৰোঁ, পাঁচ বছৰ বয়সতে তিতাবৰস্থ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈ গ'লোঁ। সত্ৰৰ এগৰাকী গুণনিধি বুঢ়াভকত আধ্যাত্মিক চিন্তাধাৰাৰ সু-পণ্ডিত শ্ৰীযুত

সোণাৰাম শৰ্মা বুঢ়াভকতদেৱ মোৰ আশ্ৰয়ৰ বুঢ়াভকত আছিল। তেখেতৰ তদাৰকতেই সত্ৰৰ নিত্য-নৈমিত্তিক প্ৰসঙ্গৰ অপৰিহাৰ্য্য গুণ কিছুমান আহৰণ কৰাৰ উপৰিও এগৰাকী প্ৰখ্যাত বৰবায়ন শ্ৰীযুত ৰামেশ্বৰ খাটনীয়াৰ বৰবায়ন দেৱৰ ওচৰত খোল আৰু নৃত্যবিদ্যা, আন এজন বৰবায়ন শ্ৰীযুত টঙ্কেশ্বৰ বৰবায়নৰ ওচৰত ওজাপালি আৰু নৃত্য বিদ্যাৰ শিক্ষা আহৰণ কৰি আমিও বৰবায়নৰ উপাধি লৈছিলোঁ। কেইবাবছৰো শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ শিল্পীদলৰ লগত অসম তথা ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত সত্ৰীয়া সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰত সহযোগিতা আগবঢ়াই সত্ৰৰপৰা বাহিৰৰ সমাজখনলৈ ওলাই আহি গুৱাহাটীস্থ একালৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ নিপুণ তথা প্ৰখ্যাত সংগীত নাটক একাডেমীৰ বঁটাপ্ৰাপ্ত বৰবায়ন শ্ৰদ্ধেয় শ্ৰীযুতঘনকান্ত বৰা বৰবায়নৰ তত্ত্বাৱধানত বৰ্তমানেও সত্ৰীয়া নৃত্য গীত বাদ্যৰ বিজ্ঞানসম্মত শিক্ষা আহৰণ কৰি নগৰে-চহৰে নৱপ্ৰভাতৰ মাজত সত্ৰীয়া সংস্কৃতি প্ৰচাৰ-প্ৰসাৰত গুৰুত্ব দি আহিছোঁ। এইবাবেই হয়তো মুহূৰ্তে মুহূৰ্তে সত্ৰ সমাজৰ প্ৰতি মন-প্ৰাণ আকৰ্ষিত হৈ থাকে। বৰ্তমানলৈকে মোৰ ভাব শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ তথা মোৰ নৃত্যৰ গুৰুসকলৰ ওচৰতে আবদ্ধ আছিল, আগত উল্লেখ কৰি অহাৰ দৰেই প্ৰায়েই নিজৰ নিজৰ সত্ৰৰ প্ৰতিহে আমি যেন দায়বদ্ধ। কোনোবাই কওঁ আউনীআটি সত্ৰৰ, কোনোৱে কওঁ দক্ষিণপাট সত্ৰৰ, কোনোৱে কওঁ বৰপেটা সত্ৰৰ, আন কোনোৱে বৰদোৱা, মধুপুৰ, সুন্দৰীদিয়া ইত্যাদি ইত্যাদি। এতিয়া কথা হ'ল আমি প্ৰত্যেকেই যদি নিজৰ সত্ৰসমূহকে গুৰুত্ব দি বাকী অসমৰ সত্ৰৰ অন্যান্য সত্ৰসমূহক অনীহাৰ, গুৰুত্বহীন দৃষ্টিভঙ্গী পোষণ কৰোঁ— তেতিয়াহলে প্ৰকৃতাৰ্থত আমি ঠেক গণ্ডীৰ মাজতে আবদ্ধ হৈ পৰিম। লগে লগে আমাৰ মাজৰ সম্পৰ্কও আক্ৰোশমূলক হৈ পৰিব। তাকে নকৰি সকলো সত্ৰ, ভকত ইয়াৰ লালিত-পালিত সংস্কৃতিক লৈ গৌৰৱ কৰিবলৈ শিকোঁ তেতিয়া টনা-আঁজোৰা শিকলিৰ কবলৰপৰা মুক্ত হৈ বিশাল সত্ৰ সমাজটোৰ যথাৰ্থ উপলব্ধি কৰিব পাৰিম। সত্ৰীয়া সংস্কৃতিৰ ক্ষেত্ৰতো একেই টনা-আঁজোৰা। বিজ্ঞজনক গুৰুত্বহীনভাৱে ধন-বল শক্তিৰ ভবিষ্যতে অল্প শিক্ষাৰে শিক্ষিত হৈ সমাজত প্ৰতিষ্ঠা লাভৰ উদ্দেশ্যেৰে সত্ৰীয়া নৃত্য-গীত বাদ্যৰ ক্ষেত্ৰতো এচামে অহৰহ আক্ৰোশমূলক ভাৱধাৰা প্ৰদৰ্শন কৰা প্ৰায়ে দৃষ্টিগোচৰ হয়, এইসকলেও আক্ৰোশ ভাব ত্যাগ কৰি অসমৰ কলা-সংস্কৃতিৰ পৰম্পৰা অক্ষুণ্ণ ৰাখি অসম তথা বিশ্বৰ বিভিন্ন প্ৰচাৰ-প্ৰসাৰত ব্ৰতী হ'লেহে প্ৰকৃতাৰ্থত সংস্কৃতিৰ মান-মৰ্য্যাদা অক্ষুণ্ণ থাকিব। কিন্তু এই গভীৰ বিশালভাৱে পূৰ্ণ ভাবধাৰাৰ লোকৰ অভাৱ বাৰেকৈয়ে অনুভৱ কৰি থকাৰ সময়তে এগৰাকী প্ৰকৃত সমাজ-সেৱকৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য

ঘটিল—তেখেত হ'ল গুৱাহাটীৰ ৰাজগড়স্থ শ্ৰীযুত ৰাধা বৰা। । মই তেখেতৰ লগত ভাববিনিময় কৰি থকাৰ সময়তে তেখেতৰ কোঠাৰ চাৰিওফালে নজৰ দি দেখিলোঁ বেৰৰ এফালে দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰৰ ছবি, এফালে বেঙেনাআটি, আউনীআটি, আনফালে বৰপেটা, বেলগুৰি আদি, মই চিনি পোৱা-নোপোৱা সত্ৰৰ সত্ৰাধিকাৰ তথা ভাৰতবৰ্ষৰ স্বনামধন্য ব্যক্তিসকলৰ ছবি—বিভিন্ন সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুসকলৰ ছবিসমূহ দেখি মোৰ ভাল লাগি গ'ল আৰু কৌতূহল উপজিল এখেত কোন সত্ৰৰ সেৱক,—মনৰ ভাব প্ৰকাশ কৰি তেখেতৰপৰা জানিব বিচৰাত তেখেতে ক'লে, "মই কোনো সত্ৰৰে সেৱক নহয়" মই কেৱল "সত্ৰ"ৰ সেৱক। তেখেতে ক'লে মই অসমৰ সকলো সত্ৰকে, সত্ৰাধিকাৰকে সকলো ভকতি তথা সংস্কৃতিপ্ৰেমীক শ্ৰদ্ধা কৰোঁ।" কথাষাৰে মোৰ ক'ৰবাত চুই গ'ল। এইজন লোকক মই গুৱাহাটীৰ বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান সভা-সমিতিত লগ পাই আহিছোঁ। তেখেতৰ সম্পৰ্কত বিভিন্নজনৰপৰা বিভিন্ন কথা শুনাৰ পিছত মনতে ভাবিছিলোঁ তেখেত এজন ক্ষমতাশালী সমাজ সেৱক আৰু ব্যৱসায়ী বুলিহে। পিছে মোৰ ধাৰণাত যতি পৰি গ'ল। তেখেত এগৰাকী বিশাল ব্যক্তিত্বৰ ধৰ্মীয় ভাবাদৰ্শৰ লোক হিচাপে তেখেতক জানিবলৈ বাস্তৱিকতে পোৱাৰ বাবে আনন্দ লাভ কৰিলোঁ। মই ভাবিবলৈ বাধ্য হ'লোঁ আমি কিয় এইখন মোৰ সত্ৰ, আনখন লোকৰ সত্ৰ, এইজন মোৰ গুৰু, আনজন লোকৰ গুৰু, এয়া আমাৰ সংস্কৃতি, সেয়া আমাৰ নহয় এনেবিলাক সংকীৰ্ণতাৰ মাজত সোমাই আছোঁ। প্ৰকৃতাৰ্থত এনে সংকীৰ্ণতা দূৰ কৰি আমাৰ গুৰু দুজনা যেনেদৰে মানৱ জাতিৰ কপালৰ উৎস সেইদৰে তাৰাসৱৰ শিষ্য, সত্ৰ সম্পদৰাজি, সংস্কৃতিও আমাৰ সকলো জনগোষ্ঠী অসমীয়া জাতিৰ উৎস বুলি ভাবিলেহে সত্ৰ সমাজৰ আচল অৰ্থত কাণ্ডাৰী হ'ব পাৰিব। তেতিয়াহে সত্ৰসমূহ সকলো শ্ৰেণীৰ প্ৰতি দায়বদ্ধ হ'ব । লগতে সভ্য চিন্তাৰে সত্ৰৰ বাহিৰে-ভিতৰে সত্ৰীয়া সংস্কৃতিৰ হৈ কাম কৰি থকা সকলৰ বাবেও এক বাস্তৱিক প্ৰেৰণা হৈ উঠিব, তাকে নহ'লে অসমৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনত সত্ৰসমূহেই পাঁচশ বছৰৰো অধিককালে যি প্ৰভাৱ বিস্তাৰ কৰি আহিছে সি কালৰ সোঁতত জহি-খহি যে নাযাব তাৰেই বা মানে ক'ত।



# মহাপুৰুষীয়া ধৰ্ম-সংস্কৃতিৰ উজ্জ্বল নক্ষত্ৰ বদলা পদ্ম আতা

ড° পদ্মলোচন হাজৰিকা

শংকৰ-মাধৱ গুৰুদুজনাই নিৰ্মাণ কৰি যোৱা মহাপুৰুষীয়া ধৰ্ম-সংস্কৃতিৰ ভেটিটোৰ চৌদিশে ঢাপ-খাৱে মাৰি যিসকল আতাপুৰুষে এই মহান ধৰ্ম-সংস্কৃতি ৰক্ষা কৰি বৃহত্তৰ অসমত ইয়াক প্ৰচাৰ কৰিছিল সেইসকলৰ ভিতৰত বদলা পদ্ম আতা অন্যতম। বদলা আতা পুৰুষ পাৰমাৰ্থিক জ্ঞানেৰে সমৃদ্ধ আৰু দুজনা গুৰুৰ কৃপালব্ধ হৈ তাৰাসৰৰ শক্তিৰে শক্তিমন্ত পুৰুষ আছিল। এইজনা বিচক্ষণ পুৰুষৰ সম্পৰ্কত শ্ৰীশংকৰ গুৰুজনে বৰ্‌াৰ পো মাধৱদেৱৰ আগত ভৱিষ্যতবাণী কৰি কৈছিল,"উজানৰতে এজন পুৰুষ আছি শুদ্ধ একশৰণ ধৰ্ম্ম প্ৰবৰ্ত্তি অনেকক প্ৰবৰ্ত্তাব, মহাজ্ঞান দিয়া অনেক জীৱ নিস্তাৰিব, মহাধৌত হৈ অনেকে ধৰি ৰাখিব।" [কথা গুৰু চৰিত (উপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত), পৃষ্ঠা ২১২]

কেশৱচৰণ আতাই বদলা' আতাক মাধৱদেৱৰ সান্নিধ্যলৈ আনিছিল। মহাপুৰুষ মাধৱদেৱে বদলা পদ্ম আতাক নিৰীক্ষণ কৰি তাৰাৰ শৰীৰত মহৎ পুৰুষৰ লক্ষণসমূহ দেখিবলৈ পাইছিল। বাৰ্ত্তালাপৰ মাজতে বদলা আতা পুৰুষৰ মনৰ দৃঢ়তা, অন্তৰৰ শ্ৰদ্ধা-ভক্তি, জ্ঞানৰ গভীৰতা, ধৰ্মলাভৰ ব্যাকুলতা, সাংগঠনিক নিপুণতা আৰু ধৰ্ম পৰিচালনাৰ অভিজ্ঞতাৰ বিষয়ে সুন্দৰকৈ বুজি পাইছিল।

মহাপুৰুষ মাধৱদেৱৰ তৎক্ষণাত মনত পৰিছিল পূৰ্বতে গুৰুৱে কৰি যোৱা ভৱিষ্যত বাণীলৈ। যিজনা মহান পুৰুষৰ জৰিয়তে উজনিত নামধৰ্মৰ প্ৰচাৰ তথা প্ৰসাৰ ঘটিব, যিজনে জীৱ তৰণৰ পথ প্ৰশস্ত কৰিব বুলি শ্ৰীশঙ্কৰ গুৰুজনে আগজাননী দি গৈছিল সেইজন পুৰুষেই যে সমুখত বিদ্যমান সেই কথা নিশ্চয়কৈ বুজিছিল। আতা পুৰুষে গুৰুজনাৰ লগত আলাপ-আলোচনা কৰাৰ অন্তত শৰণ দানৰ বাবে মাধৱ পুৰুষৰ ওচৰত দণ্ডৱতে হৈ প্ৰাৰ্থনা জনালত গুৰুজনে আতা পুৰুষক হৃৰিৰ মনেৰে ধৰ্ম-বস্তু দান কৰিলে। আতা পুৰুষে বহুদিনৰপৰা মাধৱ গুৰুত শৰণ লোৱাৰ অভিলাষ অন্তৰত সাঁচি ৰাখিছিল আৰু ভগৱন্তৰ কৃপাত সেই অভিলাষ পূৰণ হোৱা বাবে তেৰা এক অনিৰ্বচনীয় পৰম আনন্দত আপ্লুত হৈছিল। "গুৰুজনে জীৱনৰ বিয়লি বেলাত কোনো কথাকেই গোপন নাৰাখিলে। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে তেওঁক অভেদ আত্মা জ্ঞান কৰাৰ দৰে তেৰোঁ পদ্ম আতাক তুল্য জ্ঞান কৰি এক ভাণ্ডৰপৰা অইন ভাণ্ডলৈ জল বাকী দিয়াৰ দৰে নিজৰ সকলো শক্তি-ভক্তি, বল-পৰাক্ৰম তেওঁত সমৰ্পণ কৰিলে।" (মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন, পৃঃ ২৩০, লেখকঃ আতা সাহিত্যিক নামেৰে পৰিচিত * অৰ্জ্জুন চন্দ্ৰ দাস)

উজনিত ধৰ্ম প্ৰচাৰ কৰিবলৈ শ্ৰীশঙ্কৰ গুৰুজনে মাধৱদেৱক আজ্ঞা কৰিছিল। কিন্তু নাৰায়ণ ঠাকুৰ আতাৰ কাতৰ অনুৰোধত মাধৱদেৱ যাবলগীয়া নহ'ল। মাধৱদেৱৰদ্বাৰা হৈ নুঠা শংকৰ গুৰুজনৰ অভিলাষিত কাম আতা পুৰুষৰদ্বাৰা সম্পন্ন কৰিবৰ মানস কৰি মাধৱদেৱে তেৰাৰ গাৰ বদলে আতাক উজনিত ধৰ্ম প্ৰচাৰৰ দায়িত্বভাৰ অৰ্পণ কৰিলে। "শ্ৰীশংকৰ গুৰুদেৱে আমাক পঞ্চিলা সখিয়ে কহিয়া নিবৰ্ত্তিয় যে ৰাখিলা।। আমাসাৰ গাৱৰ বদল লৈয়া ভাগে। উজানে তোমাৰ জনা সাইবাক লাগে।।" (আতাৰ চৰিত)। তেতিয়াৰপৰাই পদ্ম আতা বদলা পদ্ম আতা, সংক্ষেপে বদলা আতা নামে পৰিচিত হয়। অৱশ্যে ভকতসকলৰ মাজত বদুলা আতা নামটিহে বহুলভাৱে প্ৰচলিত।

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ বদলা আতাৰ অক্ষয় কীৰ্তি। উজনিত ধৰ্ম প্ৰচাৰ কৰিবলৈ আহি মাজুলীত ১৫৯৫ শকৰ (ইংৰাজী ১৬৭৩ চন) আঘোণ মাহৰ শুক্লা একাদশী তিথিৰ দিনা বন্তি প্ৰজ্জ্বলন কৰি বদলা আতা পুৰুষে শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। এই কমলাবাৰী সত্ৰয়েই মহাপুৰুষীয়া ধৰ্ম-সংস্কৃতি মোটামুটিভাৱে অবিকৃত ৰূপত ধৰি ৰাখিছে। কমলাবাৰী সত্ৰ অসমৰ ধ্ৰুপদী গীত-মাত, নাচ-নৃত্যৰ ৰক্ষ মঞ্চ। বদলা আতা পুৰুষে কৰ-কাট লৰ ওপৰত

বৰ্তি থকাৰ ব্যৱস্থা প্ৰৱৰ্তন নকৰি নিষ্কামভাৱে কৰ্ম কৰি জীৱন নিৰ্বাহ কৰাৰ লগতে ভগৱন্তত ভকতি কৰি মহাপুৰুষীয়া ধৰ্ম-সংস্কৃতি প্ৰচাৰ তথা প্ৰসাৰত ব্ৰতী হ'বলৈ ভকতসকলক অনুপ্ৰাণিত কৰিছিল।

মূল নামঘোষাৰপৰা একোটা অংশ উদ্ধাৰ কৰি বৰপেটা সত্ৰত গোৱা হয় আৰু ই যুগল নামে পৰিচিত। কমলাবাৰী তথা তদনুবৰ্তী সত্ৰসমূহত নামঘোষাৰ বছা বছা অংশ কিছুমানৰ লগত অতিৰিক্ত কিছুমান ঘোষা গোৱা হয় আৰু এইবিলাকক "কুলুপীয়া" আৰু "ধৰিগোৱা" ঘোষা বুলি কোৱা হয়। এই ঘোষাসমূহ বদলা আতাৰদ্বাৰা প্ৰৱৰ্তিত বুলি ভবাৰ সপক্ষে সবল যুক্তি আছে। মহাপুৰুষ মাধৱদেৱে নামঘোষাৰ দৰে এখনি মহান শাস্ত্ৰ প্ৰণয়ন কৰাৰ পিছত আকৌ স্বৰচিত শাস্ত্ৰখনিৰ পৰা কিছু কিছু অংশ উদ্ধাৰ কৰি তাৰ লগত আন ঘোষা সংযোগ কৰি নতুন ঘোষাৰ সৃষ্টি কৰি গৈছে বুলি ভাবিব নোৱাৰি। সুন্দৰীদিয়া সত্ৰত কুলুপীয়া ঘোষা গোৱা হয় বাবে এইবিধ ঘোষা বদলা আতা পুৰুষৰদ্বাৰা প্ৰৱৰ্তিত নহয় বুলি কোনো কোনোৱে ক'ব খোজে যদিও সুন্দৰীদিয়া সত্ৰত কুলুপীয়া ঘোষা গোৱাৰ আৰ্হি কমলাবাৰী সত্ৰৰ প্ৰভাৱতে হোৱা বুলি ভবাৰ যুক্তি আছে। 'ঘিউত বাইট বছা' আৰ্হিৰে আতাপুৰুষে 'ধৰিগোৱা' আৰু 'কুলুপীয়া' ঘোষাসমূহ প্ৰচলন কৰি নামধৰ্মত এক নতুন ধাৰা প্ৰৱাহিত কৰিছিল। এই যুগান্তকাৰী পুৰুষগৰাকীয়ে মহাপুৰুষীয়া ভক্তিধৰ্মৰ ধল সমগ্ৰ উজনি অসমত বোৱাই দিবলৈ সক্ষম হৈছিল।

এবাৰ আসাম ৰজাই বদলা আতাক মতাই নি মহাপুৰুষীয়া ধৰ্ম সম্পৰ্কে নানান প্ৰশ্ন কৰিছিল। আতা পুৰুষৰ উত্তৰত পৰম সন্তোষ পাই ৰজাই আতাক কৈছিল— "ভকত তোমাক কি কি লাগে কোৱা। মাটি, বাৰী, ধন-সম্পত্তি, মানুহ-দুনুহ যিহৰেই অভাৱ তাকেই পূৰণ কৰি দিবলৈ সাজু আছোঁ।" তাৰ উত্তৰত আতা পুৰুষে যি কৈছিল সেয়া সত্ৰাধিকাৰ প্ৰমুখ্যে মহাপুৰুষীয়া সত্ৰসমূহৰ সমূহ ভক্তৰ বাবে প্ৰণিধানযোগ্য। আতাই ৰজাক কৈছিল—"স্বৰ্গদেও আমাক সেইবোৰ একো নালাগে। যদি মহাৰাজে দয়া পৰৱশ হৈ অনুগ্ৰহ কৰিব খোজে, তেন্তে যাতে আমাৰ ভকতসকলে নিৰ্ভয়মনে মুখ ভৰি নাম লৈ আৰু হাত দাঙি চাপৰি মাৰি পৰমেশ্বৰৰ নাম-গুণ-মহিমা শ্ৰৱণ-কীৰ্ত্তন কৰি থাকিব পাৰে তাৰেহে এটি সুব্যৱস্থা কৰক। আৰু কোনেও যেন আমাৰ ভকতসকলক অনাহকত ধৰি শাস্তি বিহিব বা অপমান দিব নোৱাৰে তাৰ প্ৰতিকাৰৰ বিধান কৰক। এইখিনি হৈ উঠিলেই আমি সদাশয় আৰু ধৰ্মানুৰাগী মহাৰাজৰপৰা প্ৰাপ্য সকলোখিনিকে পোৱা হ'ল বুলি ধৰি ল'ব পৰা যাব।" (মহাপুৰুষীয়া ধৰ্মৰ পৰম্পৰা ,পৃঃ ২৬০)। ৰজাই

আতাপুৰুষক আশা-আকাঙক্ষাহীন ধাৰ্মিক পুৰুষ বুলি জানিব পাৰি আতাপুৰুষক সম্বোধি কৈছিল—হে ভকত, আজিৰপৰা তুমি তোমাৰ ভকতসকলৰ সৈতে নিৰ্ভয় মনেৰে প্ৰাণ খুলি হৰি নাম লৈ থাকিব পাৰিবা, আৰ বাবে একো ভয় বা শঙ্কা নকৰিবা।

মহপুৰুষ শংকৰদেৱৰ প্ৰবৰ্ত্তিত ভাগৱতী ধৰ্ম বা নাম ধৰ্মত কৃষ্ণ নাম, কৃষ্ণ ভক্তি প্ৰচাৰৰ মাধ্যম হিচাপে সাহিত্য, কলা-সংস্কৃতি, গীত-মাত আদি অসমীয়া জাতিয়ে পালে। 'নাহি ভকতিত জাতি অজাতি বিচাৰ' এই বাণীৰে জাত-পাতৰ উৰ্দ্ধত এখন বৃহৎ অসমীয়া সমাজ গঢ়াৰ পদক্ষেপ লৈ দুজনা গুৰুৱে বহুখিনি এৰি থৈ গ'ল। আতা পুৰুষসকলে সঠিক দিশত নেতৃত্ব দি গৈছিল। পিছত কেনেকৈ লাগিল। এয়া আমাৰ আলোচ্য বিষয় নহয়। আমি এটা কথা অৱতাৰণা কৰিব খুজিছোঁ। আতাপুৰুষে আসাম ৰজাই যচা ধন-বস্তু, মাটি-বাৰী, সকলো প্ৰত্যাখ্যান কৰি কেৱল 'মোৰ ভকতসকলক নিৰ্ভয়ে গল মেলি ঈশ্বৰৰ নাম ল'বলৈ দিব লাগে' বুলি ৰজাক কৈছিল। সেই আতাপুৰুষৰ দ্বাৰা প্ৰতিষ্ঠিত কমলাবাৰী সত্ৰত (বৰ্ত্তমান তিনিখন) গুৰু কীৰ্ত্তন আৰু বিশেষ উৎসৱৰ বাহিৰে বাকীবিলাক দিনত কিমানজন ভকত কীৰ্ত্তনঘৰত নাম লবলৈ যায়? নামাচাৰ্যগৰাকীৰ লগত মাত্ৰ দুই-তিনিজন ভকতে নাম লৈ থকা দৃশ্য পৰিতাপৰ বিষয়। সত্ৰীয়া বা শংকৰী সংস্কৃতিৰ প্ৰচাৰ ভকতসকলৰ জৰিয়তে বাহিৰত হ'বই লাগিব। কিন্তু ইয়াৰ বাবে তেখেতসকলৰ যি আগ্ৰহ সেই আগ্ৰহ নামঘৰৰ ক্ষেত্ৰত দেখা নাযায়। এই কথা সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য নহ'লেও অধিকাংশৰ ক্ষেত্ৰতেই প্ৰযোজ্য। সত্ৰতে থাকি প্ৰতিখন বহাৰ অন্ততঃ এজন ভকতো নাম লোৱাৰ সময়ত কীৰ্ত্তন ঘৰলৈ নাযায় কিয়? ই ধ্ৰুৱ সত্য যে 'নামধৰ্মৰ মূল বস্তু নামহে কৃষ্ণ ভক্তিহে'। বাকীবিলাক আনুষঙ্গিক মাত্ৰ। এইবিলাকৰো বিস্তৃত চৰ্চা তথা প্ৰচাৰ হ'ব লাগে। কিন্তু নাম বা কৃষ্ণ ভক্তিক আওকাণ কৰি নহয়। এই কথা সত্ৰৰ ভকতসকলৰ ক্ষেত্ৰত বিশেষভাৱে প্ৰযোজ্য। কমলাবাৰী সত্ৰকেইখনৰ সত্ৰাধিকাৰ প্ৰভুসকললৈ আমাৰ বিনম্ৰ অনুৰোধ যাতে তাৰাসবে নাম-প্ৰসঙ্গৰ সময়ত ভকতসকল কীৰ্ত্তন ঘৰলৈ যোৱাটো বাধ্যতামূলক কৰে। যদি ভকতসকলৰ মাজতেই নামৰ প্ৰতি এনে অনীহা ভাব হয় তেনেহ'লে বাকীসকললৈ কি থাকিব?

বদলা আতা পুৰুষৰ মহত্ত্ব চিৰদিনলৈ উজ্জ্বল হৈ থাকিব। তাৰাই হাজাৰ হাজাৰ লোকক পৰমেশ্বৰৰ ভক্তি পথৰ সন্ধান দি তেওঁলোকৰ আত্মাৰ কল্যাণ সাধন কৰি গৈছে। তাৰাই বিভিন্ন সত্ৰ ভ্ৰমণ কৰি সেই থানসমূহৰপৰা তাত্ত্বিক

কথা আহৰণ কৰি, সত্ৰীয়া গীত-মাত, পাঠ-প্ৰসঙ্গ আদি আয়ত্ত কৰি সিবিলাকৰ আধাৰত এক নিজস্ব ৰীতিৰে গীত-মাত, পাঠ-প্ৰসঙ্গ আদিৰ অমূল্য সঁফুৰা কমলাবাৰী সত্ৰত থৈ গৈছে। ইয়াৰ জৰিয়তে কমলাবাৰী সত্ৰৰ যশস্বী ভকত-শিল্পীসকলে দেশ তথা বিদেশতো খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈ ইয়াৰ লগতে মহাপুৰুষ শংকৰদেৱৰ ধৰ্ম-কলা-সংস্কৃতি প্ৰচাৰ কৰাত সাৰ্থক হৈছে। আতাপুৰুষৰ দিনৰপৰাই কমলাবাৰী সত্ৰই গীত-বাদ্যৰ, নৃত্য-ভাওনা, পাঠ-প্ৰসঙ্গ আদিত অসমৰ থানসমূহৰ ভিতৰত এক বিশেষ স্থান অধিকাৰ কৰি আহিছে এই মহান পুৰুষৰ মহান দৰ্শন তথা কৰ্মৰাজীৰ নিদৰ্শনে যাতে বিস্তৃতি লাভ কৰে আৰু তাৰ জৰিয়তে সৰ্বসাধাৰণ মানুহৰ মাজত যাতে প্ৰসাৰতা লভি সমগ্ৰ মানৱজাতিৰ হীত সাধন হয় তাকে কামনা কৰিলোঁ।



# আতাশ্ৰেষ্ঠ শ্ৰীশ্ৰীপদ্ম আতা আৰু শ্ৰীশ্ৰীবদলা সত্ৰ

**ভবেন কাকতি**

জগতগুৰু শ্ৰীমন্ত শংকৰদেৱ আৰু মহাপুৰুষ শ্ৰীমাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত সুমহান আতাপুৰুষসকলৰ ওপৰত মহাপুৰুষীয়া ধৰ্মৰ সকলো প্ৰকাৰ কাৰ্যৰ ভাৰ পৰে। তেওঁলোকৰ কঠোৰ পৰিশ্ৰম আৰু ঐকান্তিকতাৰ গুণত এই ধৰ্মই বিস্তৃতি লাভৰ সুযোগ পায়। আতাসকল ধৰ্মৰ একো একোটি জ্বলন্ত প্ৰতীক আছিল। তেৰাসকলৰ কথা-বাৰ্ত্তা, চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ, আস্থা-নিষ্ঠা, নীতি-নিয়ম সকলোবোৰতে শুদ্ধ, সত্ত্ব, নিৰ্মল ধৰ্মৰ উচ্চ আদৰ্শ আৰু মহান শিক্ষাৰ কথা সুন্দৰকৈ ফুটি ওলাইছিল। ধৰ্ম ৰাজ্যৰ এনেকুৱা আদৰ্শস্থানীয় মহান পুৰুষসকলৰদ্বাৰা জনসমাজৰ শাৰীৰিক, মানসিক, নৈতিক, আধ্যাত্মিক আৰু সামাজিক বিষয়ক অশেষ কল্যাণ সাধিত হৈছিল। আজিৰ আধুনিক পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত সেই ধৰ্মৰ জ্যোতিৰ উজ্জ্বল প্ৰভা ম্লান পৰিবলৈ ধৰাৰ লগতে আতাসকলকো পাহৰিবৰ উপক্ৰম দেখা গৈছে। কিন্তু আমাৰ ধৰ্ম আৰু আতাসকলৰ উচ্চ আদৰ্শই আজিও পৃথিৱীৰ ধৰ্ম সমাজত সৰ্বশ্ৰেষ্ঠ আসন লাভ কৰাৰ যোগ্য। পৰিতাপৰ বিষয় এয়ে যে আমাৰ দেশবাসীৰ আওকণীয়া মনোভাবৰ গুণত বা তাক যোগ্য সমাদৰ নেদেখুৱাৰ ফলত সেই গৌৰৱ ক্ৰমে যেন হ্ৰাস হৈ

আহিছে।

আমাৰ ৰাজ্যৰ প্ৰাচীন চৰিতকাৰসকলৰ দ্বাৰা ৰচিত চৰিতপুথিসমূহ ভিত্তি কৰি চাব জানিলে তাক অনেক অমূল্য কথাৰ সন্ধান পাব পাৰি। মহাপুৰুষৰ দুজনাৰ প্ৰস্থানৰ কালত আতা-আতৈসকল একো একোজন নৈতিকতাৰ চৰম উন্নত আদৰ্শ পুৰুষ। তেৰাসকলৰ জীৱন-কাল ঘটনাবহুল, গুৰুত্বপূৰ্ণ আৰু বিচিত্ৰভাৱে ভৰপূৰ জীৱন কাহিনীয়ে তাৰ জ্বলন্ত প্ৰমাণ দিয়ে।

যিসকল মহান ত্যাগী, ধাৰ্মিক আৰু একনিষ্ঠ পুৰুষে শ শ বছৰ ধৰি উজনি, নামনি আৰু ভাটীৰ ধৰ্ম ৰাজ্যত সিঁচৰতি হৈ থকা পুণ্যভূমি থান সত্ৰসমূহৰ ধৰ্মৰ বন্তিগছি জ্বলাই ৰাখি তাৰ মহানতা, পবিত্ৰতা, সন্মান আৰু গৌৰৱ ৰক্ষা কৰি আহিছে সেইসকল আতাৰ ভিতৰত উজনীয়া ধৰ্ম ৰাজ্যৰ ধৰ্মাধিকাৰ, বদলা সত্ৰ আৰু কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীবদলা পদ্ম আতা বাৰজনা আতাৰ অন্যতম আতা।

দীননাথ বেজবৰুৱাদেৱৰ ৰচিত পুথিৰ পৰা জানিব পাৰি যে অন্য গুণসম্পন্ন মহামহন্তসকলক ঐতিহাসিক ব্যক্তি হিচাপে নিৰ্মোহভাৱে বিবেচনা কৰিছে। পদ্ম আতাৰ ক্ষেত্ৰত আতাৰ গভীৰ মানৱীয় গুণসম্পন্ন ব্যক্তিত্বই আমাক আলোড়িত কৰে । আতাৰ সুদূৰপ্ৰসাৰী চিন্তা আৰু পৰিকল্পনা, মানৱ সম্পদৰ সু-সংহত প্ৰয়োগ আঁচনি, বীৰত্ব, দেশপ্ৰেম আৰু সামাজিক দায়বদ্ধতা, লক্ষ্যপ্ৰাপ্তিৰ বাবে নিৰলস সাধনা, পৰম বৈৰাগ্য আৰু ত্যাগ অবিচল গুৰুভক্তি, পৰমাৰ্থিক জ্ঞানান্বেষণ, সাংস্কৃতিক চেতনা আৰু লোকৰঞ্জন আদি গুণেৰে বিভূষিত পদ্ম আতাৰ জীৱন দৰ্শনৰ প্ৰাসংগিকতা বৃদ্ধি পাইছে। আতাজনাই দুজনা গুৰুৰ ধৰ্ম, কলা-সংস্কৃতি জনমুখী গৌৰৱ উজ্জ্বল কৰি তুলিবৰ মানসেৰে পোনপ্ৰথমে পুণ্যভূমি বৰনাৰায়ণপুৰত প্ৰতিষ্ঠা কৰা বদলা সত্ৰৰ সত্ৰাধিকাৰ, ভকত বৈষ্ণৱ তথা শিষ্যবৃন্দৰ প্ৰচেষ্টাত আতাৰ জন্ম জয়ন্তী উৎসৱভাগ কেন্দ্ৰীয়ভাৱে প্ৰতিবছৰে উদযাপন কৰিবলৈ লোৱা প্ৰচেষ্টা নিসন্দেহে এক গৌৰৱ উজ্জ্বল অধ্যায় হিচাপে চিহ্নিত হৈ ৰ'ব।

২০০২ চনত শ্ৰীশ্ৰী বদলা সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীকান্তদেৱ গোস্বামীৰ সভাপতিত্বত আৰু মুখ্য কাৰ্যকৰী সম্পাদকৰ নেতৃত্বত শ্ৰীশ্ৰী বদলা সত্ৰত প্ৰথম আতাজনৰ ৪৫৬ তম জন্ম জয়ন্তীভাগ কেন্দ্ৰীয়ভাৱে অসম ভিত্তিত উদযাপনৰ দিহা কৰা হৈছিল।

পশ্চাৎ কালত ক্ৰমে আতাৰ জন্মস্থান সত্ৰাহী সত্ৰ বিহপুৰীয়া গোসাঁই

পথাৰ হৰিমন্দিৰত মাজুলীৰ উত্তৰ কমলাবাৰী সত্ৰ আৰু এইবাৰ আতাজনাৰ ৪৬০ তম্ জন্ম জয়ন্তীভাগ ২০০৬ চনত শ্ৰীশ্ৰী কমলাবাৰী সত্ৰ, তিতাবৰ মহিমাবাৰীত বিস্তৃতভাৱে উদযাপনৰ দিহাই ৰাইজৰ যি সমাদৰ লাভ কৰিছে—ই আতাকালীন ধৰ্মক ৰাজ্যৰ বিৰল চানেকি হিচাপে চিহ্নিত হ'ব।

প্ৰাচীন বিদৰ্ভ ৰাজ্যৰ ৰাজধানী আৰু মানৱ অৱতাৰ যুগনায়ক ভগৱান শ্ৰীকৃষ্ণৰ প্ৰিয়তমা ভাৰ্যা ৰুক্মিণী দেৱীৰ জন্মস্থান কুণ্ডিল নগৰীয়েই আতাৰ পূৰ্বপুৰুষসকলৰ আদি বাসস্থান। দেশ বিভ্ৰাট হোৱাৰ সময়ত আতাৰ আজোককাক যুৱৰাজ আহি লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ পায়হি আৰু এই স্থানত বাস কৰি থকা কালতে যুৱৰাজৰ পুত্ৰ তিতা চোমদাৰৰ সুলক্ষণা ভাৰ্যাৰ গৰ্ভত ১৪৬৮ শকৰ ভাদ মাহৰ (১৫৪১ চন) শুক্লা একাদশী তিথিত আতাই জন্ম গ্ৰহণ কৰে।

ক্ষণজন্মা পুৰুষজনাৰ শৰীৰত শিশুকালৰ পৰাই অলৌকিক মাহাত্ম্য আৰু কৃষ্ণভক্তিৰ লক্ষণে পৰিপূৰ্ণ আছিল বুলি চৰিত পুথিত বৰ্ণনাই অলংকৃত কৰিছে'

বহুতো মহৎ লোকৰ দৰেই পদ্ম আতাৰ জীৱনৰ আদিছোৱা সুখকৰ আছিল। পৰিয়ালৰ আভ্যন্তৰীণ কাৰণত ভাগ্যচক্ৰত পৰি ৰজাও খৰিভাৰি হোৱাৰ দৃষ্টান্তৰ দৰেই সৰুকালছোৱা নানা অভাৱনীয় দুখ-কষ্ট, অসুখ-অশান্তি, অনাদৰ-অপমান ভোগ কৰি গৰু চৰাই কটাবলগীয়া হৈছিল। কিন্তু নিজৰ অলৌকিক শক্তি, বুদ্ধি-বিবেচনা, সু-দৃঢ় মনোবল, ধৈৰ্য, সাহস, সহনশীলতাৰ গুণত প্ৰত্যেক ক্ষেত্ৰতে দেখা দিয়া জটিল সমস্যাসমূহৰ সু-সমাধান কৰি ল'ব পাৰিছিল। কুটীৰ শিল্পতো তেওঁৰ নিপুণতা থকা বাবে আৰ্থিক অনাটনৰ হেঁচা সাময়িকভাৱে ৰোধ কৰিবলৈ সক্ষম হৈছিল। শিশুকালৰপৰাই কৃষ্ণভক্তিপৰায়ণ আতাই স্থানীয় সদাশয় লোকৰ সহায়ত বিদ্যা শেষ কৰি শাস্ত্ৰ পঠন আৰু অধ্যয়নৰ সুবিধা পালেও প্ৰকৃততে ভাটোকুছিৰ কেশৱচৰণ আতাৰপৰাহে প্ৰকৃত গুৰুৰ সম্মান পায় আৰু ধৰ্ম-বস্তু লভিবলৈ সুযোগ লাভ কৰে। তেৰাৰ দৰে গুৰুৰ সাক্ষাৎ লাভ নোহোৱাকৈ গুৰুৰ গুণ, গৰিমা আদি মৌলিক বৰ্ণনা শুনিয়েই গুৰুৰ লগত হৃদয়ৰ সংযোগ ঘটাবপৰা লোক পৃথিৱীত সৰহ নোলাব। ধৰ্ম লাভ কৰাৰ পূৰ্বে ব্যক্তিগত সাধনাৰ গুণত আধ্যাত্মিক ক্ষেত্ৰত এটি বিশেষ অৱস্থাৰ অধিকাৰী হৈছিল। সেয়েহে ভেলাথানত মহাপুৰুষ মাধৱদেৱৰ শুচৰণত ধৰ্ম লাভ কৰি মাত্ৰ সাতদিন গুৰুৰ সঙ্গত থাকিয়েই ধৰ্মোপদেশ, নীতি, আচাৰ-সদাচাৰ শিক্ষাৰ বাহিৰেও, আত্ম-তত্ত্ব, আধ্যাত্মিক তত্ত্ব, পাৰমাৰ্থিক তত্ত্বজ্ঞান সমস্ত আয়ত্ত কৰি গুৰুজনাৰ প্ৰিয় হৈ উঠিব পাৰিছিল। তদুপৰি মহাপুৰুষজনাৰ পাৰ বদলা পাই উজনিৰ ধৰ্মাচাৰ্যৰ সম্মানিত আসনত

অধিষ্ঠিত হোৱাৰ সৌভাগ্য লভিছিল আৰু গুৰু দুজনাৰ নুমলীয়া শিষ্যৰূপে প্ৰখ্যাত হৈছিল ।

শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাই পাটবাউসী থানৰপৰা বেহাৰ ৰাজ্যলৈ শেষযাত্ৰা কৰোঁতে অভিন্ন হৃদয়ৰ মাধৱদেৱৰ ওপৰত নিজৰ শক্তি-ভক্তি, বল-পৰাক্ৰম সকলো অৰ্পণ কৰি গুৰুজনাই প্ৰতিষ্ঠা কৰা মহাপুৰুষীয়া ধৰ্মৰাজ্যৰ পৰিচালনাৰ গুৰুভাৰ অৰ্পণ কৰি গৈছিল। সেই আৰ্হিৰেই শ্ৰীশ্ৰীমাধৱদেৱে গুৰুজন যো তেৰাৰ জীৱনৰ সন্ধিয়া পৰত ভেলাডোবা থানত গুৰুবাক্য ৰক্ষা কৰি চিনৰ গুটিক সুযোগ্য শিষ্যৰূপে শ্ৰীশ্ৰীপদ্ম আতাক পাই তেওঁক অভেদ আত্মা জ্ঞান কৰি নিজ শৰীৰৰ ধৰ্ম বল, বীজ, শক্তি, ভক্তি অৰ্পণ কৰি ধৰ্মাচাৰ্য পাতি উজনি ৰাজ্যলৈ পঠাইছিল। এই অভাৱনীয় অপূৰ্ব আৰু বিস্ময়েৰে গাৰ বদল দিয়া কাৰ্যৰ নিমিত্তেই পদ্ম আতাই পৰৱৰ্তী কালত "বদলা পদ্ম" আতা নামে অভিহিত হয়। আজিও অসমৰ চুকে-কোণে এই নামটিৰেই অধিক চলন্তি আৰু প্ৰখ্যাত হয়।

এইজনা আতাই গুৰুবাক্য ৰক্ষা কৰি ধৰ্ম বিস্তাৰত লাগি থাকোঁতে ৰজাৰ কোপদৃষ্টিত পৰিও সততাৰ গুণত বিচাৰত জয় লাভ কৰি পাছত পূৰ্ণোদ্যমে প্ৰচাৰ কাৰ্য চলায়। গুৰুৰ প্ৰতিও ঐকান্তিকতা আৰু পৰম নিষ্ঠা থকাৰ বাবে আজিও চৰ্চণৰ সময়ত আমাৰ ভকতসকলে আতাক "হৃদয়ৰ বন্ধু " বুলি চৰ্চণ কৰে. দূৰদৰ্শী আতাই সমাজ গঠনৰ উদ্দেশ্যে ধৰ্মৰ লগতে সামাজিক শিক্ষা সম্বন্ধে দি থোৱা অৱদানৰ কথা কেৱে পাহৰিব নোৱাৰে।

এইজনা বদলা পদ্ম আতাৰ অনুপম গুণত উজনি অসমত পোন প্ৰথমবাৰৰ বাবে গুৰুজনাৰ প্ৰত্যক্ষ সান্নিধ্যত থাকি শৰণ, ভক্তিতত্ত্ব লৈ ধৰ্মাচাৰ্যৰ দায়িত্ব গ্ৰহণ কৰি উজাই আহি ১৫৫৮ শক (১৬৩৬ চন) ধৰ্ম প্ৰচাৰ-প্ৰসাৰৰ অৰ্থে নাৰায়ণপুৰত সত্ৰীয়া কৃষ্টিৰ প্ৰাণকেন্দ্ৰস্বৰূপ শ্ৰীশ্ৰীবদলা সত্ৰ প্ৰতিষ্ঠা কৰাৰ লগতে অন্য ২৪ খন থানসত্ৰ প্ৰতিষ্ঠা কৰাৰ উপৰিও সত্ৰৰ দক্ষিণ দিশত মহাপুৰুষৰ থান হিচাপে খ্যাত শ্ৰীশ্ৰী ফুলনি থান প্ৰতিষ্ঠা কৰি জীৱনৰ বিয়লি বেলাত অনাৰ্যসকলৰ সঘন আক্ৰমণত তিষ্ঠিব নোৱাৰি হয়কুৰিজন ভকতৰ লৈতে লুইত পাৰ হৈ মাজুলীত ১৫৯৮ শকত (১৬৭৬ চন) ঐতিহ্যমণ্ডিত কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। আতাৰ নৰ-লীলাৰ শেষ সময়ত পতা এই সত্ৰ তথা কমলাবাৰী থূলৰ ভকতসকলে মধুপুৰ, বৰপেটা আৰু কমলাবাৰী সত্ৰক সমজ্ঞান কৰি পৰম আনন্দত আপ্লুত হৈ প্ৰাণ জুৰিপায়।

"এ হৰি এ থান মধুপুৰ
উজানে কমলাবাৰী, মধ্যে বৰপেটা
নামে ভৰপুৰ।।"

মেধা আৰু প্ৰতিভা থকা সত্ত্বেও পদ্ম আতাৰ সাহিত্যকৃতিৰপৰা আমি বঞ্চিত। তথাপি আতাৰ সাংস্কৃতিক অৱদান, জীৱন চৰ্চা, ব্যক্তিত্ব আৰু জীৱনবোধে প্ৰতিগৰাকী সচেতন অসমীয়াৰ চিত্ত আলোড়িত কৰে। অৱশ্যে বদুলা আতাৰ একো নাই বুলি কোৱা অসমীয়াৰ সংখ্যাও নগণ্য নহয়। মৌলিক চিন্তাহীন, নেতিবাচক দৃষ্টিভঙ্গীসম্পন্ন লোকে "০" (শূন্য) টোৰ মাজতে বিচাৰি পায় ব্ৰহ্মাণ্ডৰ তত্ত্ব আৰু ৰহস্য। অন্যহাতে তাৰ বিপৰীতে মহান দাৰ্শনিক বিবেকানন্দ আৰু অন্যান্য দাৰ্শনিকসকলে শূন্যৰ মাজতে ব্ৰহ্মাণ্ডৰ তত্ত্ব আৰু ৰহস্য বিচাৰি পায়। সেয়ে মহাপুৰুষ মাধৱ গুৰুজনাই সিদ্ধান্ত কৰিছে—

"অধমে কেৱল দোষ লৱয় মধ্যম গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে,
অল্পগুণ কৰিয়া বিচাৰ।।

যি সময়ত ৰজাঘৰীয়াক তোষামোদ নকৰিলে ধৰ্মগুৰু, সাধু-সন্তৰ ওপৰত ৰজাঘৰীয়া উৎপীড়নে সীমা চেৰাই গৈছিল আৰু কু-চক্ৰী মহলৰ প্ৰৰোচনাত যেতিয়া অবাধে-অবিচাৰে বৈষ্ণৱ মাৰ্গী মহন্তৰ ওপৰত নিৰ্যাতন চলিছিল, যুক্তি আৰু বিচাৰতকৈ কুসংস্কাৰ আৰু অন্ধবিশ্বাসে মানুহৰ বিবেক-বুদ্ধি আচ্ছন্ন কৰি ৰাখিছিল, তেনে এক মধ্যযুগীয়া পংকিল আৰ্থ-সামাজিক পৰিবেশতে বদলা পদ্ম আতাই মহাপুৰুষ গুৰু দুজনাৰ ধৰ্মৰ অমৰ বাণী একশৰণ হৰি নামৰ ধ্বনি বোৱাই সত্য, শিৱ, সুন্দৰৰ পূজাৰী হ'বলৈ আমাক প্ৰেৰণা দি গৈছে।

ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ মতে অনাসক্ত, সদানন্দ, উদাৰ, জীৱৰ প্ৰতি অসীম দয়াশীল, পৰিহিতব্ৰতী, ভাগৱত শ্ৰৱণত একান্ত ৰতি, শত্ৰু-মিত্ৰ সমভাগী, বিষয়ত বিৰক্তি ত্যাগী, বৈৰাগী, সমস্ত ভূতত ঈশ্বৰ দৃষ্টিসম্পন্ন সত্যত একনিষ্ঠ, পাপ-অনাচাৰ ব্যভিচাৰৰ ওপৰত ব্ৰজাদপি কঠোৰ আৰু ঈশ্বৰ সাধক বদলা পদ্ম আতা নিসন্দেহে বৈষ্ণৱ গুৰুৰ স্থান অধিকাৰ কৰিছে। বেজবৰুৱাই "শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱ" গ্ৰন্থত এই বিষয়ত সুন্দৰভাৱে আলোকপাত কৰিছে।

মহাপুৰুষীয়া সত্ৰীয়া কলা-কৃষ্টি-সংস্কৃতিৰ ধাৰক অতুলনীয় মহানুভৱতা

আৰু আনলিপ্সাৰ প্ৰতিমূৰ্ত্তি শ্ৰীশ্ৰীবদলা পদ্ম আতাই কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰি ২ বছৰ ৬ মাহ সত্ৰখনি পৰিচালনা কৰি ১৫৯৮ শকত ১৩০ বছৰ বয়সত ভাদ মাহৰ শুক্লা একাদশীৰ শুভক্ষণত মহাপ্ৰয়াণ লাভ কৰে:

আতাজনাই ধৰাধাম এৰি বৈকুণ্ঠলৈ গমন কৰিলেও তেখেঁৰ জীৱনজোৰা সাধনালব্ধ মহান অৱদানসমূহ আজিও অসমৰ চুকে-কোণে জিলিকি থকা সত্ৰসমূহৰ লগতে তেখেঁৰ আদ্যসত্ৰ স্বৰূপা নাৰায়ণপুৰৰ বদলা সত্ৰখনেও প্ৰচাৰ কৰা ধৰ্মৰ মহান শিক্ষা আৰু আদৰ্শই হাজাৰ হাজাৰ লোকক পৰমেশ্বৰৰ ভক্তি পথৰ সন্ধান দি আত্মাৰ পৰম কল্যাণ কৰি আহিছে। সত্ৰীয়া নীতি-নিয়ম, গীত-মাত, পাঠ-প্ৰসঙ্গ, নাম-কীৰ্ত্তন আদি বিবিধ সত্ৰীয়া কলাসমূহ প্ৰচাৰৰ ক্ষেত্ৰত কমলাবাৰীৰ লগতে খোজ মিলাবলৈ সক্ষম হৈ আহিছে।

সময়ৰ কুটিল গতিত যদিও সত্ৰখন কিছুদিন কালৰ গ্ৰাসত পৰাৰ উপক্ৰম হৈছিল পৰৱৰ্তী সময়ত স্বৰ্গগত সত্ৰাধিকাৰ মুহিকান্ত গোস্বামীদেৱ আৰু একান্ত সেৱক গুৰু আতৈৰ বঢ়াৰ মইনা আতৈ বুঢ়াভকত, মোহোৰাম আতৈ বুঢ়াভকত আদিৰ সমূহীয়া প্ৰচেষ্টা, ত্যাগ আৰু অক্লান্ত ঐকান্তিক প্ৰচেষ্টাৰ ফলত মনে-প্ৰাণে ভালপোৱা সত্ৰখনক পুনৰ সত্ৰীয়া চৌদ্ধ প্ৰসঙ্গৰ লগতে সত্ৰীয়া সংস্কৃতিৰে ভৰপূৰ কৰি তোলে। কিন্তু পৰিতাপৰ কথা হ'ল এই দুজনা ত্যাগী মহানুভৱ বুঢ়াভকতে ইহলীলা সম্বৰণ কৰাৰ পাছত গুৰু আতৈ বঢ়াৰ চাৰিশ বছৰ ধৰি প্ৰজ্বলিত বন্তিগছি নুমাবলৈ নিদিয়াকৈ তেল-শলিতাৰ যোগান ধৰি উজ্জ্বল কৰি ৰাখিবৰ বহু আশাৰে দায়িত্ব অৰ্পণ কৰি গৈছিল কনিষ্ঠতম বুঢ়াভকত উপাধি গ্ৰহণ কৰা যোগেশ্বৰ আতৈ বুঢ়াভকতৰ (কণ আতৈ) ৰ ওপৰত।

কিন্তু বুঢ়াভকত দুজনাৰ অন্তিম সংস্কাৰৰ অগ্নিৰ তাপ নৌ মাৰ যাওঁতেই তেখাসৱৰ সপোনত আউল লাগিল, সপোনৰ পৰিৱৰ্তে চাৰিশবছৰীয়া গুৰু আতৈ বঢ়াৰ উজ্জ্বল বন্তিগছি নুমাই নিষ্প্ৰভ হৈ গ'ল।

প্ৰাণতকৈয়ো ভালপোৱা সত্ৰখনৰ উন্নয়নৰ বাবে তেখা দুজনাই উচৰ্গা কৰি যোৱা উপাৰ্জ্জিত অজস্ৰ সম্পত্তি আত্মসাৎ কৰি এসময়ত আঠ-মহজন আলধৰাৰে পূৰা-পথুলি গীত-ভটিমা বৰগীতৰ সুৰেৰে ৰজনজনাই থকা বঢ়াৰ বন্তিৰ ভেটিত আজি অন্ধকাৰে বিৰাজ কৰি টেকীয়া বটীয়া লতাই মেৰাই ধৰিছে।

সমসাময়িক সময়তে সেই সময়ৰ সত্ৰাধিকাৰ মুহিকান্ত দেৱগোস্বামীদেৱৰ আকস্মিকভাৱে পৰলোকপ্ৰাপ্তি হোৱাত সত্ৰৰ ভকতসকল সকল পৰামৰ্শদাতা

বুঢ়া ভকত সত্ৰাধিকাৰৰ অভাৱত দিশহাৰা হৈছিল যদিও বৰ্তমানৰ সত্ৰাধিকাৰ শ্ৰীকান্ত গোস্বামীদেৱৰ অক্লান্ত ত্যাগ আৰু প্ৰচেষ্টাৰ ফলত সত্ৰখন পুনৰ উজ্জ্বল হৈ উঠি পূৰ্বস্থান লাভ কৰা দেখা গৈছে। ভাদ্ৰ মাহৰ তিনি কীৰ্ত্তন, আতাসকলৰ তিথি পালা থকাৰ উপৰিও অসমৰ চুকে-কোণে বিভিন্ন স্থানত সত্ৰীয়া কৃষ্টি, নৃত্য-গীত, অংকীয়া ভাওনা প্ৰদৰ্শন আৰু চৰ্চ্চাই বৰ্তমান "সংগীত নাট একাডেমী"ৰ সৌজন্যত ভাৰতৰ ভূ-স্বৰ্গ জম্মু-কাশ্মীৰ হিমশিখৰত সত্ৰীয়া গায়ন-বায়ন নৃত্য প্ৰদৰ্শন কৰি গৌৰৱ কঢ়িয়াবলৈ সক্ষম কৰি তোলাৰ লগতে আতাজনাৰ আদৰ্শৰাজি সঠিক ৰূপত প্ৰতিষ্ঠিত কৰি সত্ৰৰ যশস্বী শিল্পী ভকতসকলে সত্ৰীয়া কলা-সংস্কৃতি ৰক্ষা তথা প্ৰচাৰমুখী কৰি লখিমপুৰবাসীৰ গৌৰৱ ৰক্ষা কৰি আদৰ সন্মান লাভ কৰিবলৈ সক্ষম হোৱাত বৰনাৰায়ণপুৰবাসীৰ লগতে আমিও গৌৰৱ অনুভৱ কৰিছোঁ।



# সাংস্কৃতিক ধ্বজাবাহক মহাপুৰুষ পদ্ম আতা

**দণ্ডিৰাম শৰ্মা**

যদা যদাহি ধৰ্মস্য গ্লানি ভৱতি ভাৰত:
অভ্যুত্থানম অধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম:
পৰিত্ৰাণয় সাধুনাম বিনাশায়চ দুষ্কৃতম:
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।।

যেতিয়াই পৃথিৱীত ধৰ্ম্মৰ গ্লানি, অধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ বাঢ়ে, তেতিয়াই সন্ত-সাধুসকলক পৰিত্ৰাণাৰ্থে, দুষ্কৃতিক বিনাশ কৰি ধৰ্ম্মৰ প্ৰতিষ্ঠা কৰিবলৈ একো একোজন মহাপুৰুষৰ আৱিৰ্ভাৱ হয়। ভৱ সমুদ্ৰত পৰি থকা জীৱকুলক উদ্ধাৰিবৰ বাবে যেতিয়া ভক্তি সংস্কৃতিৰ পালতৰা নৌকাখনিৰ ওৰিয়ঠা হাতত লৈ, প্ৰেম অমৃতৰ নদী বোৱাই আমাৰ দুজনা গুৰু শঙ্কৰ-মাধৱে পৃথিৱীত অৱতীৰ্ণ হৈ থৈ যোৱা ধৰ্ম্মৰ উজ্জ্বল বন্তিসাহি অহৰ্নিশে প্ৰজ্জ্বলিত কৰি ৰখাত যিজনে আগভাগ লৈছিল সেইজন মহাপুৰুষৰ পাদ-পদ্মত শ্ৰীশ্ৰী পদ্ম আতাক জয় জয়তে প্ৰণিপাত যাচিছোঁ।

"নমস্তে কৰুণা আতা ব্ৰহ্ম নিৰাকাৰ
সৰুকাহী গ্ৰামে প্ৰভু হৈলা অৱতাৰ।।"

মহাপুৰুষ শ্ৰীশ্ৰী পদ্ম আতাৰ জন্ম হৈছিল বৰ্তমানৰ লখীমপুৰ জিলাৰ হৰিনাৰায়ণপুৰৰ সৰুকাহী নামে গাঁৱত। পিতৃ তিলাচোৱাৰ ঔৰসে মাতৃ সত্যাৰ

গৰ্ভে ১৪৬৮ শক, জেঠ মাহৰ, শুক্ৰবাৰ, শুক্লা একাদশী তিথিত মৰ্ত্যত আবিৰ্ভাব হয় এইজনা মহামূল্যৱান ৰত্নৰ। এইজনা মহাপুৰুষ দহ নামেৰে বিভূষিত হয়—

"পদ্ম, গুবিন, ৰূপধৰ, লৱনাট্টি, গোসাঁই,
হৰিৰপো, আমোকাই, উজনীয়া বাপুঘৰ,
কমলাকান্ত আৰু মাণিক।

বাল্য অৱস্থাত আতা-পুৰুষজনাই নানা দুখ-কষ্ট, অপমান সহ্য কৰিবলগীয়া হৈছিল। বিশেষকৈ ঘৰুৱা সমস্যা বৰ অশান্তিকৰ আছিল। জ্যেষ্ঠ ভাতৃ শঙ্কৰ দাস আতাৰপৰা উপযুক্ত ব্যৱস্থা নাপাই, অনেক ভেটি সলাই, কঠোৰ অভাৱ-অভিযোগৰ সন্মুখীন হৈছিল। তাতো নিজৰ বুদ্ধি আৰু ধৈৰ্য্যৰ বলত নিজে প্ৰতিষ্ঠা হ'ব পাৰিছিল। কুটিৰ শিল্পতো কাঠৰ মালাৰ গুটি তৈয়াৰ কৰি আৰ্থিক অনাটন ৰোধ কৰিব পাৰিছিল।

জয় ভাৰতী আৰু স্থানীয় লোকৰ সহায়ত সুবিধা পাই গুৰুৰ প্ৰতি ভক্তি বাঢ়ে আৰু কেশৱচৰণ আতাৰপৰা গুৰুৰ সন্ধান পাই, ধৰ্ম বস্তু ল'বলৈ সুবিধা লাভ কৰে তেৰাৰদৰে গুৰুৰে সাক্ষাৎ নোহোৱাকৈ, গুণ-গৰিমা, মহিমা আদিৰ মৌখিক বৰ্ণনা শুনিয়েই কেশৱচৰণ আতাৰ লগত হৃদয়ৰ সংযোগ ঘটাব পৰা লোক পৃথিবীত বিৰল।

ধৰ্ম্মবস্তু লাভ কৰাৰ পূৰ্বেই, নিজৰ সাধনাৰ গুণত আধ্যাত্মিক ক্ষেত্ৰত তেৰাই এটি বিশেষ স্থান অধিকাৰ কৰি আছিল। সেয়েহে ভেলা মধুপুৰ স্থানত শেষ বয়সত মহাপুৰুষ মাধৱদেৱৰপৰা ধৰ্ম্ম ধৰি সাদিন গুৰুৰ সঙ্গত থাকিয়েই ধৰ্ম্মোপদেশ নীতি আৰু সদাচাৰ শিক্ষা লাভ কৰি ভক্তি লভিবৰ পাত্ৰ হৈ শৰণ-ভজন গ্ৰহণ কৰি আত্মতত্ত্ব, আধ্যাত্মিক আৰু পৰমাৰ্থিক তত্বৰ জ্ঞান লভি গুৰুজনাৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। তদুপৰি উজনি অসমত ধৰ্ম্ম প্ৰচাৰ কৰিবৰ বাবে ধৰ্ম্মাচাৰ্য্যৰ আসনত অধিষ্ঠিত হোৱাৰ সৌভাগ্য লভিছিল। তেৰা গুৰু মাধৱদেৱৰ মুখলীয়া শিষ্য আছিল।

শ্ৰীশ্ৰী শঙ্কৰদেৱ গুৰুজনাই পাটবাউসী থানৰপৰা বেহাৰ ৰাজ্যলৈ শেষযাত্ৰা কৰোঁতে অভিন্ন হৃদয়ৰ মাধৱ-পুৰুষৰ ওচৰত নিজৰ শক্তি-ভক্তি, বল-পৰাক্ৰম, তিনিৰাজ্য বিভাজন কৰি ধৰ্ম্মৰাজ্য পৰিচালনাৰ ভাৰ দি গৈছিল। সেই আৰ্হিমতে, মহাপুৰুষ মাধৱদেৱেও জীৱনৰ সন্ধ্যা পৰত ভেলাথানত তেৰাৰ সুযোগ্য শিষ্যৰূপে শ্ৰীশ্ৰী পদ্ম আতা পুৰুষক পাই তেওঁৰ অভেদ- আত্মা জানি নিজৰ শক্তি-ভক্তি, বল-পৰাক্ৰম, দশম-কীৰ্ত্তন, ঘোষা-ৰত্নাৱলী আৰু নাম-মালিকা,

তালমালা অৰ্পণ কৰি নিজৰ গাৰ-বদল দি ধৰ্ম্ম অধিকাৰ শান্তি উজনিলৈ পঠিয়াইছিল। তেৰাৰ পৰৱৰ্ত্তী কালত গাৰ বদল দিয়াৰ বাবেই বদলা পদ্ম-আতা নামে বিখ্যাত।

এইজনা আতা-পুৰুষে গুৰুবাক্য ৰক্ষা কৰি ধৰ্ম্ম-প্ৰচাৰত লাগি থাকোঁতেই ৰজাৰ কোপদৃষ্টিত পৰিব লগা হৈছিল। বিচাৰত তেখেতৰেই জয় হৈছিল। মহাপুৰুষ বৈকুণ্ঠগামী হোৱাৰ পিছত বৰপেটা সত্ৰ সঙ্গীত, নাট্য-শিল্প আৰু কলা-সংস্কৃতিত অতিকৈ চহকী আছিল। পদ্ম আতাই ভকতসকলৰ সহিতে এবছৰ থাকি নৃত্য-গীত, বাদ্য আদি সাংস্কৃতিক সম্পদসমূহ শিকি-বুজি উজনিলৈ লৈ আনে আৰু এই অমূল্য ৰত্নৰাজিৰ হানি-বিঘিনি হ'বলৈ নিদিয়াকৈ অনেক ঠাইত কলা-সংস্কৃতিৰ প্ৰচাৰ কৰি ২৪ ভেটি সলাই শেষত—

এই কৃষ্ণই ৰুক্মিণীক হৰি নিলা
মাথাৰ কমলফুল ভূমিত পৰিলা
দুয়োজনা গুৰু আহি থানক নিৰ্ম্মিলা
সেয়ে কাৰণে কমলাবাৰী নাম ভৈলা।।

১৫৯৫ শকত মাজুলীৰ পুৰুষোত্তম ৰজাৰ কঠীয়াতলীৰ ভেটিত "শ্ৰীশ্ৰী কমলাবাৰী সত্ৰ" প্ৰতিষ্ঠা কৰি, গুৰুজনাৰ বিধৌত সংস্কৃতিৰাজিৰ কালজয়ী খুঁটি বান্ধি ১৫৯৮ শকৰ ভাদ মাহৰ শুক্ল একাদশী তিথিত দিনৰ দুই পৰ যাওঁতে নৰদেহা সম্বৰণ কৰে।

নিজানত বৈকুণ্ঠত আছিলা অকলে
জীৱক তৰিবে লাগি আসিলা ভূতলে।।
নৰবাক্য ৰূপধৰি কৰি নানা লীলা
এই শুক্লা একাদশীত বৈকুণ্ঠে চলিলা।।

শ্ৰীশ্ৰী বদলা পদ্ম আতা পুৰুষে ধৰাধাম এৰি, বৈকুণ্ঠে গমন কৰিলেও, তেৰাৰ জীৱনজোৰা সাধনালব্ধ মহা আদৰ্শ আৰু অৱদান কমলাবাৰী থুলৰ সত্ৰসমূহে আৰু শিষ্যবৰ্গই পূৰ্ব্বৰে পৰা জিলিকাই ৰাখিছে। তেৰাৰ প্ৰচাৰিত ধৰ্ম্ম মহামন্ত্ৰৰে হাজাৰ হাজাৰ লোকক ভক্তিপথৰ সন্ধান দিলে। সকলো প্ৰকাৰ সত্ৰীয়া নীতি-নিয়ম, কলা-সংস্কৃতি, গীত-বাদ্য, নাম-কীৰ্ত্তন আদি যি আদৰ্শ দি গ'ল সেই জ্ঞানেৰে পূৰ্ণ অমূল্য সম্পদ কমলাবাৰী সত্ৰই আজিও সংৰক্ষণ কৰি ৰাখিছে। মূল সত্ৰৰ যশস্বী শিল্পীসকলেও দুজনা গুৰুৰ কলা-সংস্কৃতি বিশ্বদৰবাৰত প্ৰতিষ্ঠা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে। মূল কমলাবাৰী সত্ৰখনিও বিশাল ব্ৰহ্মপুত্ৰৰ

গৰাখহনীয়াত পৰি সেই মহান পুৰুষৰ দ্বাৰা প্ৰতিষ্ঠিত সত্ৰখনি ১৯৭৫ চনত পুনৰ তিতাবৰৰ মহকুমাৰ মহিমাবাৰীত প্ৰতিষ্ঠিত হৈ উজনি অসমত গুৰুবন্তি গছি "অক্ষয়" ৰূপত প্ৰজ্বলিত কৰি ৰাখিছে।

মূল কমলাবাৰী সত্ৰ, ১৫৯৫ শক

( পূৰ্বৰ মাজুলীত অৱস্থিত মূল সত্ৰ বৰ্ত্তমান তিতাবৰত পতা হৈছে)

| উত্তৰ কমলাবাৰী সত্ৰ | নতুন কমলাবাৰী সত্ৰ | মধ্য মাজুলী কমলাবাৰী সত্ৰ |
|---|---|---|
| মাজুলী | মাজুলী | মাজুলী |
| প্ৰতিষ্ঠাঃ ১৮৩৭ চন | প্ৰতিষ্ঠাঃ ১৯৩৬ চন | প্ৰতিষ্ঠাঃ ১৯৭৬ চন। |



# উজনীয়া বাপুঘৰ-সাদিনীয়া বাপুঘৰ শ্ৰীশ্ৰীবদুলা পদ্ম আতা

শিৱ শৰ্মা

খ্ৰীষ্টীয় পোন্ধৰ-ষোল শতিকাত অসমত যি এক ধৰ্মীয় সাংস্কৃতিক আন্দোলনৰ নৱোন্মেষ ঘটিছিল, যি এক নৱবৈষ্ণৱ ধৰ্মীয় সংস্কাৰে গা কৰি উঠিছিল, সেই নৱবৈষ্ণৱ আন্দোলনৰ মূল হোতা আছিল মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ। মহাপুৰুষগৰাকীৰ প্ৰিয় শিষ্য শ্ৰীমাধৱদেৱ আছিল গুৰুজনাৰ সৌহাৰ্দস্বৰূপ সহায়ক আৰু গুৰুজনাৰ মহাপ্ৰয়াণৰ পাছত অসমৰ নৱবৈষ্ণৱ আন্দোলনৰ গুৰিধৰোতা। গুৰুদুজনাৰ পাছতেই যিগৰাকী ধৰ্মাচাৰ্যই বৈষ্ণৱ গুৰুৰ স্থান অধিকাৰ কৰি আহিছে, সেইগৰাকীয়েই হৈছে শ্ৰীশ্ৰীমাধৱদেৱে 'উজনীয়া বাপুঘৰ' নামেৰে অভিহিত কৰা শ্ৰীশ্ৰীবদুলা পদ্ম আতা, যিগৰাকী মহান পুৰুষৰ পবিত্ৰ ধৰ্মীয় আদৰ্শই এটা সময়ত ৰঙানদীৰ পৰা ব্ৰহ্মকুণ্ডলৈকে ধৰ্ম সমাজক সমৃদ্ধ কৰি তুলিছিল, যিগৰাকী সন্তই মাধৱদেৱ গুৰুজনাৰ গাৰ-বসন ধাৰণ কৰি নাম-ধৰ্ম প্ৰচাৰেৰে উজনি অসমক এটা সময়ত দৌত কৰি তুলিছিল আৰু যিগৰাকী মহাপুৰুষৰ বৈচিত্ৰ্যময় জীৱনযাত্ৰা, সুদূৰপ্ৰসাৰী চিন্তা, সু-সংগঠিত কৰ্মৰাজিৰ পৰিস্ফুটনে অসমক এক বিশেষ ধৰ্মসংস্কৃতিৰ অধিকাৰী কৰিছিল।

নিজ স্থানত লৰৰ নাহি, গোসাঁই নামেৰে পৰিচিত এইগৰাকী আতাপুৰুষৰ জন্ম হয় চৈধ্যশ আঠবষ্ঠি শকৰ জেঠ মাহৰ শুক্ল একাদশী তিথিত, ৰুনাবাৰণপুৰৰ

সত্ৰাহী গাঁৱত।—

'চৈধ্যশ আঠষষ্ঠি শক জেঠ মাহৰ
শুক্লা একাদশী তিথি শুকুৰবাৰৰ
নানা সুমঙ্গল ভৈলা পূৰ্ণ দশমাস
সেহি সময়তে আতা ভৈলন্ত প্ৰকাশ।'

—দীননাথ বেজবৰুৱা -বৰচৰিত।

আতাপুৰুষগৰাকীৰ পিতৃ তিতা চোমদাৰ আৰু মাতৃ সত্যা। 'কথা গুৰুচৰিত' ৰ 'বদুলা আতা চৰিত'ত আতাৰ বংশাৱলী এনেদৰে বৰ্ণনা কৰিছে— "আতাৰ উপৰিপুৰুষ মুনৈ কুশিত গৃহ। তানে পুত্ৰ সুৰৰাজ, তানে নন্দন যুৱৰাজ, তানে সুত নল-কুহৈ, তানে বেটা সাম চোমদাৰ, তানে তনয় গোপাল চোমদাৰ, তানে সন্ততি তিতা চোমদাৰ, তানে অনুজ নৰ চোমদাৰ, তানে পুত্ৰ চম্পা চোমদাৰ, তানে পুত্ৰ আতা, বৰজন শংকৰদাস। আতাৰ জন্মভূমি বৰনাৰায়ণপুৰত, খেল বাৰুতি। আঢ়ৈ বৰ্ষত পিতৃ চলিল। (এই বংশাৱলীৰ অৰ্থ বোধহয় এনেধৰণৰ হ'ব— তিতা চোমদাৰৰ ভাতৃ নৰ চোমদাৰ আৰু এওঁৰ পুত্ৰ আতা, বৰজন শঙ্কৰদাস)। মাকে দুয়ো পুত্ৰ লৈ ভায়েকৰ গৃহ গহপুৰে গ'ল। তাতে ডাঙৰ হ'ল।"

লক্ষ্মীনাথ বেজবৰুৱাই 'বদুলা আতাৰ চৰিত্ৰ' এনেদৰে আৰম্ভ কৰিছে— "কুশিল নগৰত সুৰৰাজ আৰু যুৱৰাজ নামেৰে দুজন 'ধনী মানী প্ৰধান কায়স্থ' আছিল। সুৰৰাজৰ পুত্ৰৰ নাম লৱ আৰু যুৱৰাজৰ পুত্ৰৰ নাম কুশ। দেশৰ বিভ্ৰাটত দুয়ো ভাগি আহি নৰনাৰায়ণপুৰত ঘৰ-বাৰী কৰি থাকিলেহি। লৱৰ দুটি পুত্ৰ হ'ল—নাম তিতা চোমদাৰ আৰু গোপাল। কুশৰ এটি পুত্ৰ, নাম শ্যাম চোমদাৰ। তেওঁলোকে ৰজা-প্ৰজা, ভূঞা-বিপ্ৰ সকলোৰে আদৰৰ পাত্ৰ হৈ উঠিল। তিতা চোমদাৰে সত্যা নামে এটি কন্যা বিবাহ কৰিলে। সত্যাৰ গৰ্ভত প্ৰথমতে শঙ্কৰ দাস নামে এটি পুত্ৰ হ'ল। তাৰ পিছুত বহুৰমা নামে এটি কন্যা হ'ল। কিছুকালৰ পিছুত সত্যাৰ গৰ্ভত তিতা চোমদাৰৰ আৰু এটি পুত্ৰ হ'ল, তেওঁৰ নাম পদ্ম (পিছুত বদুলা আতা)।"

পদ্ম আতা দেখিবলৈ বৰ সুপুৰুষ আছিল আৰু তেওঁৰ গাৰ বৰণ পদ্মৰ নিচিনা আছিল দেখি তেওঁৰ নাম পদ্ম থৈছিল। আতাগৰাকীৰ বাল্যকাল নানা আলে-আহকালৰ মাজেদি পাৰ হৈছিল। আঢ়ৈ বছৰ বয়সতে পিতৃ তিতা চোমদাৰ স্বৰ্গী হোৱাত আতাপুৰুষগৰাকী ককায়েক শঙ্কৰ, ভগ্নী বহুৰমা আৰু মাতৃসম গহপুৰৰ (বেজবৰুৱাৰ মতে ধৱলপুৰত) মোমায়েকৰ ঘৰত থাকিবলৈ লয়। তাতে অন্য ছয়জন ল'ৰাৰ সৈতে গৰু চৰাইছিল। এদিন সেই সাতোজনে এটা সিদ্ধান্ত

কৰিলে যে তেওঁলোক সাতোজনে পাতাল টগোল নামৰ এজন ব্ৰাহ্মণৰ টোলত পাল পাতি শিক্ষা গ্ৰহণ কৰিব। অৰ্থাৎ প্ৰতিদিনে মাত্ৰ এজনে সাতোজনৰ গৰু চৰাব আৰু বাকী ছয়জনে টোলত শিক্ষা গ্ৰহণ কৰিব। এইদৰে শিক্ষা লাভ কৰি থাকোঁতেই ঠাইডোখৰত দফলাৰ উপদ্ৰৱ হোৱাত আতাপুৰুষৰ পৰিয়াল মাহীয়েক মাহিন্দ্ৰীৰ ঘৰ কলংপুৰলৈ যায় আৰু তাতে মাতৃ সত্যাৰ মৃত্যু হয়। ইয়াৰ পাছত তেওঁলোক পুৰণা ভেটি সক্ৰাহীলৈ ঘূৰি আহে আৰু ইয়াত আতাপুৰুষগৰাকী একাত্মমনে শাস্ত্ৰ চৰ্চাত নিমগ্ন হয়।

এনেতে দফলাৰ সৈতে আহোম ৰজাৰ যুদ্ধ লাগে আৰু ৰজাৰ বিষয়াই শঙ্কৰদাসক যুদ্ধলৈ যাবলৈ আদেশ দিয়ে। এই কথাত নবৌয়েকে কন্দা-কটা লগোৱাত ককায়েকৰ পৰিবৰ্তে পদ্ম আতা নিজেই যুদ্ধলৈ যাবলৈ ওলাল। যুদ্ধত লগৰ বহুতকে দফলাই মাৰিলে যদিও পদ্ম আতাক 'দেও মানুহ' বুলি এৰি থৈ গ'ল। যুদ্ধক্ষেত্ৰৰপৰা উলটি আহোঁতে বাটত মানুহ, গৰু, পশু-পক্ষী অলেখ মৰি থকা আৰু ঘৰবাৰীবোৰ পুৰি ভস্ম হৈ থকা দেখি কলিঙ্গ-যুদ্ধৰ বিভীষিকাই অশোকৰ মনত যুদ্ধৰ প্ৰতি ঘৃণাত বৈৰাগ্যভাব সৃষ্টি কৰাৰ দৰে আতাপুৰুষগৰাকীৰ মনতো বৈৰাগ্যভাব আহি পৰিল। সংসাৰ ক্ষণভঙ্গুৰ, অসাৰ ভাবি গৃহ-কাৰ্যাত সমূলি মন নিদি ৰামৰমীয়া বৈৰাগীসকলৰ সৈতে হৰিনাম গাই ফুৰিবলৈ ধৰিলে। ককায়েক-নবৌয়েকে বহুত জোৰ কৰি আতাপুৰুষগৰাকীক এই কাৰ্য্যৰপৰা বাৰণ কৰিব নোৱাৰিলে। তেওঁক বিবাহ কৰাই দিলে। কিন্তু এই কাৰ্য্যয়ো আতাগৰাকীক গাৰ্হস্থ্য ধৰ্মলৈ আনিব নোৱাৰিলে। এই কথাত ককায়েক-নবৌয়েক বিতুষ্ট হৈ পৰাত তেওঁ ঘৰ এৰি জয়ভাৰতী নামৰ এজন লোকৰ ঘৰত থাকিবলৈ লয়। এই জয়ভাৰতীৰ লগতে আতাগৰাকীয়ে শাস্ত্ৰ অধ্যয়ন কৰিবলৈ ধৰিলে। শাস্ত্ৰ অধ্যয়নে তেওঁক ভক্তি ধৰ্মৰ প্ৰতি আকৃষ্ট কৰিলে। জয়ভাৰতীৰ ঘৰৰপৰা ওলাই আহি অ'ত ত'ত কিছুদিন থাকি হৰি নামেৰে এজন ব্ৰাহ্মণৰ পুখুৰীৰ পাৰতে বহা এটি সাজি তাতে নাম-কীৰ্ত্তন কৰি থাকিবলৈ ধৰিলে।

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ 'ভক্তি ৰত্নাৱলী' পুথিখন এজনৰপৰা আনি হৰিপুখুৰীৰ পাৰৰ বহাতে তেওঁ পুথিখনৰ প্ৰতিলিপি কৰিবলৈ আৰম্ভ কৰিছিল। এনেতে এদিন ভাটৌকুচিৰ কেশৱচৰণ আতা আহি পদ্ম আতাৰ ওচৰত ওলালহি। ভাটৌকুচীয়া আতাই ৰত্নাৱলী পুথিৰ প্ৰতিলিপি চাই ক'লে, "মোৰ হাতত শুদ্ধ নকল আছে।" তেতিয়াৰপৰাই দুয়োগৰাকী আতাৰ বন্ধুত্ব গঢ়ি উঠিল। উল্লেখযোগ্য যে ভাটৌকুচীয়া আতাৰ সান্নিধ্যই পদ্ম আতাৰ জীৱনৰ গতি সলনি কৰি দিলে।

মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ সেই সময়ত কোচবিহাৰৰ মধুপুৰ সত্ৰত আছিল। পাৰ্থিৱ সমস্ত অবস্তু জ্ঞান কৰি সৎগুৰু বিচাৰি ভাটোকুচীয়া কেশৱচৰণ আতা, মনুৰ পো-জয়হৰি, ভাগিনীয়েক জগন্নাথচৰণ, যদুমণি, বলভদ্ৰ আতৈ আৰু লো গুটি দামোদৰৰ লগত আতাগৰাকী ভটিয়াই গৈ কোচবিহাৰৰ মধুপুৰ সত্ৰত শ্ৰীশ্ৰীমাধৱদেৱক দেখা কৰি প্ৰহ্লাদে ভগৱানক 'তোমাৰ অকাম নৃত্য আমি' বুলি কোৱাৰ দৰে ক'লে, 'আমাৰ কোনো নাই'। অৰ্থাৎ সংসাৰী সুখৰ মোহ থাকিলে ভক্তিৰ অধিকাৰী হ'ব নোৱাৰে। মধুপুৰ সত্ৰত মাধৱদেৱৰপৰা একেৰাহে সাতদিন ('কথা গুৰুচৰিত' ৰ মতে চাৰিদিন, বেজবৰুৱাৰ মতে সাতদিন) ধৰ্মতত্ত্বৰ শিক্ষা গ্ৰহণ কৰে। সাতদিনটোৱেই শুদ্ধ যেন লাগে এই কাৰণেই যে ভেলা মধুপুৰ সত্ৰত মাত্ৰ এদিন থাকি সমস্ত ধৰ্মতত্ত্ব আয়ত্ত কৰা বাবে ভক্তসকলে তেওঁক 'সাদিনীয়া বাপুঘৰ' নামেৰেও নামাঙ্কিত কৰিছিল। তেওঁৰ আন এটা নাম আছিল কমলাকান্ত। এই দুটা নামেৰে সৈতে আতাগৰাকীৰ নাম বাৰটা হয়গৈ— পদ্ম, গোবিন্দ, ৰূপধৰ, লৱৰ নাতি, গোসাঁই, হৰিৰ পো, মাণিক, আমুকাই, উজনীয়া বাপুঘৰ, সাদিনীয়া বাপুঘৰ, কমলাকান্ত আৰু বদুলা আতা। মাধৱপুৰুষে পদ্ম আতাক 'উজনীয়া বাপুঘৰ' বুলি মাতিছিল। পিছত ভেলাৰ সকলোৱেই আতাক 'উজনীয়া বাপুঘৰ' বুলি সম্বোধন কৰিবলৈ ল'লে।

মাত্ৰ সাতদিনৰ ভিতৰতে সকলো তত্ত্ব কৈ শেষ কৰিব নোৱাৰাৰ বাবে আৰু বিশেষকৈ মাধৱপুৰুষ গুৰুজনাৰ অন্তিম সময়ৰ আগজাননী অহাত গুৰুজনাই পদ্ম আতাৰ আৰু চমৰীয়াৰ বৰবিষ্ণু আতা, ভৱানীপুৰীয়া গোপাল আতা আৰু বৰপেটা সত্ৰৰ মথুৰাদাস বুঢ়া আতাৰ পৰাও ধৰ্মবস্তু গ্ৰহণ কৰিবলৈ উপদেশ দিলে। গুৰুজনাই ক'লে, "বাপু, লৱৰ নাতি, তুমি উজানৰ প্ৰতি যাব লাগে, তাত ধৰ্মপ্ৰচাৰ কৰিবলৈ। পূৰ্বে শ্ৰীশংকৰ গুৰুৱে মোক উজানলৈ আজ্ঞা কৰিছিল। সখি নাৰায়ণ দাসে প্ৰাৰ্থনা কৰি মোক ৰাখিলে। সেই আজ্ঞা পালি এতিয়া মোৰ গাৰ-বদলস্বৰূপ হৈ ধৰ্ম প্ৰকাশ কৰিবলৈ উজানলৈ যোৱা।" মাধৱদেৱে পদ্ম আতাৰ দেউতাকক ল'ৰালি কালতে নাৰায়ণপুৰত লগ পাইছিল। তেওঁৰে পুত্ৰ পদ্ম আতাৰ ধৰ্মনিষ্ঠা আৰু ভগৱত ভক্তি দেখি মাধৱপুৰুষ বৰ আনন্দিত। পদ্ম আতাই প্ৰাৰ্থনা কৰি জনালে, "বাপ, আপোনাৰ পাশত থাকি আপোনাৰ চৰণ সেৱা কৰি থাকিবলৈ আশা কৰিহে আহিছিলোঁ। আকৌ উভতি সেই দেশলৈ যাবলৈ মোৰ ইচ্ছা নাই। আসাম ৰজাৰ কাৰ্য সকলো বিষম। মই কেনেকৈ তাত বৰ্তিম। জানা আমুকাই, সোণকোহৰপৰা কৰতীয়া গঙ্গা (কৰতোৱা নদী) এই দুই সীমাৰ ভিতৰৰ দেশ মোৰ, সোণকোহৰপৰা বৰনদীলৈকে এইভোৰৰ

মথুৰাদাসৰ, আৰু বৰুনদীৰপৰা ব্ৰহ্মকুণ্ডলৈকে এইডোখৰ তোমাক দিলো। চাৰিখনি শাস্ত্ৰ তোমাৰ লগত দিলো। দশম, কীৰ্ত্তন শাস্ত্ৰত শঙ্কৰ গুৰুক দেখিবা; ঘোষা, ৰত্নাৱলী শাস্ত্ৰত আমাক দেখিবা। তোমাক শক্তি, ভক্তি, বলবীৰ্য, পৰাক্ৰম সকলো সমৰ্পণ কৰিলো। তুমি যোৱা, তোমাৰ লগত পিতাপুত্ৰ চলি গ'লো।" মাধৱদেৱে হৰিবল্লভক মাতি ক'লে, "শুনা হৰিবল্লভ, তুমি তাল মালা আনা, নামমালিকা শাস্ত্ৰখন উলিয়াই আনা।" হৰিবল্লভে সেই বস্তু অনাই দিলত মাধৱদেৱে বদুলা আতাক ক'লে, "এই মালা শ্ৰীশঙ্কৰ গুৰুজনে সেৱা কৰা মালা, মোক দিছিল। ইমান দিন মই সেৱা কৰি আছিলো; এতিয়া তোমাক দিলো। তুমি সেৱা কৰি থাকিবা তুমি মোৰ সেৱকসকলৰ ভিতৰত আতমোচা নুমলীয়া। নামমালিকা শাস্ত্ৰখনো তেনেকৈ মোৰ আতমোচা নুমলীয়া। নামমালিকা গ্ৰন্থ ৰচনা কৰিয়েই কাপ-কাঠি এৰিছো। শেষত সেৱক শ্ৰেষ্ঠ তোমাক পালো। তোমাতে সীমা। পূৰ্বে দুবাৰ এই শাস্ত্ৰ উজানলৈ পঠিয়ালো। দুইবাৰ পানীত নষ্ট হ'ল। এইবাৰ এই শাস্ত্ৰ তোমাৰ হস্তে প্ৰচাৰ হ'ব। এই শাস্ত্ৰ বিষ্ণু যদুমণি আৰু গাভৰু খাঁক দিবা, তেওঁলোকে লেখি ল'লে আহিঁখন তোমাৰ লগত ৰাখিবা।" (শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ —বেজবৰুৱা)।

এইদৰে মাধৱদেৱে বদুলা আতাক বিদায় দিয়ে আৰু আতাপুৰুষগৰাকীয়েও মাধৱদেৱৰ চৰণত সলোতক নয়নেৰে সেৱা কৰি বিদায় লয়।

মহাপুৰুষ মাধৱদেৱৰ পৰামৰ্শমতেই পদ্ম আতাই মথুৰাদাস বুঢ়া আতা, বৰ বিষ্ণু আতা আৰু গোপাল আতাৰপৰা তত্ত্বৱস্তু গ্ৰহণ কৰি উলটি আহি দক্ষিণ পাৰৰ দেৰগাঁৱৰ টেঙানীত থাকেহি। বৰনাৰায়ণপুৰৰপৰা ভালেকেইগৰাকী বিশিষ্ট ব্যক্তি গৈ তাৰপৰা আতাগৰাকীক নাৰায়ণপুৰলৈ লৈ আহে। সক্ৰাহী ৰবঘাটত নাও লাগোঁতেই আতাপুৰুষজনাই ক'লে যে তেওঁ ধৰ্ম, গুৰু গ্ৰহণ কৰি আহিছে যেতিয়া নিজ গৃহস্থ ঘৰত থাকিব নোৱাৰে। তেতিয়া সক মুকুণ্ডই (এওঁ পিঠিকটা মুকুণ্ড নামেৰেহে পৰিচিত) তেওঁৰ নিজৰ কুলনি বাৰীখনতেই তিনিটা ঘৰ নিৰ্মাণ কৰাই দিয়ে। পিছত ১৫৫৫ শকত এই কুলনি বাৰীতেই শ্ৰীশ্ৰী কুলনি থান স্থাপন কৰিলে। বৰ্ত্তমানে মহা বলবন্ত থান হিচাপে পৰিগণিত এই কুলনি থানতে আতাপুৰুষজনে তিনিবছৰ থাকে।

আতাগৰাকীৰ গুৰুজনাৰ আৰ্হিৰে এখন সুন্দৰ সত্ৰ নিৰ্মাণ কৰিবলৈ বৰ মন আছিল। কুলনি থানত থাকোঁতেই সেয়েহে আতাই এখন সৰ্বাঙ্গসুন্দৰ সত্ৰ স্থাপনৰ পৰিকল্পনা কৰে। 'কবগুৰু' বুলি পৰিচিত জনৈক ব্ৰাহ্মণে বাৰপূজা মাটি সত্ৰ স্থাপনৰ বাবে দিব খুজিলে। কিন্তু ব্ৰাহ্মণৰ দান পুনৰাই গ্ৰহণ কৰিব নাপায় বুলি বৰ গুৰুজনাক এটোলা সোণ দি আতাই মাটিখিনি কিনি লৈ এই 'কিনা'

ভেটিতেই ১৫৫৮ শকত শ্রীশ্রীবদুলা সত্ৰ স্থাপন কৰে। এই সত্ৰত আতাগৰাকী সাতবছৰ ছমাহ থাকে।

কিন্তু দফলাৰ উপদ্ৰৱত এই সত্ৰত তিষ্ঠিব নোৱাৰি আতাগৰাকীয়ে হৰিপুখুৰী, দেবেৰাপাৰ (বুৰঞ্জীবিদ ওৱেদ চাহাবৰ মতে দেবেৰাপাৰ বাংফাং ৰাজ্যৰ অন্তৰ্ভুক্ত), হমৰা, ৰঘুগুৰি আদি ঠাইত থাকি ধৰ্মপ্ৰচাৰ কৰে। ইতিমধ্যে শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষৰ প্ৰয়াণ ঘটে। এই দুঃখজনক বাতৰিটো পাই আতাগৰাকীয়ে ভাটোকুচীয়া কেশৱচৰণ আতাৰ সৈতে দুদিনীয়াকৈ নাম-কীৰ্ত্তন পাতি গুৰুজনাৰ তিথি পালন কৰে। ইয়াৰ কিছুদিনৰ পিছতে আতাগৰাকী পুনৰ ভটিয়াই গৈ জনীয়া সত্ৰৰ ঠাকুৰ নাৰায়ণ আতাৰ লগত সাতদিন আৰু ভৱানীপুৰীয়া গোপাল আতাৰ লগত সাত দিন থাকি বৰপেটা সত্ৰলৈ যায়। বৰপেটা সত্ৰৰ মথুৰাদাস বুঢ়া আতাৰ লগত দুবছৰ থাকি পাটবাউসী, সুন্দৰীদিয়া আদি বিভিন্ন সত্ৰ ঘূৰি আহি মাজুলী পায়হি।

শিষ্য-প্ৰশিষ্যসকলৰ অনুৰোধত বৃদ্ধ বয়সত পদ্ম আতাই প্ৰথমে মুদৈ ভেটিত আৰু পিছত পুৰুষোত্তম বৰুৱাৰ কমলা-টেঙাৰ বাৰীখনতেই ১৫৯৫ শকত শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। আতাগৰাকীয়ে এই সত্ৰত ২ বছৰ ৬ মাহ থকাৰ পাছত পৰৱৰ্ত্তী ধৰ্মাচাৰ্যৰ ভাৰ শ্ৰীৰাম আতাৰ ওপৰত অৰ্পণ কৰি ১৫৯৮ শকত ১৩০ বছৰ বয়সত মহাপ্ৰয়াণ লাভ কৰে।

পাৰ্থিৱ ধন-সম্পদৰ প্ৰতি সম্পূৰ্ণ অনাসক্ত বদুলা পদ্ম আতাই ৰাজ অনুগ্ৰহো প্ৰত্যাখ্যান কৰিছিল। আতাগৰাকী লক্ষ্মীনাথ বেজবৰুৱাৰ বংশৰ আদিপুৰুষ পুৰুষোত্তম বৰুৱাৰ ঘৰত থকাৰ সময়ত আহোম স্বৰ্গদেউ খোৰা ৰজাই আতাক ৰজাৰ কাষলৈ মতাইছিল আৰু তেওঁক নিবৰ বাবে দোলা পঠিয়াই দিব খুজিছিল। কিন্তু আতাপুৰুষগৰাকীয়ে ঘিলা খুউৱা নৌকাৰে গৈহে ৰজাক দেখা কৰিলেগৈ। ৰজাই দিব খোজা ধন-সম্পত্তি প্ৰত্যাখ্যান কৰি কেৱল মাত্ৰ হৰি নাম-কীৰ্ত্তনৰহে অনুমতি বিচাৰিছিল। নিকা সংহতি থুলৰ প্ৰৱৰ্ত্তক বদুলা আতাৰ এইটো চৰম উদাসীনতাৰ পৰিচয়।

মাধৱপুৰুষৰ ওচৰৰপৰা অহাৰ পাছত শাস্ত্ৰসমূহ আৰু ভক্তবৃন্দৰ লগত ১৫১৮ শকৰ ৪ ব'হাগত উজনি অসমলৈ যাত্ৰা কৰি নাৰায়ণপুৰত প্ৰথমে শ্ৰীশ্ৰীফুলনি থান আৰু শ্ৰীশ্ৰীবদুলা সত্ৰৰপৰা আৰম্ভ কৰি মাজুলীৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈকে মুঠ ছঅঁখা (চৌবিশখন) সত্ৰ বদুলা আতাই স্থাপন কৰি ছঅঁখা বৈকুণ্ঠৰ সৃষ্টি কৰিলে।

এই সত্ৰসমূহ হৈছেঃ

শ্ৰীশ্ৰী ফুলনি থান—সত্যবিলাস বৈকুণ্ঠ

সত্ৰাহী জন্মস্থান—ব্ৰহ্মবিলাস বৈকুণ্ঠ
বদুলা সত্ৰ—নাম পঙ্কজ বৈকুণ্ঠ
কলানী ভেটি—অম্বৰবিলাস বৈকুণ্ঠ
শ্ৰীশ্ৰীহমৰা থান—কনকচন্দ্ৰ বিলাস বৈকুণ্ঠ
হৰিপুখুৰী—শান্তনুবিলাস বৈকুণ্ঠ
পচন্তিয়া ভেটি—ঈশাবিলাস বৈকুণ্ঠ
মকালগুৰি থান—পদ্মবিলাস বৈকুণ্ঠ
ৰঘুগুৰি ভেটি—মুকুটবিলাস বৈকুণ্ঠ
কেচেৰু তল—নীলবিলাস বৈকুণ্ঠ
কৰ্দৈগুৰি ভেটি—চিত্ৰকুট বিলাস বৈকুণ্ঠ
দেবেৰাপাৰ ভেটি—নামধ্বজবিলাস বৈকুণ্ঠ
চেচুকা ভেটি—নিৰাকাৰবিলাস বৈকুণ্ঠ
হাতীশাল ভেটি—বস্ত্ৰবিলাস বৈকুণ্ঠ
সাধুৰ ভেটি—নিৰ্গুণবিলাস বৈকুণ্ঠ
চুখানি বাসুদেৱৰ ভেটি—প্ৰেয়সবিলাস বৈকুণ্ঠ
কৰুণাময় ভেটি—মৰকতবিলাস বৈকুণ্ঠ
চকলা ভেটি—চন্দ্ৰবিলাস বৈকুণ্ঠ
বালিনাৰায়ণ ভেটি—শ্বেতবিলাস বৈকুণ্ঠ
পোতোকাখোৱা ভেটি—পুষ্পবিলাস বৈকুণ্ঠ
ধলপুৰ ভেটি—নিত্যানন্দবিলাস বৈকুণ্ঠ
মুদৰী ভেটি—ৰঞ্জনবিলাস বৈকুণ্ঠ
বিলাহি ভেটি—চিদানন্দবিলাস বৈকুণ্ঠ
কমলাবাৰী সত্ৰ— নামপূৰ্ণ বৈকুণ্ঠ

পিছত কমলাবাৰী সত্ৰ বাঢ়ি গৈ উত্তৰ কমলাবাৰী সত্ৰ, নতুন কমলাবাৰী সত্ৰ, মধ্য মাজুলী কমলাবাৰী সত্ৰ আদি কেবাখনো সত্ৰত বিভক্ত হয়। মূল কমলাবাৰী সত্ৰখনৰ মাজেদিয়েই ব্ৰহ্মপুত্ৰৰ এটা সুঁতি সোমাই যোৱাত সত্ৰখন যোৰহাট জিলাৰ মহিমালৈ স্থানান্তৰ কৰা হয়।

মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ আছিল চিৰকুমাৰ, অন্যহাতে মহাপুৰুষ শ্ৰীশংকৰদেৱ আছিল গৃহস্থী। শংকৰদেৱৰ মতে গৃহস্থী ধৰ্ম পালন কৰিও ভক্তিমাৰ্গত মানুহ ধাবমান হ'ব পাৰে। মাধৱপুৰুষ চিৰকুমাৰ হ'লেও তেওঁৰ প্ৰায়বিনি শিষ্যই আছিল বিষয়ী। অৱশ্যে দৈত্যাৰি ঠাকুৰৰ চৰিতপুথিমতে মহাপ্ৰয়াণৰ আগে আগে মহাপুৰুষ মাধৱদেৱে তেওঁৰ চিৰকুমাৰ আদৰ্শ গ্ৰহণ

নকৰিবলৈ ভক্তসকলক কৈছিল। কিন্তু তেওঁৰ মৃত্যুৰ পাছত বহুতো ভক্ত চিৰকুমাৰ হৈ থাকিবলৈ ল'লে আৰু অসমৰ সত্ৰসমূহ উদাসীন আৰু বিষয়ী—এই দুভাগত বিভক্ত হ'ল। উদাসীন সত্ৰবিলাকত ভক্তসকল চিৰকুমাৰ হৈ থকাটো বাধ্যবাধক কৰা হ'ল। অন্যহাতে মাধৱপুৰুষে মহাপ্ৰয়াণৰ আগে আগে কোনো এজনকে তেওঁৰ উত্তৰাধিকাৰী হিচাপে মনোনীত কৰি যাব নোৱাৰাৰ বাবে বৈষ্ণৱপন্থীসকল বিভক্ত হ'ল। ভাগৱতী বৈষ্ণৱ ধৰ্মৰ চাৰি মূল উপাদান— নাম, দেৱ, গুৰু আৰু ভকত—ইয়াৰ যিকোনো এটাত ভিত্তি কৰি ভক্তসকলৰ মাজত চাৰি সংহতিৰ সৃষ্টি হয়। শংকৰদেৱৰ নাতিকেইজনে 'নাম' ৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰি 'পুৰুষসংহতি'ত ভাগ লয়। মহাপুৰুষ বুলিলে সাধাৰণতে শংকৰদেৱকে বুজায় কাৰণেই সম্ভৱতঃ এই নাম। 'ভকত' উপাদানৰ ওপৰত গুৰুত্ব আৰোপ কৰাসকলে গোপাল আতাৰ নেতৃত্বত ধৰ্মগুৰুক প্ৰাধান্য দি 'কালসংহতি'ত বিভক্ত হয়। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ মহাপ্ৰয়াণৰ পাছত মাধৱদেৱে উত্তৰাধিকাৰী ধৰ্মাধিকাৰ হিচাপে কাৰ্যভাৰ লোৱাৰ সময়তে দামোদৰদেৱ আৰু হৰিদেৱে মূল স্মৃতিৰপৰা কিছু আঁতৰি ভাগৱতী বৈষ্ণৱ ধৰ্মৰ লগত সম্পৰ্ক ৰাখিয়েই ব্ৰাহ্মণ্য নীতি-নিয়ম ৰক্ষা কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰে। পিছলৈ এওঁলোক 'ব্ৰহ্মসংহতি'ৰ ভক্ত হিচাপে পৰিচিত হয়। মথুৰাদাস বুঢ়া আতা আৰু বদুলা পদ্ম আতাৰ নেতৃত্বত মাধৱদেৱৰ ধৰ্মবাণী সুন্দৰকৈ ৰক্ষা কৰাৰ চেষ্টাত এচাম ভক্ত 'নিকা সংহতি'ত বিভক্ত হয়। অসমত বৰ্তমানে প্ৰায় ডেৰশ নিকাসংহতিৰ সত্ৰ আছে।

প্ৰায় ছকুৰি আঠ বছৰ বয়সত মাজুলীৰ কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰি সত্ৰীয়া নৃত্য-গীতৰ উৎকৰ্ষ সাধনেৰে আতাপুৰুষগৰাকীয়ে কমলাবাৰীয়া সঙ্গীত-নৃত্যক এক বিশেষ স্থানলৈ উত্তৰণ ঘটালে। ২০০০ চনত ভাৰতীয় সঙ্গীত নাটক অকাডেমীয়ে সত্ৰীয়া নৃত্যক শাস্ত্ৰীয় নৃত্যৰ স্বীকৃতি প্ৰদান কৰাত এই কমলাবাৰী সত্ৰৰে অৱদান সৰ্বাধিক। কাৰণ এই সত্ৰত সত্ৰীয়া নৃত্যৰ এক বিশেষ স্থান আছে আৰু সত্ৰীয়া কৃষ্টিক এই সত্ৰই জগতমুখী কৰি তুলিবলৈও কিছু পৰিমাণে হ'লেও সমৰ্থ হৈছে।

এদিন সৎগুৰুৰ সন্ধানত বদুলা আতা কোচবিহাৰৰ ভেলা মধুপুৰ সত্ৰলৈ গৈ মাধৱপুৰুষক সাক্ষাৎ কৰিছিল আৰু তেওঁক সৎগুৰু হিচাপে লৈ ধৰ্মবস্তু গ্ৰহণ কৰিছিল। মহাভক্ত সাধু তুলসীদাসে কৈছে যে এডাৰৰ ভিতৰত অগ্নি প্ৰৱেশ কৰিলে যেনেকৈ সি উজ্জ্বল হৈ উঠে তেনেকৈ সৎ গুৰুৰ ভক্ত হ'লেও মানুহে ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰে :

'সদাগুৰু পাওৱে ভেদ বাতাওৱে জ্ঞান কৰে উপদেশ,
তব কয়লাকি ময়লা ছুটে যাব আগে কৰে পৰবেশ।'

সৎগুৰু অবিহনে কোনেও তত্বজ্ঞান লাভ কৰিব নোৱাৰে। এটা সময়ত মাধৱপুৰুষক সৎগুৰু মানি সেৱা কৰা বদুলা আতা পিছৰ জীৱনত শত সহস্ৰ ভক্তৰ বাবে হৈ পৰিল সৎগুৰু। সেয়েহে শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ পাছতেই অসমত শ্ৰীবদুলা পদ্ম আতাই বৈষ্ণৱ গুৰুৰ স্থান অধিকাৰ কৰি আহিছে। বৰপেটা সত্ৰৰ কীৰ্ত্তন ঘৰৰ পুব-মুধৰ এটা খোটালি বা পুলি এৰি তিনিখন গুৰুআসন পতা আছে। শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীমাধৱদেৱ আৰু শ্ৰীবদুলা পদ্ম আতাৰ নামত এই আসনকেইখন পতা আছে। বৰপেটাৰ সুন্দৰীদিয়া সত্ৰতো শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ আৰু শ্ৰীবদুলা পদ্ম আতাৰ নামত তিনিখন গুৰুৰ আসন স্থাপন কৰা আছে। মহাপুৰুষীয়া কলা-কৃষ্টি-সংস্কৃতিৰ ধাৰক, অতুলনীয় মহানুভৱতা, বিশাল উদাৰতা, সু-সজ্জিত ৰুচি আৰু জ্ঞানলিপ্সাৰ প্ৰতিমূৰ্ত্তিস্বৰূপ শ্ৰীশ্ৰীবদুলা পদ্ম আতাৰ আদৰ্শই বৈষ্ণৱপ্ৰাণ ৰাইজক যুগ যুগ ধৰি ধৰ্মীয় প্ৰেৰণা যোগাই আহিছে। বৈষ্ণৱ বিদ্বৎ সমাজে শ্ৰীশ্ৰীবদুলা পদ্ম আতাৰ ব্যক্তিত্ব আৰু সাধনা সম্পৰ্কে ওপৰত গৱেষণামূলক অধ্যয়ন কৰি আতাগৰাকীৰ কৰ্মৰাজিক সুন্দৰভাৱে প্ৰতিষ্ঠা কৰাৰো বৰ প্ৰয়োজন হৈছে। আতাগৰাকীৰ বিষয়ে লক্ষ্মীনাথ বেজবৰুৱাই 'শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ' গ্ৰন্থত সুন্দৰভাৱে আলোকপাত কৰিছে। তাৰো আগতে বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱাই 'বৰ চৰিত'ত পদ্ম আতাৰ জীৱন আৰু কৰ্মৰাজিৰ সুন্দৰ বৰ্ণনা আগবঢ়াইছে। উপেন চন্দ্ৰ লেখাৰু সম্পাদিত 'কথাগুৰু চৰিত'ৰ শতাধিক পৃষ্ঠাত আতাপুৰুষজনাৰ বিস্তৃত কৰ্মৰাজিৰ বৰ্ণনা কৰা হৈছে। শ্ৰীশ্ৰীবদুলা সত্ৰৰ শ্ৰীঠগীৰাম বুঢ়াভকতে কিছুবছৰৰ আগতে আতাগৰাকীৰ এখন সংক্ষিপ্ত জীৱনী প্ৰকাশ কৰি উলিয়াইছে। বদুলা সত্ৰৰপৰা বহুবছৰ আগতে 'বদুলা আতাৰ চৰিত' নামৰ এখনি গ্ৰন্থও প্ৰকাশ পাইছিল। কমলাবাৰী সত্ৰাধিকাৰৰ দ্বাৰা সম্পাদিত 'পদ্ম আতাৰ চৰিত'-এ আতাগৰাকীৰ বিস্তৃত জীৱনযাত্ৰা সামৰি লৈছে। শ্ৰীকমলা বৰাৰ দ্বাৰা সম্পাদিত স্মৃতিগ্ৰন্থ 'উজনীয়া বাপুৰৰ', শ্ৰীচন্দ্ৰ হাজৰিকাৰ দ্বাৰা সম্পাদিত 'পদ্ম পুষ্প', শ্ৰীকৃষ্ণকান্ত শইকীয়াৰ দ্বাৰা সম্পাদিত 'পদ্ম পৰাগ' আদি বিভিন্ন লেখকৰ লেখাত আতাগৰাকীৰ জীৱনজোৰা সাধনা পৰিস্ফুট হৈছে। অৱসৰপ্ৰাপ্ত বিদ্যালয় উপ-পৰিদৰ্শক, অশীতিস্পৰ্শী পণ্ডিত শ্ৰীপদ্ম বৰাৰ শেহতীয়াকৈ প্ৰকাশ পোৱা 'শ্ৰীশ্ৰীবদুলা পদ্ম আতাৰ জীৱন চৰিত' গ্ৰন্থখন সৰ্বাঙ্গসুন্দৰ হৈছে।



# তোৰোচা নৈৰ পৰা টুনী নৈ লৈ

(ভক্তিধাৰাক উজাই বোওৱা বদলা পদ্ম আতালৈ ভক্তিৰ শৰাই)

ড° অঞ্জনা চলিহা

তোৰোচাৰপৰা টুনীলৈ, মধুপুৰৰপৰা মাজুলীলৈ, নামনিৰপৰা উজনিলৈ, এদিন ভক্তিৰ অমিয়া ধাৰাক ওলোটাই বোৱাব লগা হৈছিল সোঁতৰ বিপৰীতে, অশেষ যতনেৰে। বেলগুৰি-ধুৱাঁহাটত দুজনা গুৰুৰ মিলনে হৰিনামৰ ধ্বজা উৰুৱাইছিল এদিন উজনিতে। কিন্তু, অসম ৰজাৰ বিষম বিচাৰত হৰি জোঁৱাইক হেৰুওৱাৰ পিছতে গুৰুজনাই মহাবিৰক্তিৰে এই উজনি ৰাজ্য এৰি গ'লগৈ। কামৰূপত ভক্তিধৰ্ম প্ৰবৰ্ত্তাই শেষত বেহাৰ পালেগৈ। উজনিলৈ আৰু প্ৰত্যাবৰ্ত্তন নকৰাকৈয়ে, পবিত্ৰ তোৰোচাৰ পাৰত দুজনা গুৰুৰে নৰনাট সামৰিছিল।

অসম ৰজাৰ ৰাজধানীৰ পৰা উলটি যাওঁতে বাটতে দিহাৰ পাৰত এৰাতি থাকি বস্তিগছ জ্বলাই টেকীয়াৰে ভাত খাই যি চিন থৈ গ'ল, উজনিত তাতকৈ আৰু বিশেষ একো নাছিল।

উজনিক ভক্তিধৰ্মৰপৰা বঞ্চিত কৰি, অন্ধকাৰ পাপসাগৰত ডুব গৈ থকা উজনিয়াল প্ৰজাৰ প্ৰতি দয়ালু গুৰুজনে যথেষ্ট খেদ কৰিব লগা হৈছিল। এবাৰ পাটবাউসীত থাকোঁতে উজনিৰ ভূঞা ঘূদৈ কেইজনমানে গৈ গুৰুজনক কৈছিল, "বাপ, আপুনি ধুৱাঁহাটৰপৰা আমাক এৰি অহাৰপৰা আমি অনাথ হ'লোঁইক।

তাত আৰু ভক্তিধৰ্ম বৃদ্ধি নহ'ল। বাপ, আমি অনেক প্ৰয়াস কৰি আপোনাৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ আহিলোঁ যেন আপুনি এজন বিশিষ্ট ভক্তক আমাৰ লগত উজনিলৈ পঠাই দি তাত ভক্তিধৰ্ম বৃদ্ধি কৰে।" এই প্ৰসংগতে গুৰুজনক কৈছিল যে ধুবাঁহাট একশৰণ নামধৰ্মৰ এৰাবাৰী হ'ল, এতিয়া তাত নানা স্লেচাচাৰ, তান্ত্ৰিক বৌদ্ধাচাৰ আদি আৰম্ভ হ'বলৈ ধৰিছে। গুৰুজনে চিন্তা কৰি কৈছিল,

"তাত ভকত গৈ কোনে থাকৰিব? নাইবা ময়া পো, নাইবা আমি, এজন গ'লেহে তন্তিবই পাৰি।"—এনে এক ভয়ানক ঠাই হৈ পৰিছিল তেতিয়াৰ উজনি অসম।

গুৰুজনে মাধৱগুৰুকে পাচিছিল। মাধৱদেৱেও "তোম্ৰাৰ বাক্য হ'লে পাৰি" বুলি উজনিলৈ আহিবলৈ সম্মতি জনাইছিল। কিন্তু তেনেতে মাধৱদেৱৰ সখিয়েক নাৰায়ণ দাস ঠাকুৰ আহি, সম্ভৱতঃ বন্ধুৰ বিচ্ছেদ সহিবলৈ টান পায়েই বাধা দিলেহি। বাক্চতুৰ ঠাকুৰ আতাই গুৰুজনক কয়, বোলে উজনিত ধৰ্ম প্ৰচাৰ হ'ব, কিন্তু সিঠাইতেহে লোপ পাব। কিয়নো, মাধৱদেৱে নানা কথা সোধে আৰু গুৰুজনে মাধৱদেৱৰ মুখলৈ চাই কীৰ্ত্তন কৰে, সকলোৱে শুনে। এতিয়া মাধৱদেৱ গ'লৈগে গুৰুক কথানো সুধিব কোনে আৰু গুৰুজনেওনো কাৰ মুখলৈ চাই উত্তৰ দিব? এনেধৰণৰ কথা কৈ ঠাকুৰ আতাই সখিয়েকক গুৰুৰ লগতে ৰখাৰ উদ্দেশ্য পূৰণ কৰিলে। উজনি অসম মাধৱদেৱৰ শিক্ষা-দীক্ষা তথা স্পৰ্শৰ পৰা বঞ্চিত হ'ল। ইফালেবা ঠাকুৰ আতাই ভবাৰ দৰে কিজানিবা মাধৱদেৱৰ অনুপস্থিতিত শংকৰ গুৰুৱেও কাপ-কাঠি সামৰিলেহেঁতেন, তাৰ নো কি ঠিক?

নাৰায়ণ দাসে কৈছিল, "যাৰ দ্বাৰাই যি সময়ত, উজনিৰ ধৰ্ম প্ৰকাশ হ'ব লাগে, সি অৱশ্যে হ'ব, তাত সন্দেহ নাই"। উজনিত ধৰ্ম প্ৰকাশ কৰা সেই বিশেষজনেই আছিল কমলাবাৰী সত্ৰৰ প্ৰতিষ্ঠাতা পদ্ম আতা/বদলা আতা। ইয়াৰ আগতে অৱশ্যে বংশীগোপালদেৱক নামাচাৰ্য পাতি উজনিলৈ পঠাইছিল, কিন্তু সেয়া যথেষ্ট নাছিল। গুৰুজনৰ তিৰোভাৱৰ পিছত মাধৱদেৱেও মৰণত শৰণ দি এবাৰ উজনিলৈ আহিবলৈ কেশৱচৰণ (ভাটোকুচি) আতাক নাও, মানুহ বিচাৰি পঠাইছিল, সুবিধা নহ'লগৈ।

মাধৱদেৱৰ জন্মস্থান নাৰায়ণপুৰৰ লৰ চোমদাৰৰ নাতিয়েক পদ্ম আতা বিভিন্ন কাৰণত বিভিন্ন নামেৰে অভিহিত হৈছিল যেনে— লৰ-নাতি (কোনো কোনো গ্ৰন্থত নৰ-নাতি) গোসাঁই, আমুকাই, গোবিন্দ, হৰিৰ গো, উজানৰ সাদিনীয়া বাপুৰৰ, বদলা বা বদুলা আতা। তেওঁৰ পিতৃ ভিতা চোমদাৰ আৰু মাতৃ সত্যা।

ল'ৰালিৰপৰাই পদ্ম আতাৰ মন, চিত্ত আছিল কৃষ্ণার্পিত। লাহে লাহে হৰিত আসক্তি বাঢ়ি তেওঁৰ বিষয়ত বিৰক্তি জন্মিছিল। ককায়েক শংকৰদাসে নানা যত্ন কৰি, বিয়া কৰাই দিও তেওঁক গৃহস্থী ধৰ্ম ধৰাব নোৱাৰিলে। মহাপুৰুষ মাধৱদেৱৰ জোৰোণ পিন্ধাই ত্যাগ কৰা কন্যাগৰাকীৰ দৰেই পদ্ম আতাৰ বিবাহিতাগৰাকীৰো মহাপুৰুষৰ সহধৰ্মিনী হোৱাৰ ভাগ্যই নাটিছিল।

ভায়েকৰ উদাসীনতা সহ্য কৰিব নোৱাৰি ককায়েকে আতাক ভাল ব্যৱহাৰ নকৰিছিল। সেয়ে আতাই পৈতৃক ভেটি এৰি জয়ভাৰতী নামৰ ব্ৰাহ্মণ এজনৰ লগত আছিলগৈ। এদিন এঘৰে জয়ভাৰতীক হৰিকীৰ্ত্তনলৈ নিমন্ত্ৰণ কৰিছিল; অলপ পিছতে আন এঘৰে পুখুৰী উচৰ্গালৈ নিমন্ত্ৰণ কৰিছিল। ব্ৰাহ্মণে দুয়োটা নিমন্ত্ৰণ ৰক্ষা কৰা দেখি আতা আচৰিত হৈ দুয়োটা কেনেকৈ ৰাখিব সোধে। জয়ভাৰতীয়ে ক'লে যে হৰিকীৰ্ত্তনলৈ গ'লে টকা-কড়ি বিশেষ নাপায়, সেয়ে তেওঁ পিছৰটো নিমন্ত্ৰণহে গ্ৰহণ কৰিব। হৰিকীৰ্ত্তনক এনে বেপেৰুৱা দৃষ্টিৰে লোৱা কথাটোত আতাই বৰ বেজাৰ পায় আৰু তেৰাই নিজে হৰিকীৰ্ত্তনলৈ যায়। সেই হৰিকীৰ্ত্তনতে আতাই 'ৰত্নাৱলী' পুথিখন পাঠ কৰিবলৈ পাই অতিশয় আনন্দিত হয় আৰু ৰত্নাৱলী ৰচোঁতাজনক (মাধৱদেৱক) মনতে গুৰুবৰণ কৰে। আতাৰ পদ-চৰিতত আছে,

"হস্ত পখালিয়া প্ৰভু সাদৰে নমিয়া।
ৰত্নাৱলী শাস্ত্ৰখনি আছন্ত পঢ়িয়া।।
উপজিল মহাজ্ঞান পুলকিত কায়।
ঋষভৰ বচনক পঢ়ি পাইলা যায়।।
এহি প্ৰশ্ন গোসাঁই মনত কৈলা সাৰ।
যেহিজনে এহি গ্ৰন্থ কৰিছে পয়াৰ।।
সিজনক গুৰুৰূপে নিশ্চয় কৰিল।
প্ৰণাম কৰিয়া গোসাঁই শাস্ত্ৰ-সম্বৰিল।।

ইয়াৰ পিছত গোসাঁয়ে জয়ভাৰতীৰ আশ্ৰয় এৰি তেওঁৰপৰা বিদায় লৈ ভাগিনিয়েক জগন্নাথ চৰণৰ লগত হৰি বিপ্ৰৰ পুখুৰী পাৰত পঁজা সাজি থাকেগৈ। জয়ভাৰতীয়ে বিদায় দিওঁতে আতাক শাস্ত্ৰ দি পঠাইছিল। তাত আতাৰ শাস্ত্ৰচৰ্চাই অনেকজনকে আতাৰ কাষলৈ টানিছিল। তাকে দেখি জয়ভাৰতীয়ে ঈৰ্ষান্বিত হৈ চিন্তিলে যে তেওঁৰপৰা শাস্ত্ৰ নিয়ে ইজনে পণ্ডিত বোলাই মান-সংকাৰ পাইছে আৰু সেয়ে শাস্ত্ৰখন খোজাই নিয়ালে। পদ্ম আতাই বৰ বেজাৰ পালে। সেই

কথা জানি জয়ভাৰতীৰ ভাতৃ হৰিভাৰতীয়ে আতাক তেওঁৰপৰা যি লাগে পুথি আনিবলৈ কয় আৰু এইবাৰ পদ্ম আতাই 'ৰত্নাৱলী' আৰু 'ৰাজসূয়' শাস্ত্ৰ দুখন পায়।

মহাপুৰুষ মাধৱদেৱ ৰচিত এই দুখন শাস্ত্ৰই আতাৰ মন অধিকাৰ কৰিলে আৰু এদিন সপোনত শাস্ত্ৰকৰ্ত্তা গুৰুজনৰ দৰ্শনো লভিলে। এইদৰে সপোনে সচিতে মাধৱদেৱক গুৰু মানি ল'লে। ৰত্নাৱলী পুথিখন নকল কৰিবলৈ আতাই কাপ, মহী, সাঁচিপাত আদি যোগাৰ কৰি লিখিবলৈ যতনালে, মনতে সংশয়, জানোচা জয়ভাৰতীৰ দৰে হৰিভাৰতীয়েও পুথিখন ঘৰ্পকৈ খুজি নিয়েহি?

এইদৰে লিখিবলৈ আৰম্ভ কৰোঁতেই মাধৱদেৱৰ শিষ্য কেশৱচৰণ (ভাটোকুচি) আতা আহি সেইখিনি পায়হি। কেশৱচৰণে কয় যে তেওঁৰ পাত, মহী আদি ভাল হোৱা নাই আৰু নকল কৰিবলৈ লোৱা ৰত্নাৱলী গ্ৰন্থখনৰ আৰ্হিও অশুদ্ধ। পদ্ম আতাই তাকে শুনি শুদ্ধ আৰ্হিনো ক'ত পাব জানিবলৈ বিচাৰিলে আৰু আগন্তুকনো কোন, ক'ৰপৰা আহিছে তাৰ বাতৰি সোধে। কেশৱচৰণ আতাই কয়,

"যেহিজনে এহি শাস্ত্ৰ আছয় ৰচিয়া।
সিজনাৰ পাশহন্তে আছোহো আসিয়া।।"

কথা শুনি পদ্ম আতাই যেন হাততে স্বৰ্গ ঢুকি পালে। ৰত্নাৱলীৰ ৰচকজনৰ বিষয়ে ইমানদিনে তেওঁ কাৰোপৰাই একো জনা নাছিল। উল্লসিত, বিস্ময়াভিভূত আতাই কয়—

"সিজনা পুৰুষ নেকি আছে পৃথিৱীত।।
থেকায়োক মোক নিয়া সিজনাৰ পায়।
তাহান চৰণ আমি বাঞ্ছোহো সদায়।।"

কেশৱচৰণ আতাই মাধৱদেৱৰ বিতং বতৰা পদ্ম আতাক দিয়ে। গুৰুৰ চৰিত্ৰামৃত শ্ৰৱণ-কীৰ্ত্তনত দুয়োজনে সেই ৰাতি উজাগৰে পাৰ কৰে। কেশৱ আতাই গুৰুৰ বাক্য অনুসৰি পিছদিনা পুৱাই শলখ নামৰ ঠাইলৈ যায়গৈ আৰু তাৰপৰা উলটি আহি এবছৰৰ মূৰত পদ্ম আতাক মধুপুৰলৈ গুৰু সাক্ষাৎ কৰাবলৈ নিম বুলি কথা দিয়ে।

গুৰুদৰ্শনৰ অধীৰ ব্যাকুলতাৰে পদ্ম আতাই বাট চাই, যাত্ৰাৰ বাবে নাও, মানুহ আদি যোগাৰ কৰি কেশৱ আতা অহাৰ ক্ষণ গণি থাকে। ইফালে কছাৰেকৰপৰা পুনৰ উৎপীড়ন পাই এইবাৰ আন এক ঠাই 'কলনী ভেটি' পায়গৈ। সময়ত

কেশৱচৰণ আতা আহি তাতে লগ হৈ ভটিয়নি সোঁতত যাত্ৰা আৰম্ভ কৰে। লগত গঙ্গাযাত্ৰীৰ দল এটা আৰু ভাগিন জগন্নাথচৰণো আছিল। বেহাৰ পাই চৌখুটি ঘাটত নাও বান্ধে।

পদ্ম আতাক গুৰুদৰ্শন কৰোৱাৰ আগদিনাই কেশৱচৰণ আতাই জগন্নাথচৰণক লগত লৈ গুৰুৰ বাৰ্ত্তা লয়গৈ। পিছদিনা পুৱা পদ্ম আতাই পৱিত্ৰ তোৰোচা নৈত স্নান কৰি অতি শুদ্ধমনেৰে গুৰুদৰ্শনলৈ যায়। অতদিনৰ অধীৰ অপেক্ষাৰ পিছত এয়া তেওঁৰ বাঞ্ছিত ফলপ্ৰাপ্তি। মহাপুৰুষ গুৰুজনে জগন্নাথচৰণৰ মোমায়েক হৰিপৰায়ণ সাধুপুৰুষজনৰ বাতৰি ইতিমধ্যে পাইছিল। কেশৱচৰণে বাহিৰত "উজনিৰ পুৰুষ সিজন" বুলি কোৱাৰ লগে লগে মাধৱদেৱে 'মাততে বুজিছো' বুলি সশিষ্যে আঢ়ৈ ভৰি আগবাঢ়ি গ'ল। ৰূপবান, গহীন-গম্ভীৰ পদ্ম আতাক দেখা পাই অতি আনন্দিত হ'ল। সেই তাহানিতে শংকৰগুৰুৱে তেৰাক উজনিলৈ পাচোতে ঠাকুৰ আতাই কৈছিল, "উজনিত যাৰ যোগেদি ধৰ্ম প্ৰচাৰ হ'ব লাগে হ'ব"—সেই কাম কৰিব নোৱাৰি গুৰুৱে শান্তি পোৱা নাছিল। ইমানদিনৰ মূৰত 'উজনিৰ পুৰুষজন' পাইছেহি!

ছকুৰি ভকতৰ স'তে মাধৱদেৱক দেখা পাই পদ্ম আতাই দণ্ডৱতে প্ৰণাম কৰিলে। তেওঁৰ যেন জীৱনৰ সাধনা আজি পূৰ্ণ হ'ল। গৃহস্থীধৰ্মৰ পৰা বিৰত থাকি, গুৰুসঙ্গ লাভৰ অতদিনৰ সপোনৰ পিছত তেওঁৰ ইষ্টগুৰুক লগ পাইছেহি. তেওঁৰ এতিয়া জীৱন সাৰ্থক হ'ল।

পদ্ম আতাৰ বাবে যে বিশেষ কাম নিৰ্দ্ধাৰিত হৈ আছে সেই কথা তেৰাই তেতিয়ালৈকে জনা নাছিল—ভাবিছিল গুৰুৰ সঙ্গতে জীৱনৰ বাকী সময়ছোৱা কটাব বুলি। কিন্তু গুৰুৰ কাষলৈ তেৰাৰ আগমন আছিল উজনি ৰাজ্যৰ লোকক উদ্ধাৰ কৰাৰ গধুৰ দায়িত্ব বহন কৰিবৰ বাবেহে। ইষ্ট গুৰুজনৰ সঙ্গ অতি শীঘ্ৰেই ত্যাগ কৰিব লাগিব—কথাষাৰ তেৰাৰ বাবে আছিল একেবাৰে অপ্ৰিয় সত্য। মাধৱদেৱে সেই সত্যকে পদ্ম আতাক শুনালে। মাধৱগুৰুৰ লগত আতা থাকিবলৈ পালে মাত্ৰ সাত দিন। সেই সপ্তাহটোত মাধৱদেৱে তেওঁৰ শেহতীয়া শিষ্যজনক অন্তৰ উবাৰি যেন সকলো ধৰ্মবস্তু বাকি দিলে। সাতদিনত ধৰ্মবস্তু লোৱা পদ্ম আতাই নাম পাইছিল 'সাদিনীয়া বাপুৰুৰ'। যিমান পাৰে প্ৰশ্ন সুধি সুধি আতাই মনৰ সংশয়বোৰ দূৰ কৰিলে। মাধৱদেৱে তেওঁ উজনিলৈ গৈ কৰিবলগা কামৰ কথা শুনালে। মাতৃৰ কাষৰপৰা শিশু আঁতৰিব নোখোজাৰ দৰে আতাই কৈছিল,

যাইবাক প্ৰতি যেৱে নাহি আমি আসি।

তথু পাবে সদা আমি থাকিবো উপাসি।।

গুৰুজনে তেতিয়া সকলো কথা বিতঙকৈ ক'ব লগা হ'ল, কেনেকৈ সখিয়েকে বাৰণ কৰিলত তেওঁ গুৰুৰ ইচ্ছা পূৰণৰপৰা বঞ্চিত হ'ল, উজনিত ই বিভক্তি প্ৰকাশ কৰিব নোৱাৰি গুৰুজন কেনেকৈ বেজাৰত আছিল আৰু ক'লে যে এতিয়া মাধৱদেৱৰ গাৰ বদলে পদ্ম আতা উজনিলৈ গ'লেহে গুৰুবাক্য ৰয়। মাধৱগুৰুৱে কৈছিল এইদৰে—

"শ্ৰী শংকৰ গুৰুদেৱে আমাক পাচিলা।
সখিয়ে কহিয়া নিবৰ্ত্তিয়া যে ৰাখিলা।।
আমাসাৰ গাৰুৰ বদল লৈয়া ভাগে।
উজানে তোমাৰ জানা যাইবাক লাগে।।

আছে গুৰুবাক্য শিৰে জানা মহাভাগে।
আমাৰ গাৰৰ বদলেসে যাইবে লাগে।"

মাধৱগুৰুৰ গাৰ বদলে গুৰুভাৰ বহন কৰি পদ্ম আতাই নাম পালে বদলা/ বদুলা আতা। অসম ৰাজ্যৰ বিষম ঠাইত ধৰ্ম প্ৰকাশ কৰিব পাৰিব বুলি পদ্ম আতাৰ ওপৰত মাধৱদেৱৰ আস্থা জন্মিছিল আৰু সেয়ে কৈছিল,

"গুৰু বোলে অসম হুইবে জানা সম।।
কহিলো তোমাত কথা নকৰা সংশয়।
কংসাল গোমৰ বিষ মৰিব নিশ্চয়।।"

অসম ৰাজ্যলৈ আগতে গুৰুজনে পঠোৱা দুজনমানৰ কথা কৈ মাধৱদেৱে কৈছিল, "....মোৰ পৰম গুৰু শ্ৰীশংকৰদেৱৰ নাম নকৰ। তুমি যোৱা, তোমাত হন্তে মহা শুদ্ধ ভক্তি পন্থ প্ৰচাৰ হ'ব। তাতে ধৰি অনেক জীৱ উঠিব, গুৰুজনৰ পক্ষ পথ বাঢ়ি মুকলি হ'ব, ক'ব। এতেকে পাচিছোঁ, যোৱাগৈ।"

মাধৱদেৱৰ শেষ লিখনি আছিল 'নামমালিকা'। এই শেহতীয়া শাস্ত্ৰখন তেওঁৰ শেহতীয়া শিষ্য ভকতশ্ৰেষ্ঠ বদলা আতাক দি কয় যে এই শাস্ত্ৰখন তিনিবাৰ পঠায়ো বিলাব নোৱাৰিলে। এবাৰ পানীত ডুবিল, এবাৰ জুয়ে পৰিলে আৰু তৃতীয়বাৰ ডকাইতে পালে। নামমালিকা এতিয়া বদলা আতাৰ হাতেদিয়ে আহিব লাগিব। এই শাস্ত্ৰখন ৰৰবিষ্ণু আতা প্ৰমুখ্যে কেইবাজনকো দি নকল কৰাই ৰাখলৈও নিৰ্দ্দেশ দিয়ে। শাস্ত্ৰখন দিওঁতে কৈছিল,

"নামমালিকা শাস্ত্রে এৰিলোহো কাপ।
জানিবাহা তোমাতে ধৰ্মৰ থৈলো বাপ।।"

বদলা আতাক গুৰুৱে স্বয়ং শংকৰগুৰুৰ সেৱাৰ মালা আৰু তেৰাই নিজে প্ৰতিদিনে নাম লোৱা গুৰুৰ তালযোৰ অৰ্পণ কৰে আৰু লগতে চাৰিশাস্ত্ৰ দি কয়, (মাধৱদেৱে পদ্ম আতাক নাম নাকাঢ়ি 'আমুকাই' বুলিছিল),

"জানা আমুকাই তুমি নকৰা সংশয়।
চাৰিখানি শাস্ত্ৰ লাগ দিলোহো নিশ্চয়।।
দশম, কীৰ্ত্তন, গুৰু শংকৰ জানিবা।
ঘোষা, ৰত্নাৱলী শাস্ত্ৰ আমাক জানিবা।।"

"বৰনদী হন্তে ব্ৰহ্মকুণ্ডৰ গোচৰ"— উজনিৰ এক বিৰাট অঞ্চলৰ ধৰ্মাচাৰ্য্যৰ ভাৰ মাধৱদেৱে বদলা আতাক দিলে আৰু এই গুৰুভাৰ লৈ তেৰাই ব'হাগ মাহৰ শুক্লা একাদশী তিথিত গুৰুক সেৱা জনাই উজনিলৈ যাত্ৰা আৰম্ভ কৰে। শেষৰ উপদেশখিনি বদলা আতাক দি মাধৱদেৱে কৈছিল যে শংকৰ গুৰুৰ ধৰ্ম সম্পূৰ্ণকৈ জানিবলৈ হ'লে মনথৈত ঠাকুৰ আতা, বৰপেটাত মথুৰাদাস বুঢ়া আতা আৰু চমৰীয়াত বৰবিষ্ণু আতাৰ লগত আহোঁতে আলাপ কৰি আহিব। মাধৱদেৱে বদলা আতাক লগ পালে জীৱনৰ বিয়লি বেলাত, আগতে আনক দি থোৱা সকলোবোৰ কথা নিজে দোহাৰিবলৈ সময়ৰ নাটনি, বেলি মাৰ যাওঁ যাওঁ অৱস্থা; সেয়েহে এনে ব্যৱস্থা কৰা হৈছিল।

চমৰীয়াৰ বৰবিষ্ণু আতাৰ লগত সাতদিন থাকি নুমলীয়া আতাই অগ্ৰজজনৰপৰা লাভ কৰা ধৰ্মীয় কথাবস্তুখিনিক "ছৈতলৰ সুখ" বুলি কোৱা হয়। সেইদৰে মথুৰাদাস, নাৰায়ণঠাকুৰ আৰু গোপাল আতাৰপৰা ক্ৰমে 'দোমোজাৰ সুখ', 'মজিয়াৰ সুখ', আৰু 'কলয়াৰ সুখ' কথাবস্তুসমূহ লাভ কৰে। প্ৰতিজনৰ লগতে সাতদিনকৈ থাকি ধৰ্মৰ ভঁড়াল ঘৰ ভৰোৱা বাবেও আতাক 'সাদিনীয়া বাপুঘৰ' বোলা হৈছিল বুলি প্ৰসঙ্গ বিশেষে কথিত আছে। ধৰ্মবস্তু সংগ্ৰহ কৰি আহি নিজস্থানত কিছুদিন ধৰ্ম প্ৰবৰ্ত্তাই দ্বিতীয়বাৰ লগত চৈধ্যজন শিষ্য লৈ বৰপেটালৈ যায়। শংকৰী কলা-সঙ্গীতৰ কেন্দ্ৰীয় স্থান বৰপেটা সত্ৰত এবছৰ শিষ্যসকলৰ দ্বাৰাই দুজনা গুৰুৰ সাংস্কৃতিক সম্ভাৰ আয়ত্ত কৰোৱাই লয়। সেয়েহে পিছত তেৰাৰ প্ৰতিষ্ঠিত কমলাবাৰী সত্ৰই সত্ৰীয়া সংস্কৃতিৰ অন্যতম ভঁড়ালঘৰ ৰূপে গঢ় লৈ উঠে। এইবাৰ নামনিত থকা সময়ছোৱাত আতাই শংকৰগুৰুৰ পত্নীসমন্বিতে গুৰু নাতি পুৰুষোত্তম ঠাকুৰকো সাক্ষাৎ কৰে।

মাধৱদেৱৰ কাষৰপৰা ধৰ্মাচাৰ্য হৈ আহোঁতে বদুলা আতাই প্ৰাৰ্থিছিল এনেদৰে,

"পাৰে শিৰ থৈয়া নমি বোলে বাঞ্ছি কাম।
বাপ যেন ভকত বস্তুক আমি পাম।।"

নিস্বাৰ্থ প্ৰাৰ্থনা শুনি মাধৱ গুৰুৰ আনন্দাশ্ৰু বাগৰিছিল।

প্ৰথমে আহি নিজ ঠাই 'কলনি ভেটি'ত বাস কৰি থাকোঁতে অনেকে আহি ধৰ্ম ধৰেহি। গুৰুৰ আশীৰ্ব্বাদত, আতাৰ সততা আৰু নিষ্ঠাত বদলা আতাৰ ধৰ্ম প্ৰচাৰ অতি কোবাল গতিত চলে। তেওঁ যথেষ্টসংখ্যক ভকত লাভ কৰিলে। জয়কৃষ্ণ নামৰ চিটিকা পাতি চৰাই ধৰি ফুৰা এজনেও গুৰুৰ পৰা অহিংস ধৰ্মৰ শিক্ষা পাই চৰাইবোৰ উৰাই দি শিষ্য হয়। কলনি ভেটিত থকা ওঠৰবছৰ কালত আতাৰ যশস্যা বৃদ্ধি হোৱাত চকুচৰহা শ্ৰেণীৰ বিৰোধিতাত দুজনা গুৰুৰ দৰে ৰাজনিগ্ৰহতো পৰে। বিচাৰত গোসাঁইৰ জয় হয় যদিও এনেবোৰ কাৰণত স্থান বহুবাৰ সলাব লগা হয়। থানে থানে শিষ্যৰ সংখ্যাও বাঢ়ি গৈছিল। কথিত আছে যে দুজনা গুৰুৰ দিনত একেলগে শিষ্য গোটালে যিমান সংখ্যা ওলাব বদলা আতাই অকলেই উজনি খণ্ডত সিমানখিনি শিষ্য সংগ্ৰহ কৰিবলৈ সমৰ্থ হয়। আতাই ইমান ঠাই সলাইছিল যে থোৰতে ইয়াক 'চন্দা ভেটি' অৰ্থাৎ চৌবিশখন ঠাই বুলি কোৱা হয়। গৌণ স্থানবোৰ ধৰিলে চৌবিশতাঁৰও বেছিহে হয়। উত্তৰাঞ্চলত পতা এখন সত্ৰৰ নাম 'বদুলাস্থান'। ইয়াত প্ৰায় সাত বছৰ আছিল। ইয়াৰ পিছত মুদৈ ভেটিত থাকোঁতেই আহোম ৰজাই আতাৰ বাতৰি পাই মাতি নিয়ে আৰু আলাপ কৰি সন্তুষ্ট হৈ খাট-পাম, মাটি-বাৰী, পাইক আদি কি লাগে সুধিছিল, সেইবিলাক একো নিবিচাৰি কৈছিল—

আতা বোলে আমাক নালাগে সিটো লোক।
আমাৰ ভকতক কোনো স্থানে নধৰোক।।
গল মেলি হৰি নাম লৈবো মুখ ভৰি।
নিৰ্ভয় দিয়োক ৰাজা অনুগ্ৰহ কৰি।।"

মহাপুৰুষীয়া চাৰি বস্তু নাম, দেৱ, গুৰু ভকতৰ 'ভকত'কে শ্ৰেষ্ঠ স্থান দিয়া আতাৰ ভকতৰ কুশলৰ বাহিৰে অন্য কামনা নাছিল।

মুদৈ ভেটিত থকাৰ সময়তে আতাৰ প্ৰধান শিষ্যসকলৰ অন্যতম পুৰুষোত্তম বৰুৱাক (পদ চৰিতত 'পুত্তম বৰুৱা', সাহিত্যৰথী বেজবৰুৱাৰ পূৰ্বপুৰুষ) এখন সত্ৰৰ বাবে মাটিৰ কথা কয় আৰু বৰুৱাই ৰংমনেৰে নিজৰ কঠীয়াতলী এখন দান দিয়ে। বদলা আতাৰ আন এক নাম 'কমলাকান্ত'ৰ পৰা এই সত্ৰৰ নাম

'কমলাবাৰী' হৈছে বুলি যুক্তি পোৱা গৈছে। মাজুলীৰ টুনী নৈৰ পাৰৰ এইখনেই আতাৰ শেহতীয়া সত্ৰ। এই সত্ৰ স্থাপন একাদশী তিথিত।

নামঘৰ, মণিকূট, চাৰিহাটীৰ সত্ৰীয়া ঐতিহ্যক পোহৰাই কমলাবাৰী সত্ৰত প্ৰায় তিনিবছৰ থাকে। ১৫৯৮ শকৰ ভাদমাহৰ শুক্লা একাদশী তিথি। পুৱাবেলা কীৰ্ত্তন ঘৰত নাম-প্ৰসঙ্গ সমাপন কৰি গায়ন-বায়নসকলে অহিৰ ৰাগত "গোবিন্দ চিন্তহ বাল গোপালং" গীতটো গাই থাকোঁতে আতা অসুস্থ বুলি শুনি তেৰাক চাপি ধৰেহি। গীত আধা গোৱাকৈ সেইদৰে ভকতসকল অহাত আতাই অসন্তোষ প্ৰকাশ কৰি গীতটো শেষ কৰি সিন্ধুৰা ৰাগত "জয় জয় নন্দ-নন্দন পৰমানন্দ, বন্দো বাল গোপালং", গীতটোও গাবলৈ নিৰ্দ্দেশ দিয়ে। সেই গীতৰ মাজৰ 'ঠেলাঘাত'ৰ পৰতে আতাৰ ইহলীলা সম্বৰণ হ'ল। টুনী নৈৰ পাৰ পবিত্ৰ কৰি ভকতসকলে আতাৰ কাষ্ঠ সংস্কাৰ কৰিলে।

শুক্লা একাদশী তিথিটো নিশ্চয় বদলা আতাৰে তিথি। এদিন জেঠ মাহৰ শুক্লা একাদশী তিথিত মহাপুৰুষ মাধৱদেৱৰপৰা মহাপুৰুষীয়া বৈষ্ণৱ সংস্কৃতিৰ সোণালী সম্ভাৰ লৈ উজনিলৈ আলোকৰ যাত্ৰা আৰম্ভ কৰিছিল। মহাপুৰুষীয়া ধৰ্মৰ অনিৰ্বাণ জ্যোতিক অধিক উজলাই এদিন কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰিছিল আঘোণ মাহৰ শুক্লা একাদশী তিথিত আৰু এদিন ভাদমাহৰ শুক্লা একাদশী তিথিত বদলা আতাৰ আছিল বৈকুণ্ঠ যাত্ৰা।

উজনি খণ্ডৰ মহাপুৰুষীয়া বৈষ্ণৱ সমাজখনক এইজনা আতাই চিৰঋণী কৰি থৈ গৈছে। দুজনা গুৰুৰে নামাচাৰ্য পতা আতাসকল সকলোৰে বন্দনীয়। সংহতিৰ বিভাজনৰপৰা তেৰাসৱ উৰ্দ্ধত। বদলা আতাৰ দৰে মহাপুৰুষৰ জীৱনজোৰা সাধনাৰ বাৰ্ত্তা বুজিবলৈ আজিৰ উঠি অহাসকলে অলপ হেঁপাহ কৰিবনে? এনে চৰ্চাইহে আকৌ বিষম হৈ পৰা অসমক সম কৰিবলৈ, কংসাল গোমৰ বিষ মাৰিবলৈ সহায় কৰিব বুলি কিছু আশা কৰিব পাৰি।



# অম্বৰবিলাস বৈকুণ্ঠত (কলানী) পদ্ম আতা—এটি দৃষ্টিপাত

শ্ৰীখগীৰাম হাজৰিকা, বুঢ়াভকত

অসমৰ নৱবৈষ্ণৱ আন্দোলনৰ কাণ্ডাৰী শ্ৰীশ্ৰীশংকৰদেৱ আৰু তেখেতৰ প্ৰধান শিষ্য শ্ৰীশ্ৰীমাধৱদেৱৰ পাছতে যিসকল ধৰ্মগুৰুৱে অসমৰ ইমূৰৰপৰা সিমূৰলৈ বিভিন্ন জনগোষ্ঠীক একত্ৰিত কৰি ভক্তিধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ ঘটালে, সেই অগ্ৰগনীসকলৰ অন্যতম, নজনা আতাপুৰুষৰ এজনা শ্ৰীশ্ৰীবদলা পদ্ম আতা। দুজনা গুৰুৰ আধ্যাত্মিক দৰ্শন, কীৰ্ত্তন-ঘোষা, নাম-প্ৰসঙ্গ আৰু গুৰুবাণী শিৰোধাৰ্য্য কৰি উজনি অসমত ভক্তিধৰ্মৰ সোঁত বোৱাইছিল পদ্ম আতাই। চৰিত পুথিত উল্লিখিত চন্দাভেটি (চৌব্বিশ ভেটি) বা চৌব্বিশ বৈকুণ্ঠৰ অন্যতম, ধৰ্মপ্ৰচাৰৰ ক্ষেত্ৰত লাইখুটিস্বৰূপ, কলানী ভেটি ওৰফে অম্বৰবিলাস বৈকুণ্ঠৰ গুৰুত্ব অপৰিসীম।

পদ্ম আতা হৰিপুখুৰী (বৰ্তমান সত্ৰাহী গাৰঁত) পাৰত থাকোঁতে ভাটকুছি আতা কেশৱচৰণ শলখলৈ গৈ এবছৰ হ'ল। এনেতে এদিন আতাপুৰুষ কেনিবা যাওঁতে ৰাতি হ'ল। সেইদিনাখন হাঁহ-ছাগলীৰ বেপাৰীক ৰাতি থাকিবৰ বাবে ঠাই বিচৰাত আতাপুৰুষৰ ককায়েক শংকৰদাসে হৰিপুখুৰী পাৰৰ আতাপুৰুষৰ ভেটিতে শান্তনুবিলাস বৈকুণ্ঠত বেপাৰীবোৰক থাকিবলৈ দিলে। তেতিয়া

আতাপুৰুষৰ লগত থকা হৰি আতৈয়ে এনে অঘটন ঘটা দেখি মনত বিষাদ লৈ বাহিৰলৈ ওলাই আহি ৰাজসূয় শাস্ত্ৰভাগ মূৰত লৈ থিয় হৈ থাকিল। তেনেতে আতাপুৰুষে আহি দেখি আচৰিত হ'ল আৰু তাৰপৰা আঁতৰি গ'ল। তেওঁলোক পথত যাওঁতে তমাই ৰাজখোৱাই দেখি মাতি আনি, পীৰা পাৰি দি বহুৱাই সুধিলত, আতাপুৰুষে সমস্ত বিৱৰণ ৰাজখোৱাক দিলে। তমাই ৰাজখোৱাই সেই ৰাতি আতাক তেওঁৰ গৃহতে ৰাখিলে। পিছদিনা ৰৰমুকুণ্ডৰ কলানী বাৰীৰ কলগছ কাটি তাতে তিনিটা ঘৰ সাজি দিলে। এয়ে "কলানী ভেটি" —"অম্বৰ বিলাস বৈকুণ্ঠ"। যদুমণি নামেৰে আলধৰা এজনো ইয়াতে থকাৰ ব্যৱস্থা কৰি দিলে। পদ্ম আতা কলানী ভেটিতেই আছে ৰাজসূয় শাস্ত্ৰভাগ চৰ্চ্চা কৰি। কিন্তু মনত এটাই চিন্তা দিনে-ৰাতিয়ে, তেওঁ কেনেকৈ মাধৱদেৱৰ পাশলৈ যাব। এবছৰৰ মূৰত কেশৱচৰণ আতা আহি আতাক ইয়াতেই লগ পায় আৰু নৌকা মানুহ যোগাৰ কৰি গুৰুজনাৰ পাশলৈ যাবলৈ যাত্ৰা আৰম্ভ কৰে।

বদলা আতাই গুৰু দৰ্শনৰ কাৰণে যাওঁতে লগত নিয়া সংগী প্ৰথমবাৰৰ- পাঁচজনৰ জগন্নাথ চৰণ আতৈ, কনাৰি মাধৱ চৰণ আতৈ, লোগুটি দামোদৰ আতৈ, ৰামভদ্ৰ আতৈ আৰু যদুমণি আতৈ। কিছুদিনৰ অন্তত ভেলাদঙ্গা মধুপুৰ থানত আতা গৈ মাধৱদেৱ মহাপুৰুষৰ পাশ পায়গৈ। মহাপুৰুষ গুৰুজনাই উজনীয়া বাপুঘৰ আহিছে বুলি জানিব পাৰি সকলো সেৱক ভক্তসকলৰ সৈতে আদৰসাদৰ কৰি নিয়েহি। আতাপুৰুষে মহাপুৰুষ গুৰুজনাৰ ওচৰ পাই পাৱে শিৰ চুই প্ৰণাম কৰিলে ঃ

"পাছে আতা গুৰুৰ চৰণে নমিলন্ত।
উঠা উঠা বুলি গুৰুজনে আশ্বাসন্ত।।"

দুয়োজনৰ মাজত কথোপকথনৰ পিছত আতাপুৰুষে ব্যক্ত কৰিলে যে হৰিপুখুৰীৰ পাৰত থাকোঁতে তেওঁৰ স্বহস্তৰ ৰত্নাৱলী শাস্ত্ৰ আৰু ৰাজসূয় শাস্ত্ৰদ্বাৰা চিনি পাই গুৰু নিশ্চিত কৰা হৈছে। তেতিয়া মহাপুৰুষে গুৰুজনাই মনত আনন্দ পাই তেৰাই বহুদিনৰপৰা কামনা কৰা আৰু পূৰ্বতে মহাপুৰুষ শংকৰ গুৰুজনাই বোলা বাণীৰ সত্যতা জানিব পাৰি, আতাপুৰুষক এইজনা ধৰ্মপৰায়ণ ব্যক্তি হ'ব বুলি ক'লে—বাপুঘৰ তুমি এতিয়া গঙ্গাত তীৰ্থ কৰি আহিব লাগিব, তেতিয়াহে শুদ্ধ বস্তু গ্ৰহণ কৰিব পৰা হ'ব। আতাপুৰুষেও গুৰুবাক্য পালন কৰি সুদীৰ্ঘ ছমাহৰ মূৰত তীৰ্থৰপৰা ঘূৰি অহাৰ পিছত গুৰুজনাৰপৰা ধৰ্মবস্তু বিচাৰিলে। তেতিয়া গুৰুজনে আতাপুৰুষক নিৰীক্ষণ কৰি দেখিলে শৰীৰত মহাপুৰুষৰ লক্ষণ, বাক্যত

মনৰ দৃঢ়তা, অন্তৰত শ্ৰদ্ধা-ভক্তি, জ্ঞানৰ গভীৰতা, ধৰ্মলাভৰ প্ৰতি ব্যাকুলতা, সাংগঠনিক নিপুণতা আৰু ধৰ্মপৰিচালনাৰ অভিজ্ঞতাৰ গুণ দেখিবলৈ পাই পৰম পবিত্ৰ শুদ্ধ ধৰ্মবস্তু প্ৰদান কৰিলে।

দিনৌ সাতদিন মাধৱদেৱে আতাক সকলো তত্ত্বৰ উপদেশ দি বাঞ্ছিত বস্তু কীৰ্ত্তন কৰি এক ভাণ্ডৰপৰা আন ভাণ্ডলৈ যেনেকৈ জল থাকে সেইদৰে বল, বীৰ্য্য, পৰাক্ৰম, শক্তি, ভক্তি সকলোকে আত থাপনা কৰি সাতদিনৰ মূৰত তেওঁক ক'লে, "বাপু লক্ষনাতি তুমি উজানক প্ৰতি যাব লাগে তাত ধৰ্মপ্ৰকাশ কৰিবলৈ। পূৰ্ব্বে শ্ৰীশংকৰ গুৰুদেৱে মোক উজানলৈ যাবলৈ আজ্ঞা কৰিছিল, সখি নাৰায়ণ দাসে প্ৰাৰ্থনা কৰি মোক ৰাখিলে। সেই আজ্ঞা পালি, এতিয়া তুমি মোৰ গাৰ-বদলস্বৰূপ হৈ প্ৰকাশ কৰিবলৈ উজনিলৈ যোৱা।" আতাই প্ৰাৰ্থনা কৰি জনালে— "বাপ আপোনাৰ পাশত থাকি আপোনাৰ চৰণ সেৱা কৰি থাকিবলৈ আশা কৰিহে আহিছিলো, আকৌ উভটি সেই দেশলৈ যাবৰ মোৰ ইচ্ছা নাই। আসাম ৰাজাৰ কাৰ্য্য সকলো বিষম। মই কেনেকৈ তাত বৰ্ত্তিম।"গুৰুজনে অভয় প্ৰদান কৰি ক'লে যে বিষম আসাম সম হ'ব ভয়ৰ কাৰণ নাই। গুৰুজনে ক'লে জানা আমুকাই সোণকোষৰপৰা কৰতীয়া গংগা, এই দুই সীমাৰ ভিতৰত দেশ মোৰ, সোণকোষৰপৰা বৰনদীলৈকে এইডোখৰ মথুৰা দাসৰ, আৰু বৰনদীৰপৰা ব্ৰহ্মকুণ্ডলৈকে এইডোখৰ তোমাক দিলো। চাৰিখানি শাস্ত্ৰ তোমাৰ লগত দিলো। দশম-কীৰ্ত্তন শাস্ত্ৰত শ্ৰীশংকৰ গুৰুক দেখিবা, যোৱা-ৰত্নাৱলী শাস্ত্ৰত আমাক দেখিবা। তোমাক শক্তি, ভক্তি, বল, বীৰ্য্য, পৰাক্ৰম সকলো সমৰ্পণ কৰিলো। নামমালিকা শাস্ত্ৰভাগ আৰু এযোৰ মন্দিৰা তাল আতাক দিলো। লগতে এই শাস্ত্ৰৰ আৰ্হি নিজৰ হাতত ৰাখি বিষ্ণু আতৈ, যদুমণি আতৈ আৰু গাভৰু খাঁক দিবলৈ উপদেশ দিলে। মাধৱদেৱে পুনৰ ক'লে যে মথুৰাদাস বুঢ়া আতা, বৰবিষ্ণু আতা, ঠাকুৰ আতা আৰু ভৱানীপুৰীয়া গোপাল আতাক দেখিলেহে আমাক সম্পূৰ্ণ দেখা হ'ব। "তেৰাসকলৰ প্ৰত্যেকৰেপৰা একোটাকৈ পৰমাৰ্থিক তত্ত্ব লাভ কৰিবা।" শেষত বদুলা আতাই সলোতক নয়নেৰে মাধৱদেৱৰ চৰণত পৰি বিদায় ল'লে।

চমৰীয়াত বৰবিষ্ণু আতাই বদুলা আতাৰপৰা "নাম মালিকা" পুথি নকল কৰি এঁটালত বদুলা আতা তাৰপৰা উজাই আহি ভিক্ৰং ঘাটত নাও ৰাখিলেহি। কৰুণাময় বদুলা আতাক তেওঁলোকৰ ঘৰলৈ নি ৰাতিটো ৰাখিলে। পিছদিনা পুৱাই আতা কলানী ভেটিলৈ গমন কৰিলে। কলানী ভেটিত হৰিচৰণে আতাক

পাই পৰম হৰষিত হ'ল। কলানীভেটি অম্বৰবিলাস বৈকুণ্ঠই আতাৰ আগমনত অসংখ্য লোকৰ উপস্থিতিত নতুন ৰূপ ল'লে। হৰিনাম ধ্বনিৰে মুখৰিত হৈ উঠিল। নিতৌ ন ন লোকৰ আতাপুৰুষৰপৰা ধৰ্মবস্তুভাগ গ্ৰহণ কৰিবলৈ সোঁত ববলৈ ধৰিলে। জয়কৃষ্ণ নামৰ ব্যাধ এজনেও হিংসাবৃত্তি ত্যাগ কৰি আতাপুৰুষৰ ওচৰত শৰণ লৈ পৰম ভকত হ'ল। আনকি তেওঁৰ পিতৃ-মাতৃয়েও আতাপুৰুষৰ ওচৰত শৰণ ল'লে। কলানী ভেটিতেই নন্দ ৰাজখোৱাই আতাপুৰুষক গুৰু মানিলেহি। দলৈৰ দুই ভাতৃ, ভাৰ্য্যাপুত্ৰ সৰেও আতাৰ মুখে গুৰু বুলিছে।

অম্বৰবিলাস বৈকুণ্ঠ কলানী ভেটি প্ৰকৃতাৰ্থত বৈকুণ্ঠপুৰীলৈ ৰূপান্তৰ হ'ল। সেই ঠাই ভকত বৈষ্ণৱৰ সজ আলাপ, হৰি কীৰ্ত্তনেৰে মুখৰিত হ'ল। "আৰু তৈতে বৰ মুকুন্দঃ পিঠিকটা মুকুন্দ বৰ জগন্নাথঃ সুদূৰি কানুঃ বেহেৰুৱা কানুঃ বেহাৰ গোপালঃ আলধৰা গোবিন্দঃ ভকত দাহঃ গুভিৰ দামোদৰঃ উজিৰ কৃষ্ণঃ সাদুৰ কৃষ্ণঃ কাকতি কৃষ্ণঃ ৰণুৱা ৰামঃ চৰাই মৰিয়া বলাইঃ নগাৰ বলাইঃ ঘাটোৱাল পৰমানন্দঃ ফাটোৱাল পৰমান্দঃ লখৰঙ্গ গুৰুঃ ইকাদশ বাৰীচোৱা গোবিন্দঃ চিনাতলীৰ গোবিন্দঃ (অৰবিন্দ) এইৰূপে আতাৰ যশে গুৰুজনৰ প্ৰসাদত চণ্ডাভিটাত চাৰি চন্দা সেৱক চাপি, মহাপুৰুষক গুৰু আতাৰ মুখে বুলি সঙ্গতে বহিছে হৰি গুণ গাই।।"

"আতাই নিতৌ ব্ৰহ্মমহূৰ্ত্ততে জগাইঃ হৰিচন্দ্ৰ, জয়হৰি, বনমালী গোবিন্দ উঠা উঠাঃ বিষয়াৰ খেতিখোলাঃ ভকতৰ নামগাই গুৰুসেয়াঃ" ভকতদাহ আতৈ, জগন্নাথ আতৈ, বৰুজনা আতৈ, এইসকলে অৰ্দ্ধচন্দ্ৰ মণ্ডলাকাৰে বহে, নাম সেৱাকৈ হালি থাকে। তাৰপৰা আতাই শৰতৰ পূৰ্ণ শশীসম প্ৰকাশকৈ গুৰুসেৱা সম্বৰি, গুৰুজনাৰ চৰিত কীৰ্ত্তন কৰে। বদলা আতাই গীত গোৱাৰ কথা চৰিত পুথিত পোৱা যায়।

"ৰেমন সেৱহু হৰি কহো চৰণা। নিকটে দেখহু নিজ
মৰণা দেখত হৰিকহো, চৰণ শৰণ বিনে, নাহি নাহি ভয় তৰণা।।"
আৰু গীত ৰাগ সিন্ধুৰা (যতিতাল)

ধ্ৰুং " জয় জয় নন্দনন্দন পৰমান্দ, বন্দোবালগোপালং।
যো পদ পঙ্কজ ৰজ অজ বন্দয় সকল ভুবন একু পালং।।"

এদিন কলানী ভেটিত থাকোঁতেই আতাই শ্ৰীশ্ৰীমাধৱদেৱ গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণৰ বাৰ্ত্তা পালে। গোপালদেৱে ভাটিৰপৰা অহা যাত্ৰীৰ মুখৰপৰা গুৰুজনা চলাৰ বাতৰি পায়। এই সম্ভেদ জগন্নাথ চৰণৰ যোগেদি বৰুজনা আতাক

জ্ঞাত কৰে। আতাপুৰুষ এই বাৰ্ত্তা পাই বিমূৰ্চ্ছিত হ'ল। কিছু বেলিৰ পাছত চেতনা যে জীৱনধাৰণৰ সাৰ্থকতাই নাই। নহ'বতো; শংকৰ-মাধৱৰ সেই অমৰ বাণীবোৰে কমলাবাৰীৰ সাধকসকলৰ ওপৰত বাৰুকৈয়ে প্ৰভাৱ পেলাই আহিছে।

পৰম নিৰ্ম্মল ধৰ্ম্ম হৰিনাম কীৰ্ত্তনত
সমস্ত প্ৰাণীৰ অধিকাৰ।
এতেকেসে হৰি নাম সমস্ত ধৰ্ম্ম ৰাজ
এহিসাৰ শাস্ত্ৰৰ বিচাৰ। (নামঘোষা/ পদ-১২৯)

সেয়েহে অন্তৰাত্মাক ভগৱন্তৰ প্ৰতি ধাৱিত কৰোৱাৰ প্ৰয়াস। —

ক্ষণে ক্ষণে আয়ু যায় তথাপি চেতন নাই
কিনো বিপৰীত ভৈল মায়া।
একতিলে মৰি যায় এই আছে এই নাই
সন্ধ্যাকে মেঘৰ যেন ছায়া।।
জানিয়া একান্ত মতি ভকতিৰ কৰা ৰতি
ছাড়া চাৰ ভাৱভূৰ কাম।
সমস্তে দুখক বঞ্চা অক্ষয় পুণ্যক সঞ্চা
নিৰন্তৰে বোলা ৰাম ৰাম। (দশম/ পদ ৩৫৪ )

হৰিৰ গুণানুকীৰ্ত্তনৰ বিনে জানো ভকতিৰ অমিয়া লাভ কৰাটো সম্ভৱ? ভগৱানেও ইয়াকে কৈছে যে কেৱল 'ভক্তিত তুষ্ট হোন্ত নাৰায়ণ'। এই ভক্তি হ'ব লাগে সাত্ত্বিক; অৰ্থাৎ

'মন্ত্ৰ স্বকৃত পাপানাং ক্ষয়াৰ্থং পূজয়েদ্ধৰিম্।
শ্ৰদ্ধয়া পৰয়া ভক্ত্যা সা ভক্তি সাত্ত্বিকাধমা।।'

ভক্তিৰত্নাকৰ/৩৮ মাহাত্ম্য

অৰ্থাৎ যিজনে নিজৰ পাপকৰ্ম্ম ক্ষয়ৰ কাৰণে শ্ৰদ্ধা সহকাৰে হৰিক অৰ্চ্চনা কৰে সেই ভক্তিয়েই অধম সাত্ত্বিক ভক্তি।

হৰিকীৰ্ত্তনৰ সেৱকীয়েও জীৱন প্ৰৱৰ্ত্তনৰ বাবে জ্ঞাতে বা অজ্ঞাতে কৰি অহা অকৰ্ম্মৰ প্ৰায়চিত কৰি আত্মশুদ্ধি লাভেৰে ভগৱন্তৰ কাষ চাপি যোৱাৰ ই এক অভিনৱ প্ৰয়াস। এই হৰিকীৰ্ত্তন কেৱল বহি বহি গোৱা নাম-কীৰ্ত্তনতে সীমাবদ্ধ নহয়। ই হ'ল —

'হৰিগুণ গাৱ ভাই কৰিয়া উৎসৱ।
গুণৰেণো তুষ্ট গুণ লুবুধ মাধৱ।।

আনন্দ কৰিয়া হৰি গুণ গাৱা যেবে।
ভৱসিন্ধু তৰিয়া হৰিক পাইবা তেবে।।'

নামঘোষা /পদ ৪১৩-৪১৪

হৰি গুণৰ এই আনন্দ উৎসৱ নৃত্য-বাদ্য-ভাওনাদিৰে পৰিপুষ্ট এক ভকতি ৰস-সিন্ধুহে আৰু যি মুক্তিতকৈয়ো শ্ৰেষ্ঠ। সেয়ে ভকতসকল মুক্তিতো নিষ্পৃহ।

**আয়োজন প্ৰণালীঃ**

হৰিকীৰ্ত্তন ব্যক্তিকেন্দ্ৰিক অনুষ্ঠান যদিও সত্ৰৰ সমুদায় প্ৰক্ৰিয়াটো ইয়াৰ লগত জড়িত হৈ পৰিবলগা হোৱাৰ বাবেই এক সামূহিক উৎসৱলৈ ৰূপান্তৰ হয়। ব্যক্তি বিশেষে ইয়াৰ আয়োজন প্ৰণালীও ভিন্ন ধৰণৰ। সত্ৰাধিকাৰসকলৰ হৰিকীৰ্ত্তনৰ আৰ্হি কিছু পৰিমাণে আড়ম্বৰপূৰ্ণ। নিম্নতম সাতদিনীয়াকৈ অনুষ্ঠিত কৰিব লগা এই অনুষ্ঠান পৰৱৰ্ত্তী সত্ৰাধিকাৰজনেহে পতা নিয়ম। সত্ৰৰ আন বুঢ়া ভকতসকলৰ তিনিদিনীয়াকৈ পতা হয়। ইয়াৰ চাৰিবহাৰ চাৰিজন 'বৰবুঢ়া ভকত'- ৰ আয়োজন প্ৰণালী প্ৰায়ক্ষেত্ৰতে সত্ৰাধিকাৰসকলৰ সতে মিল আছে। যদি সাধাৰণ বুঢ়াভকত এজনে 'বৰবুঢ়া ভকত' হোৱাৰ ইচ্ছা প্ৰকাশ কৰে তেনেহ'লে মুখ্য বুঢ়া ভকতসকলৰ আৰ্হিতেই ইয়াৰ আয়োজন কৰিব লাগে।

হৰিকীৰ্ত্তন মহোৎসৱৰ প্ৰথম দিনা 'চাউলভোজনী'। এইদিনা অন্নদান কৰা হয়। সত্ৰৰ ভঁড়াল গৃহত বিতৰণ কৰা এই অন্ন সিদ্ধ কৰিবৰ বাবে প্ৰত্যেক বহালৈ উধান, মলাচৰু, চৰিয়া, হেতা, বাল্টি আদি বাচন-বৰ্তন দান দিয়া ৰীতি। সত্ৰৰ বাহিৰৰ ভকতসকলৰ কাৰণে কোনো বিশেষ স্থানত একেলগে সিদ্ধ কৰি খুৱাৰ ব্যৱস্থা কৰা হয়। সেইদিনা প্ৰসঙ্গীয়া নামতে চাউল ভোজনীৰ অপৰাধ মাতি অনুষ্ঠান সামৰে। চৰিত পুথিত উল্লিখিত বুঢ়ীদোকানীয়ে গুৰুভকত সিধা-গুৱা অৰ্পণ কৰি বৈকুণ্ঠ লাভ কৰা আৰ্হিতে 'চাউলভোজনী' পালন কৰা হয় বুলি বিশ্বাস কৰা হয় ( বৰচৰিত/পদ— ১৬০৮-১৬২০)।

দ্বিতীয়দিনা পিতৃ-মাতৃৰ উদ্দেশ্যে আয়োজন কৰা 'হৰিকীৰ্ত্তন'।

'যাৰ পুত্ৰসবে ঐত হৰিত শৰণ লৈয়া
হৰিগুণ গাৱে শুদ্ধ ভাৱে।
দধি দুগ্ধ ঘৃত-মধু নদীৰ জলত পিয়া
পিতৃগণে তৃপিতিক পাৱে।।'

নামঘোষা/পদ -১০

এই উৎসৱ কিছু পৰিমাণে অনুষ্ঠানীয়াভাৱে আয়োজন কৰা হয়। সত্ৰত

এই অনুষ্ঠুপীয়া ৰীতিটোক 'বেলেটীয়া' বোলে। প্ৰসঙ্গীয়া নামৰ প্ৰাক্‌মুহূৰ্ত্তত ভঁড়ালত 'জলপনীয়া সিধা' (কোমল চাউল, দৈ আৰু গুড়) বিতৰণ কৰা হয়। প্ৰত্যেক বহাৰে গা-মুৰি ভাগ দিয়াৰ উপৰিও সেইদিনা কীৰ্ত্তন ঘৰত বিশেষ দায়িত্বত থকাসকলক (নাম লগোৱা, পাঠক, চৰিত্ৰবোলা, দেউৰী, কীৰ্ত্তন মোচা আৰু ভঁড়াল ঘৰ মোচা পলীয়া) একোটাকৈ অতিৰিক্ত ভাগ দিয়া হয়। একোটা ভাগত 'অকঠা' কৈ পৰে। কঠাটো কোনটো জোখত ধৰিব সেইটো নিৰ্দ্ধাৰণ কৰি দিয়া থাকে হৰিকীৰ্ত্তনৰ বাবে সেৱকীয়ে আনুষ্ঠানিকভাৱে জনোৱা কালতে। সিধা বিতৰণৰ পিছতে কীৰ্ত্তন ঘৰতে নাম আৰম্ভ হয়। হৰিকীৰ্ত্তনৰ বাবে নিৰ্বাচিত ঘোষা আৰু কীৰ্ত্তন আছে। নামৰ অন্তত 'নামৰ থগী' আৰু 'জলপনীয়া সিধা'ৰ (অৱশ্যে জলপনীয়া সিধাৰ অপৰাধৰ ভঁড়ালতো মতা হয় যদিও বাহিৰ ভকতসকলৰ বাবে ইয়াত আনুষ্ঠানিকতা ৰক্ষা কৰা হয়) অপৰাধ মাতি গায়ন-বায়নেৰে কৃষ্টি প্ৰদৰ্শন আৰম্ভ কৰা হয়। সেইদিনা 'নাদুভঙ্গী' নাচ নচুৱা হয়। সেৱকীয়ে কৃষ্টি প্ৰদৰ্শনৰ সকলো শিল্পীক দক্ষিণা প্ৰদান কৰি আশীৰ্ব্বাদ লয়। নৃত্যানুষ্ঠানৰ অন্তত সেৱকীক সম্মান জনায়। সেৱকীৰ সমুখত এখন নাচ নচুৱা হয়। এই অনুষ্ঠানৰ অন্তত কীৰ্ত্তন কৰে। (তাল লৈ গোৱা ঘোষা কীৰ্ত্তন)। কীৰ্ত্তন সামৰিলে হৰিকীৰ্ত্তনৰ মূল আশীৰ্বাদ পৰ্বসমূহ অধিকাৰে সেৱকীক বস্ত্ৰসহ নিৰ্মালি প্ৰদান কৰি লঠা প্ৰসাদ বিতৰণ কৰি কীৰ্ত্তন ঘৰৰ অনুষ্ঠান সামৰে। ইয়াৰ পিছতে সত্ৰৰ সকলো ভকতকে একোখনকৈ বস্ত্ৰ আৰু দক্ষিণা প্ৰদান কৰি আশীৰ্ব্বাদ বিচাৰে। সেইদিনাৰ কাৰ্য্যসূচী সিমানেই।

তৃতীয় দিনা মূল হৰিকীৰ্ত্তন। এইদিনা নিয়ম-প্ৰণালী কিছু বিস্তৃত অৰ্থাৎ সত্ৰীয়া ভাষাত 'দিনচিটিয়া'। প্ৰায়বোৰ নিয়ম ওপৰত উল্লেখ কৰি অহাৰ দৰেই। সত্ৰাধিকাৰ আৰু বৰবুঢ়াভকতসকলৰ জলপনীয়া সিধাত একঠাৰ বিপৰীতে দুকঠাকৈ দিয়াৰ উপৰিও পলীয়া ভাগবোৰো (কীৰ্ত্তনঘৰত যিসকলে পাল প্ৰসঙ্গ চলাই থাকে) দিয়া হয়। আন সত্ৰৰ নিমন্ত্ৰিত সত্ৰাধিকাৰ আৰু ভকতসকলৰ কাৰণেও ভঁড়ালৰ পৰাই সিধা দিয়াটো নিয়ম। সত্ৰৰ বাহিৰৰ ভকতসকলৰ আতিথ্যৰ বাবে ৰভাঘৰৰ ব্যৱস্থা কৰা হয়। নামৰ পিছত গায়ন-বায়নেৰে 'বহানাচ' নচুৱা হয়। বহানাচৰ পিছত কীৰ্ত্তন আৰু ওজা (কেতিয়াবা নতুন ওজাও উঠোৱা হয়) গোৱাৰ অন্তত কালি নাচ নচুৱা হয়। কালি নাচৰ শেষত মূল আশীৰ্ব্বাদ অনুষ্ঠান। আশীৰ্ব্বাদাত্তত আন সত্ৰৰ আমন্ত্ৰিত সত্ৰাধিকাৰ আৰু ভকতসকলক সেৱকীৰ বহালৈ নি, আতিথ্য-সৎকাৰ কৰি সাধ্যানুসৰি বস্ত্ৰ-দক্ষিণাৰে সেৱা লয়।

গধূলি প্ৰতিবহাৰে প্ৰত্যেকক এৰোখনকৈ বস্ত্ৰ আৰু বহাৰ মুৰব্বীজনক একোখনকৈ চেলেংকাপোৰ দক্ষিণাসহ আগবঢ়ায় সেৱা লোৱা নিয়ম। বৰবুঢ়াসকলে সত্ৰাধিকাৰক একোখন 'খনীয়া কাপোৰ' (সত্ৰৰ সম্মানীয় কাপোৰ; এই কাপোৰ কেৱল 'সত্ৰাধিকাৰ' আৰু বৰবুঢ়া ভকতসকলেহে পৰিধান কৰিব পাৰে।) দিয়াটো বাধ্যতামূলক। ৰাতিলৈ সামৰ্থ্যানুসাৰে ভাওনাৰ আয়োজন কৰে। ভাওনাত অংশগ্ৰহণকাৰী শিল্পীসকলক সেৱকীয়ে বস্ত্ৰ দক্ষিণাৰে সেৱা লোৱাটো বাধ্যতামূলক ৰীতি। হৰিকীৰ্ত্তনৰ পিছদিনা বা তাৰো পিছত সেৱকীৰ বহাত এভাগী নাম আৰু ভোজ আয়োজন কৰাতো বৰ্ত্তমান ৰীতিত পৰিণত হৈছেগৈ।

বৰ্ত্তমান সত্ৰৰ বাহিৰা লোকেও সত্ৰত হৰিকীৰ্ত্তন পাতিবলৈ লোৱা প্ৰৱণতা দেখা গৈছে। এই যাত্ৰা সেৱকসকলৰ হৰিকীৰ্ত্তনৰ ৰীতিত কিছু সীমাবদ্ধতা আছে।

সত্ৰৰ ভকতসকলৰ বাবে হৰিকীৰ্ত্তনত আপডাল কৰি দিয়াটো মহাভাগ্য হিচাপে গণ্য কৰা হয়। এইখিনিতে মহাভাৰতৰ এটা কাহিনী মনত পৰিছে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞ অনুষ্ঠানত আপডালৰ বাবে সহায় বিচৰা হৈছিল কৌৰৱক। দুৰ্য্যোধন, দুশাঃসন আদিয়ে এই কাৰ্য্যত অপমানিত বোধ কৰি অনিচ্ছা প্ৰকাশ কৰাত ধৰ্মভীৰু কৰ্ণই অনুভৱ কৰিছিল যে কৌৰৱে নিজেটো এনে মহৎ কাৰ্য্য সম্পাদন কৰিব নোৱাৰেই; কত পুণ্যৰ ফলত আপডাল কৰা সুবিধাকণ পাইছে তথাপি অনীছা। তেনেদৰে সত্ৰৰ ভকতৰ বাবে হৰিভকতৰ আপডাল কৰিবলৈ পোৱাটো যে কত জনমৰ পুণ্যৰ ফল বুলি বিবেচনা কৰি আহিছে।



# মহাত্মা বদলা আতানো কোন

**শ্রীসোণাৰাম শৰ্ম্মা বুঢ়াভকত বৰ বঢ়া**

মহাত্মা বদলা আতানো কোন? এনে এটা অমোঘ প্ৰশ্নই মোক এদিন বিব্ৰত কৰাই নহয়, ক্ষন্তেক সময়ৰ বাবে বাকৰুদ্ধ কৰিছিল। ১৯৮৫ কি ৮৬ চনৰ কথা। যোৰহাট লাহিং নকছাৰী চুন্তী খেল-পথাৰত সপ্তশিখা নামৰ এটা অনুষ্ঠানে আয়োজন কৰা ধৰ্ম্ম আলোচনী সভা এখনিত আমি মুকলি সভাৰ সভাপতি আছিলোঁ। সেই সভালৈ যোৰহাট গান্ধী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ আমাৰ সত্ৰৰ সেৱক ড°. ললিত বৰাদেৱো গৈছিল। সভাখনৰ সম্পাদক হিচাপে সূত্ৰ ধৰিছিল। এগৰাকী বিশিষ্ট অভিনেতা গান্ধী কলেজৰে প্ৰবক্তা তিলক বৰাদেৱে। আমাৰ ভাষণ প্ৰসঙ্গত মহাপুৰুষ শংকৰ-মাধৱ গুৰু দুজনাৰ লগতে আমাৰ গুৰু মহাত্মা বদলা আতাকো সামৰি তাৰাসবৰ কিছুমান আদৰ্শৰো উদ্ধৃতি দিয়া হৈছিল। হঠাৎ সহস্ৰ শ্ৰোতা জনতাৰ মাজৰপৰা এগৰাকীলোকে আমালৈ এটা প্ৰশ্ন নিক্ষেপ কৰি ক'লে, "মহাপুৰুষ গুৰুদুজনাৰ লগত সমভাৱ কৰি আপুনি কৈ থকা মহাত্মা বদলা আতানো কোন? আমাক বিস্তৃতভাৱে বুজাই কওক।" ক্ষন্তেকৰ বাবে মই হতবাক হৈ পৰিলোঁ। প্ৰথমে অন্তৰত ভয়ো লাগিছিল তথাপি সকলো কালৰপৰাই যিকোনো প্ৰত্যাহ্বানৰ সন্মুখীন হোৱাৰ অভ্যাস থকাৰ কাৰণেই গুৰুক সুঁৱৰি উত্তৰ দিয়াৰ প্ৰয়াস কৰিলোঁ। মই ক'লোঁ—

"আপুনি সঁচা কথাই কৈছে মহাশয়। সেইবাবে আপোনাক ধন্যবাদ। আপুনি মহাত্মা বদলা আতাক কেনেকৈ চিনি পাব? হয়তো এই গোটেই সমাজখনেই চিনি নাপায়। আনহে নালাগে আমি নিজেই চিনিছোঁ বুলি দৃঢ়ভাবে নোৱাৰো। কিন্তু চিনি পালে সেইজনে — যিজন অসমৰ ৰাজনৈতিক জগতৰ ধ্ৰুৱতৰা, যিজন ইছলাম ধৰ্ম্মৰ প্ৰৱৰ্ত্তক হজৰত মহম্মদৰ অনুগামী। বিশাল ভাৰতবৰ্ষৰ এশকোটি মানুহৰ প্ৰথমজন হৈ যি এদিন ৰাষ্ট্ৰপতিৰ আসন অলংকৃত কৰিছিল সেইজন ভাৰতৰত্ন ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলী আহমেদে ১৯৭৫ চনত এদিন মহাত্মা বদলা আতাদেৱৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি ইণ্ডোনেচিয়াত বদলা আতাৰ সত্ৰ কমলাবাৰী থুলৰ ভক্তবৃন্দক সহযাত্ৰী কৰি লৈ গৈ নৃত্য-গীত-ভাওনা প্ৰদৰ্শন কৰাই ভাৰত ৰাষ্ট্ৰখনৰে সংস্কৃতিৰ প্ৰতিনিধিত্ব কৰাইছিল।" এই প্ৰশ্নৰ উত্তৰ এনেদৰে দি মই মাত্ৰ আত্মৰক্ষাহে কৰিলোঁ। কিন্তু মোৰ গা-মন এই প্ৰশ্নই পাছলৈ উত্ৰাৱল কৰি ৰাখে। মই নিজক নিজে বাৰে বাৰে প্ৰশ্ন কৰোঁ— এই পুৰুষজনৰ বিষয়ে ময়ো বহুত জানিবলগা থাকিল। সপ্তম মন্বন্তৰৰ ২৮ তম কলিযুগৰ ১৪৬৮ শকৰ জেঠ মাহৰ শুক্ৰবাৰ একাদশী তিথিৰ দিনা জন্ম গ্ৰহণ কৰা বৰনাৰায়ণপুৰৰ সজ কৰণি কায়স্থ লৱ ভূঞাৰ পুত্ৰ তিতা চোমদাৰ তথা সত্যাদেবীৰ পুত্ৰ সেই ৰূপধৰ বা লৱনাতি বা কমলাকান্ত বা আমুকাই বা বুপাই বা উজনীয়া বাপুঘৰ বা পদ্ম আতা বা বদলা আতা ইত্যাদি গুণবিশিষ্ট পুৰুষজনক আমি চিনি পাইছোঁ জানো। মোমায়েকৰ ঘৰত থাকি কিশোৰ কালতে ঢলপুৰৰ বৰলুইতৰ পাৰত গৰু চৰাই দৈনন্দিন একো একোটা আশ্চৰ্য্যকৰ কাম কৰি অসাধাৰণ প্ৰতিভা দেখুওৱা সেই গোপাল লৱনাতি। পণ্ডিত পাতাল টণ্ডোলৰ টোলত পঢ়ি শাস্ত্ৰ-তত্বজ্ঞ হোৱা সেইজন পদ্ম আতাই দিখৌমুখৰ ৰণ দৰবাৰত ১৬ বছৰ বয়সতে ৰণশিঙাৰ চেৰে চেৰে জয়নাদৰ ৰাগিনী তুলি ঢাল তৰোৱালৰ বাৰুচাত মাৰি আকাশ বতাহ কঁপাই তুলি যোদ্ধা শ্ৰেষ্ঠ বীৰৰূপে পৰিচিত হোৱা দৈহিক লাৱণ্য তেজোদ্দীপ্ত সুঠাম দেহৰ অধিকাৰী যিজন পুৰুষ।

জ্যেষ্ঠ দাদাক-বৌৱেকৰ কথা ৰাখি সূৰ্য্য বাঢ়ৈ ভূঞাৰ সতীসুলভা তেজাল সূৰ্য্যকান্তিৰ কন্যাৰ লগত বিবাহ পাশত আবদ্ধ হোৱাৰ পাছতো যিগৰাকীক গৃহাশ্ৰমৰ মায়ামোহে অকণো স্পৰ্শ কৰিব নোৱাৰিলে। পংকজাত পদুমৰদৰে যিগৰাকীয়ে স্নিগ্ধ মনেৰে গুণৰ সৌৰভ মিলাবলৈ সম্পূৰ্ণ সক্ষম পুৰুষজনেই জানো আমাৰ গুৰু আতা পুৰুষ নহয়? একালত চুণ্ডী, ভফলাই অসমৰ ৰণুৱাক পৰাস্ত কৰি ভৈৰৱ মূৰ্ত্তিৰে বৰনাৰায়ণপুৰ গ্ৰাস কৰিবলৈ যেতি

আহোঁতে যি গৰাকীয়ে সংহাৰ মূৰ্ত্তি ধাৰণ কৰি হাতত খড়গ লৈ ৰাবণতে যুদ্ধত চুণ্ডী, ডফলাক পৰাস্ত কৰিলে যাৰ বাবে শত্ৰু সেনাই দেও মানুহ বুলি চিঞৰি চিঞৰি হাহাকাৰ লগাই অহাবাটে প্ৰাণ লৈ উলটি পলাল। এনেহেন সামূল্য ৰণ জয়তো যিগৰাকীয়ে আনন্দ উল্লাসৰ পৰিবৰ্ত্তে বিষাদৰ অশ্ৰুজলে স্নান পাণ কৰি মৃত্যুপুৰৰপৰা অমৃতপুৰলৈ প্ৰথম জয়যাত্ৰা আৰম্ভ কৰি গাং বিহালি বালিপাৰা পুখুৰীত হেংডাং, ঢাল বাৰু ধনুকাঁৰ বিসৰ্জন দি এখন ধৰ্ম্মযুদ্ধৰ যৱনিকা পেলাই মৃত্যু সঞ্জীৱনী মহামন্ত্ৰ ৰামনামত আশ্ৰয় কৰি চৌদিশ পথৰাই মুখৰিত কৰিলে।

'ৰাম ৰামতে ৰময় অবিৰাম'

চাৰিওফালৰপৰা তাৰাৰ অনুগামী সতীৰ্থই প্ৰতিধ্বনি কৰিলে— "ৰাম পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে"। সৱে মিলি প্ৰাণ ঢালি গাই গ'ল।

"এ ভাবক ভাই ভজ ভগৱন্ত ভক্তিভাৱে'
ভগৱন্ত ভজিয়া পৰম গতি পাৱে," ইত্যাদি।

পিতৃস্বৰূপা ককায়েক শংকৰ দাসৰ জোৰ অনুৰোধ, কঠোৰ নিৰ্দ্দেশ প্ৰত্যাখ্যান কৰিও ঘৰ-বাৰী মায়াময় সংসাৰৰপৰা সম্পূৰ্ণ বিমুক্ত হৈ অবিৰতভাৱে বিশিষ্ট গুৰুৰ সন্ধান কৰা, একান্তমনে কৃষ্ণগুণ জপ কীৰ্ত্তন কৰা গৰাকীজন জানো আমাৰ মহাত্মা আতা পুৰুষজন নহয়? মুকলি পুখুৰী পাৰত, অৰণ্য কুটীৰত বহি পঞ্চৰাগিনী তুলি কুকিল-স্বৰত ৰত্নাৱলী পুথিৰ আলোপন সমাহাৰে মানুহক কিয়, বনৰ বাঘ, সৰ্প, মৃগ, ভালুক, বান্দৰ পক্ষীকো স্তম্ভিত কৰি ৰখাজনেই জানো জীৱৰ সখা বান্ধৱ বদলা আতা নহয়? ১৫১৬ শকত কেশ আতাৰ সহযোগত গুৰুৰ কৃপা লাভৰ বাবে শুভযাত্ৰা আৰম্ভ কৰি কোচবিহাৰ মধুপুৰ স্থানত সৰুতকৈ সৰু হৈ অতি সৰু হৈ তিনিডালি নগুলাৰ তলে সৰকি মহাপুৰুষ মাধৱদেৱৰ গুৰুমূৰ্ত্তি দৰ্শন কৰি গুৰুৰ কৃপালাভ আৰু গুৰু আজ্ঞা শিৰে ধৰি বিষুৰ পাদোদকি গংগাত গৈ স্নান পাণ তৰ্পণ কৰি জীৱনৰ সাৰ্থক উপলব্ধিৰে থুৰি আহি চ'ত মাহ যায় ব'হাগ আহিছে এই পূণ্য তিথি গৰু বিহুতে পুনৰ গুৰুক দৰ্শন কৰি তিনি দিন তিনি ৰাতি গুৰুমুখে গীতা ভাগৱত বেদবাণী শ্ৰৱণ কৰি শৰণতত্ব, ভক্তিতত্ব আয়ত্ত কৰি মাধৱদেৱ মহাপুৰুষৰ নুমলীয়া শিষ্য ৰূপে খ্যাতিসম্পন্ন হৈছিল। যাৰ বাবে মাধৱ পুৰুষজনাই পূৰ্ব্বৰ শ্ৰীমন্ত শংকৰ গুৰুজনৰ বাক্য মনত পেলাই কৈছিল যে তোমোৰাৰ নাম অমুকাই আমাৰ কায়ে তোমোৰাৰ কায়। আমাৰ প্ৰাণেই তোমাৰ প্ৰাণ। পিতা-পুত্ৰ সমন্বিতে তোমোৰাৰ লগত উজাললৈ যাবা কৰিম অৰ্থাৎ এয়া দশম-কীৰ্ত্তন গুৰুজনাৰ শাস্ত্ৰ দুখনি দিলোঁ। ইয়াতেই আমাৰ

গুৰুক বিদ্যমান পাবা। এয়া ঘোষা আৰু ৰত্নাৱলী শাস্ত্র দিলো। ইয়াতে আমাক বিদ্যমান পাবা। আমাৰ শেষ শাস্ত্র হৈছে নামমালিকা আৰু শেষৰ শিষ্য হ'লা তোমোৰা এই শাস্ত্রও তোমোৰাক দিলোঁ। মালা দুধাৰী ভালকৈ জপিবা। গৌৰদ্বাৰ বালাত ভোজনৰ সময়ত মধ্যাহ্ন বেলাত আমাৰো সৱৰ পূৰ্ণ মূৰ্ত্তি দৰ্শন কৰিবা। ঠাকুৰ আতা, বুঢ়া আতা, গোপাল আতা, বিষ্ণু আতাৰ কাষ চাপিবা। মজিয়ালি, টাকনি, কলয়া, দোমোজোৰ সুখ তত্ত্বৰ কথা শিকি চাৰিটি শিকি বুটলি লৈ পূৰ্ণ হোৱা যাব বুলি যিজনাক সমস্ত শক্তি ভক্তি অৰ্পণ কৰি উজনি অসমৰ গুৰু দায়িত্ব দিছিল দুৰ্গম নদী পথে ভক্ত সমে উজাই আহি নিৰ্ম্মলা বালাত কাৰোবালৰ তলত ভক্তি বলে গুৰুজনাৰ পূৰ্ণ মূৰ্ত্তি দৰ্শন কৰাই ভক্ত বান্ধৱক বিমোহিত কৰা। ওৰে পথজোৰা যাত্রাত গুৰু দুজনাৰ যশ ৰাখি প্ৰাণ ভৰি গাই ভক্তক আপ্লুত কৰি পুনৰ বৰনাৰায়ণপুৰ ধন্য কৰা অগ্নিখচিত সুবৰ্ণৰ দৰে গুৰু সংস্কৃতিৰ পোহাৰ মেলি সত্ৰাহী, কনানি, হামৰা শনাখ, কাচীকটা, ৰঘুগুৰি, কেচেৰু তল, কৰদৈগুৰি, বিজয়পুৰ, অৰ্জুনগুৰি, গজপুৰীয়া, মাকোৱাৰী, মজাখি, ডাবিডুবি, লথৰং, পচতীয়া, তাতিবাহাৰ, ডেবেৰাপাৰ, ফুলনি আদিৰ ভক্তবান্ধৱৰ সহযোগত গুৰু দুজনাৰ প্ৰচাৰিত সনাতন ভাগৱতী ধৰ্ম স্নিগ্ধভাৱে গুৰুৰ আদৰ্শ প্ৰচাৰ সংৰক্ষণৰ জাগ্রত প্ৰহৰী ৰূপে চাৰিওফালে ৰক্ষামন্ত্ৰ বন্ধ কৰা গৰাকীয়েই মহাত্মা আমাৰ গুৰু বদলা আতা নাছিল জানো? তাৰ উপৰিও সেই নৰনাৰায়ণপুৰৰ বক্ষতে এখনি প্ৰসিদ্ধ বদলা থান পাতি দুজনা গুৰুৰ তিৰোভাৱ কীৰ্ত্তন মহোৎসৱৰ পাতনি মেলি জাগৰণৰ, চলনৰ, খেলানৰ, বিৰহৰ, আনন্দৰ গীত-ৰাগৰ জোৱাৰ তুলি গুৰু দুজনাৰ ঝুমুৰা নাচ, নাদু ভংগী নাচ, চালি নাচ, বহা নাচ, বৰপ্ৰৱেশ নাচ, কৃষ্ণ নাচ, বাৰখনি ধেমালি, ওজা কীৰ্ত্তনীয়া, চপয় টৌটয়, ভাওনা, নাম পাঠ চৰিত্ৰ শ্ৰৱণ-কীৰ্ত্তন দৰ্শনৰ সুখৰ বাবেই চাউল ভোজনি ঠাপনি কীৰ্ত্তন ভাঙনি চাৰি দিনীয়াকৈ গুৰু দুজনাৰ কালজয়ী ইতিহাস মহোৎসৱ প্ৰাৰম্ভণি কৰিলে। বৰপেটা, জনিয়া, কালজৰ, চমৰীয়া আদিত এক বৰিশজোৰা সেৱা যাত্ৰাত সকলো গুৰু বান্ধৱৰ কৃপা লাভ কৰিবলৈ সক্ষম হোৱা এগৰাকী তত্ত্বজ্ঞ স্নিগ্ধ গুৰু মাধৱ পুৰুষৰ যোগ্য উত্তৰাধিকাৰী বুলি বাৰে বাৰে প্ৰশংসা পাবলৈ সক্ষম হোৱা যোগ্য পুৰুষজনেই উজনিৰ আমাৰ ধন্য আতা পুৰুষ জনাই নাছিল জানো? জীৱনৰ ভাটি বয়সত গোলাঘাট টেঙালি, বৰকলা, ঢেকেৰা, ককিলাৰ উপৰিও মাজুলী প্ৰান্তৰো নানা ঠাইত বিচৰণ কৰি ত্যাগ সহিষ্ণু প্ৰাণীৰ প্ৰতি দয়া, আদৰ্শ সদাচাৰ জীৱনৰ ব্ৰত হিচাপে লৈ থকাৰ বাবেই ৰাজবিদ্ৰোহৰ অগ্নিয়েও যাক স্পৰ্শ কৰিব

নোবাৰিলে। গুৰু দুজনাৰ পদৰজে বিধৌত কৰি যোৱা বৰ্দ্ধীণ মাজুলীত সং মুদৈ প্ৰহ্লাদৰ বাৰীত নিৰিবিলি কুটিৰত বহি মহাভক্ত হৰি আতৈ প্ৰমুখ্যে লৈ কেৱল নাম প্ৰসংগৰে আৰ্হি ৰচি জীৱকুল উদ্ধাৰৰ সোণালী পথৰ আৱিষ্কাৰে সকলোকে স্তম্ভিত আৰু মোহিত কৰি তুলিছিল।

যাৰ বাবে ৰজাৰ প্ৰতাপী বিষয়া পুৰুষোত্তম বৰুৱা, মাধৱ কোঁৱৰ, প্ৰহ্লাদ গোহাঁই, কৌ পুতিয়া বৰুৱা, কেহোমা হাজৰিকা, নন্দ ৰাজখোৱা, বনমালি কটকী, গন্ধৰ্ব মজি টমাই ৰাজখোৱা প্ৰভৃতিয়ে সততে শিষ্যত্ব গ্ৰহণ কৰিছিল। পূৰ্বকালৰ মহাভক্ত প্ৰহ্লাদৰ গাৰ নোম এডালো গজহস্তীয়ে লৰাব নোৱাৰাৰ দৰে আমাৰ আতাজনাৰ বাৰীধাপৰ এডাল খাগৰিয়ো ৰজাৰ হস্তীয়ে উভালিব নোৱাৰিলে। এনে এক বিস্ময়কৰ ঘটনাৰ পাছতেই অসম ৰজাৰ চকু মেল খালে। ডা-ডাঙৰীয়াৰ পৰামৰ্শৰে মিলা খুওৱা খেল নাৱৰে মহান আতাজনক ৰাজদৰবাৰলৈ নিয়াৰ সিদ্ধান্ত কৰিলে। ১৫৯৪ শকৰ চ'ত মাহৰ শুক্লা একাদশীৰ দিনা প্ৰাতকৰ্ম্ম শেষ কৰি প্ৰহ্লাদ মুদৈ আতৈ, হৰি আতৈ প্ৰমুখ্যে অগণন ভক্তৰ মাজত মিলা খুওৱা খেল নাৱত উঠি বিশাল সমদল যাত্ৰা কৰি যাবৰ দিনাহে অগণন লোকৰ দৃষ্টি পৰিল। সেইজন কোন মহাত্মা—চাওঁতে চাওঁতে গড়গাঁৱৰ আহোম ৰাজদৰবাৰত প্ৰৱেশ কৰিলে। ৰজা চমৎকৃত হৈ পৰিল। ১২৬ বছৰ বয়সত ভৰি দিয়া এই বৃদ্ধ পুৰুষজনৰ দৈহিক লাৱণ্য দেখিয়েই। ৰজা সিংহাসনৰপৰা নামি ঠিয় হ'ল। সসম্মানে তাৰাক বহুৱাই ৰজাই নিজেই প্ৰশ্ন কৰিলে— "তোমোৰাক কোনে জানে আৰু কোনে মানে?" আতায়ে উত্তৰ দিলে—" আমাক কোনে জানিব আৰু মানিব। দাই, মহ, ভেকুলি, মৎস্য, কচ্য, পশু, চৰাই এইসকলেহে জানিছে।" উত্তৰত ৰজাই হতবাক হৈ হুমুনিয়াহ কাঢ়ি ক'লে যিজনকে মৎস্য, কস্য, দাই-মহ, ভেকুলি পশু-পক্ষী আদিয়ে যিজনাক জানে সেইজনকে আমি মানুহ হৈ তোমোৰাক নিচিনিলোঁ। কোৱা যাওক গোসাঁই ৰাজ-অনুগ্ৰহ কি দিম পূজিম তোমোৰাক। ত্যাগৰ মূৰ্ত্তি মহাত্মা বদলা আতাই একেবাৰেই ক'লে "আমাক আন একো নালাগে হিয়া উজাৰি গল মেলি যাতে ভগৱানৰ নাম গাব পাৰো আমাক তাকেই লাগে।" ৰজাই বিস্ময়ৰ হাঁহিটি মাৰি বিনম্ৰভাৱে বিদায় দিয়াৰ বাদে আৰু কৰিব লগা একো নাথাকিল। এইগৰাকীয়ে জানো আমাৰ পুৰুষশ্ৰেষ্ঠ মহাত্যাগী আত্মাৰ সোহিত নাছিল?

এইখিনিতে এটা কথা আহিল—ভকতে কৰিলে ফল দিবাক লাগয় ৰজাক ইটো। কৃষ্ণৰ ভক্তসকলে এখনি স্বকীয়কে থান পাতিবৰ বাবে ৰজাৰ পৰা অনাপ

ভূমি বিচৰাৰ কথা ক'লে। তাৰাই ক'লে, "তোমোৰাসবেই বিচাৰিব ৰজাই দিব"— সেই বাক্যই সত্য হ'ল। ৰজাৰ ভূমি বিষয়া পুৰুষোত্তম বৰুৱাৰ অনুগ্ৰহত একালৰ দুজনা গুৰুৰ বিচৰণৰ স্থলী কমলা মুদৈৰ বাৰীৰ কাষত কঠীয়াতলি খণ্ডত দ্বিতীয় বৈকুণ্ঠৰ আৰ্হিত অগণন ভক্তৰ সহযোগত মহান আতা পুৰুষজনাই ১৫৯৫ শকৰ আঘোণ মাহৰ শুক্লা একাদশী তিথি বৃহস্পতিবাৰে সময় পূৰ্ব্বাহ্নত তাৰাসবৰ ভক্তিস্থানখনি প্ৰতিষ্ঠা কৰে। ভক্তি সৰোবৰখনিত ৰাজহংস সদৃশ ভক্তৰ সহিতে কৃষ্ণৰ যশ-ৰসৰ তাৰাৰে চৌদিশ পোহৰাই শ্ৰীমন্ত শঙ্কৰ-মাধৱ গুৰু দুজনাই বিধৌত আকাশলঙঘা প্ৰতিভাৰ বিশাল ভকতি হাত পাতি ১৫৯৮ শকৰ ভাদ্ৰ মাহৰ শুক্লা একাদশীৰ তিথিৰ দিনা নিজৰ স্থান বৈকুণ্ঠপ্ৰয়াণ কৰিলে। মহাত্মা পুৰুষজনেই আমাৰ কমলাবাৰী সত্ৰ থূলৰ আদি গুৰুজনা যাৰ বাবে আজি আমি ধৰ্ম্ম-কৰ্ম্ম, বৰ্ণ-ভাষা, দল-মত নিৰ্বিশেষে সহজে গুৰু দুজনাৰে প্ৰচাৰিত কলা-সম্ভাৰ ভোগ কৰিব পাৰিছোঁ। শেষত মিনতিৰে কওঁ ভেক হৈ চন্দ গিলাৰ এই প্ৰয়াসৰ বাবে সাধুভক্তবৃন্দই আমাক ক্ষমা কৰে যেন।



# শ্ৰীবদলা আতা আৰু আধ্যাত্মিক জীৱন

ড° মধুস্মৃতা বৰুৱা চাংকাকতি

পঞ্চদশ শতিকাত এটি অস্থিৰ সময়ত আবির্ভাব হৈ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে নৱবৈষ্ণৱ ধৰ্মৰ আমোঘ বাণীৰ 'হৰিনামৰ শ্ৰেষ্ঠত্ব আৰু দাস্যভক্তিক' মুখ্যস্থান দি অসমীয়া জাতিসত্তাৰ পুনৰ প্ৰাণ প্ৰতিষ্ঠা কৰিছিল। এই ক্ষেত্ৰত গণ-চেতনা আৰু অসমৰ মানুহৰ অৰ্থনৈতিক দিশটোৰ প্ৰতিও মহাপুৰুষজনা যথেষ্ট সচেতন আছিল। ভাষা, সাহিত্য, কলা-সংস্কৃতি আদি বিভিন্ন দিশত অসমৰ আধ্যাত্মিক তথা সাংস্কৃতিক জীৱনক নব্য ৰূপ দিয়াৰ ক্ষেত্ৰত তেৰাৰ প্ৰিয়তম শিষ্য মাধৱদেৱ আছিল নব্যৰূপকাৰ। ধৰ্ম-শিক্ষা, তৰ্ক-মীমাংসা, শ্ৰুতি, ভাগৱত, ব্যাকৰণ আদি বিভিন্ন শাস্ত্ৰত শাস্ত্ৰজ্ঞ হৈ ধ্বংসপ্ৰাপ্ত অসমীয়া জাতিটোক পুনৰ গঠন কৰিবলৈ মহাপুৰুষ শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্মৰ যি গছি বন্তি প্ৰজ্বলন কৰিছিল, সেই বন্তিত তেল ঢালি চিৰ প্ৰদীপমান কৰি ৰাখিছিল মহাপুৰুষ মাধৱদেৱে। গুৰুৰ সেৱাকে পৰম ব্ৰহ্মৰ সেৱা বুলি গণ্য কৰি গুৰুৰ আজ্ঞামতে তেৰাৰ মহাপ্ৰয়াণৰ পিছত ধৰ্মৰ প্ৰকৃত কাণ্ডাৰী হৈ মাধৱদেৱে যি বিশাল কৰ্ত্তব্য সম্পাদন কৰি গৈছিল তাৰ ফলত অসমীয়া সাহিত্য তথা ধৰ্মৰ বৰ মন্দিৰ আজিও ভাস্বৰ হৈ আছে।

অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ আন্দোলন, শঙ্কৰী আৰু উত্তৰ শঙ্কৰী যুগৰ প্ৰায় সমস্ত ইতিহাসৰ আলোচনা, গৱেষণাৰ বাবে কথাগুৰুচৰিত বা গুৰু-চৰিত কথা নামৰ

পুথিখন অপৰিহাৰ্য্য ৰূপে বিবেচিত হৈছে। এই পুথিখন পৰম্পৰাগতভাৱে সত্ৰত চলি অহা গুৰুসকলৰ গুণাৱলী কীৰ্ত্তনৰ ওপৰতেই ভিত্তি কৰি পৰৱৰ্ত্তীকালত শিষ্যসকলে ৰচনা কৰিছে। শঙ্কৰোত্তৰ সময়ৰ গদ্য-সাহিত্যৰ উৎকৃষ্ট নিদৰ্শন হিচাপে 'চৰিতপুথি' হোৱাৰ উপৰিও পৰৱৰ্ত্তী যুগৰ জীৱনী লেখকসকলে বিজ্ঞানসন্মতভাৱে জীৱনী লিখিবলৈ এই পুথিৰপৰাই সমল আহৰণ কৰিব পাৰে। এই পুথিত দুজনা গুৰু, দুজনা ঠাকুৰ, নজনা আতা, আৰু পঁচিশজনা মহন্ত— এইসকলৰ ভক্ত জীৱনৰ ৰূপায়ণৰ লগতে তেখেতসকলৰ সংস্পৰ্শলৈ অহা ভালেমান লোকৰ বিশেষ একোটা দিশো ইয়াত উল্লেখ কৰা হৈছে। গতিকে এই পুথিখনিক মধ্যযুগীয়া অসমৰ ধৰ্ম, সমাজ-সংস্কৃতি আদি সমগ্ৰ দিশৰ এখন নিৰ্ভৰযোগ্য দলিল হিচাপে চিহ্নিত কৰিব পাৰি।

অসমৰ সত্ৰ অনুষ্ঠান অসমীয়া সংস্কৃতিৰ আৰু আধ্যাত্মিক জীৱনৰ এটা মহত্ত্বপূৰ্ণ অংগ বুলি ক'ব পাৰি। সংস্কৃত শাস্ত্ৰত 'সত্ৰ' শব্দৰ প্ৰয়োগ বেদৰপৰা আৰম্ভ কৰি পুৰাণলৈকে পোৱা যায় আৰু সেই শব্দ যজ্ঞৰ সলনি ব্যৱহাৰ কৰিছিল। সত্ৰ সম্পৰ্কে বা শব্দৰ সংজ্ঞা সম্পৰ্কে প্ৰথম অসমীয়া গদ্যকাৰ দামোদৰদেৱৰ প্ৰধান শিষ্য বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্যই (চমুকৈ ভট্টদেৱ) এনেদৰে উল্লেখ কৰিছিল—'য'ত ভগৱানৰ ভক্তসকলে সৎধৰ্ম আচৰণ কৰে, য'ত প্ৰতিদিনে ন প্ৰকাৰ ভক্তি আচৰণ কৰা হয়, বৈষ্ণৱ সুৰ (দেৱতা) বন্দিত সেই ঠাই অতি উত্তম ক্ষেত্ৰ আৰু তাত থকা বৈষ্ণৱসকল হৰি পৰায়ণ অৰ্থাৎ বিষ্ণুভক্ত।'

অসমৰ বিভিন্ন ঠাইত প্ৰতিষ্ঠিত সত্ৰসমূহৰ ভিতৰত কমলাবাৰী, আউনীআটী, গড়মূৰ, দক্ষিণপাট— এইবোৰ সম্পূৰ্ণ 'কেৱলীয়া সত্ৰ' হিচাপে পৰিচিত। মহাপুৰুষ মাধৱদেৱে যি বাৰজন প্ৰধান ধৰ্মাচাৰ্য্যৰ কান্ধত ধৰ্মৰ ভাৰখন স্থাপিত কৰিছিল তাৰ ভিতৰত পদ্ম আতা বা বদলা আতাই 'কমলাবাৰী সত্ৰ' প্ৰতিষ্ঠা কৰি 'হৰি নাম কীৰ্ত্তন'ক আগস্থান দি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পূৰ্বপুৰুষসকলে এই কমলাবাৰী সত্ৰৰ শিষ্যত্ব গ্ৰহণ কৰিছিল বুলি উল্লেখ কৰিছে। উক্ত গ্ৰন্থত বেজবৰুৱাদেৱে বদলা বা বদুলা আতাৰ চৰিত্ৰৰ বহুবোৰ দিশ সুন্দৰভাৱে চিত্ৰিত কৰিছে। সেয়েহে বদলা বা পদ্ম আতাৰ চৰিত্ৰৰ আধ্যাত্মিক জীৱনৰ দীঘ আৰু বাণীক তিনিটা পৰ্য্যায়ত ভাগ কৰি বিশ্লেষণ দাঙি ধৰা হ'ল—

**প্ৰাৰম্ভিক ঃ**

চৰিতকাৰৰমতে ৰবনাৰায়ণপুৰৰ তিজা চোমদাৰ আৰু সত্যাৰ কনিষ্ঠ পুত্ৰ

হিচাপে বদলা বা পদ্ম আতাৰ জন্ম হয়। তেওঁলোকৰ আন দুটি জ্যেষ্ঠ-সন্তান হৈছে শঙ্কৰদাস আৰু বহুৰমা। পূৰ্বপুৰুষসকল কুণ্ডিলনগৰৰ সুৱৰাজ আৰু যুৱৰাজ নামেৰে ধনী-মানী প্ৰধান কায়স্থ আছিল। সুৱৰাজৰ পুত্ৰৰ নাম লৱ আৰু যুৱৰাজৰ পুত্ৰৰ নাম কুশ। দুয়ো দেশৰ দুৰ্যোগত নাৰায়ণপুৰত বসতি লোৱাৰ পিছত লৱৰ তিতা-চোমদাৰ আৰু গোপাল, কুশৰ এটি পুত্ৰৰ নাম শ্যাম চোমদাৰ আৰু তেওঁৰ পুত্ৰৰ নাম পুৰুষোত্তম। তিতা চোমদাৰৰ অকাল বিয়োগ হোৱাত খুৰাক গোপালৰ তত্ত্বাবধানত তেওঁলোক ডাঙৰ-দীঘল হ'বলৈ ধৰিলে। সময়ত জ্যেষ্ঠ ভাতৃ আৰু ভগ্নীৰ বিবাহ, মাতৃৰ বিয়োগ আৰু খুৰাকৰ বিয়োগৰ অন্তত পদ্ম আতাই জ্যেষ্ঠ ভাতৃৰ সৈতে দিন অতিবাহিত কৰিবলৈ ধৰিলে। সেই সময়ত হোৱা ডফলা যুদ্ধৰ বাবে জ্যেষ্ঠ ভাতৃৰ আজ্ঞামতে পদ্ম আতাই আন বায়তৰ সৈতে যুদ্ধলৈ গৈছিল। যুদ্ধৰ সময়ত 'নটৰ ল'ৰা দুটি'ৰ মৃত্যু হোৱা দেখি শোকত দগ্ধ হৈ ডফলাৰ বিৰুদ্ধে তেওঁ অস্ত্ৰ ধৰিলে। কিন্তু ডফলাই নানা অস্ত্ৰেৰে আঘাত হানিবলৈ চেষ্টা কৰিলেও তেওঁৰ গাত লাগি উফৰি আহে। এই দৃশ্যই ডফলাসকলক 'পদ্মআতা' যে সহজ ব্যক্তি নহয়, আধ্যাত্মিক শক্তিৰে পৰিচালিত তাকে ভাবিবলৈ বাধ্য কৰায় আৰু 'দেও মানুহ' বুলি আখ্যা দি তাতে এৰি থৈ যায়।

ঘৰলৈ উভতি আহোঁতে জীৱবধ, নৰবধ আদিৰ দৃশ্যাৱে তেওঁক ব্যথিত কৰিলে আৰু সংসাৰ যে ক্ষণভঙ্গুৰ, অনিত্য তাকে ভাবিবলৈ বাধ্য কৰায়। আতাৰ মন লাহে লাহে হৰি নামৰ পিনে ঢাল খায়। ককায়েক-বৌয়েকৰ ইচ্ছাত বিবাহ কৰাই গৃহস্থী ধৰ্ম পালন কৰাৰ মন মেলিছিল যদিও সেইবোৰে হৰিনামত বিঘিনি ঘটাব বুলি ভাবি লাহে লাহে পিঠি দিবলৈ ধৰিলে। গতিকে তেওঁ বিষয় চিন্তাতকৈ আধ্যাত্মিক চিন্তাক আগস্থান দি সেইভাৱে পৰিচালিত হ'বলৈ ধৰিলে।

**দ্বিতীয় পৰ্য্যায় ঃ**

জয়ভাৰতী নামৰ ব্ৰাহ্মণ এজনৰ ওচৰত শাস্ত্ৰ পঢ়ি নিজৰ আধ্যাত্মিক জীৱনৰ ভেটি সুদৃঢ় কৰাৰ পথত তেওঁ অগ্ৰসৰ হ'ল। 'হৰিনাম চৰ্চাত' বিঘিনি নহ'বৰ বাবে পিতৃভেটি এৰি ভাগিনীয়েকে জগন্নাথ চৰণৰ সৈতে লগ লাগি হৰি নামৰ ব্ৰাহ্মণ এজনৰ পুখুৰীৰ পাৰত ঘৰ সাজি থাকিবলৈ ল'লে। মহাপুৰুষ মাধৱদেৱৰ বিৰচিত 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থখন জয়ভাৰতীৰপৰা আনি থাপনাত প্ৰতিষ্ঠা কৰি হৰিনাম পূৰ্ণোদ্যমে চলাই থাকিল। পদ্ম আতাৰ মন হৰিনামৰ প্ৰতি দুগুণে চৰিল আৰু 'লৱৰ নাতি গোসাঁই' বুলি চাৰিওফালে গুণ বিয়পি পৰিবলৈ ধৰিলে। পদ্ম আতাৰ এই খ্যাতি সহ্য কৰিব নোৱাৰি জয়ভাৰতীয়ে তেওঁৰ ৰত্নাৱলী গ্ৰন্থখন লৈ যায়।

জয়ভাৰতীৰ ভাতৃ হৰিভাৰতীয়ে পুনৰ থাপনাত থ'বলৈ মহাপুৰুষ মাধৱদেৱ বিৰচিত "ৰাজসূয় যজ্ঞ"খন দিয়াত আতাৰ মনৰ বেজাৰ মাৰ গ'ল।

মহাপুৰুষ মাধৱদেৱৰ শিষ্য ভাটোকুচি আতা অৰ্থাৎ কেশৱচৰণে গুৰুজনাৰ বাক্যমতে উজনিলৈ আহি বংশীগোপালদেৱৰ থানলৈ আহিছিল। ইয়াৰ পিছত হৰিপুখুৰীৰ পদ্ম আতাৰ বহালৈ আহি আতাৰ আধ্যাত্মিক চিন্তা-চৰ্চ্চাত মোহিত হৈ গুৰু মাধৱদেৱৰ সাক্ষাতৰ ব্যৱস্থা কৰি দিব বুলি আশ্বাস দিলে। বহুদিনৰপৰাই দেখি অহা সপোন ফলিওবাৰ মানসেৰে আতাই গুৰু দৰ্শনৰ বাবে কি দ্ৰব্য লৈ যাব সুধিলে। তেতিয়া ভাটোকুচি আতাই ক'লে, "বিস্তৰ দ্ৰব্য নালগে। চাউল, লোণ, তেল আৰু যাবলৈ এখনি নাও প্ৰস্তুত কৰি ৰাখা"। এই ভাটোকুচি আতাৰ সৈতে ভাগিনীয়েক জগন্নাথচৰণক লগত লৈ পদ্ম আতা গুৰুদৰ্শন তথা শৰণৰ বাবে যাত্ৰা কৰিলে। মহাপুৰুষ মাধৱদেৱৰ চৰণ দৰ্শন পাই আতা পৰম আনন্দিত হ'ল আৰু 'গুৰুৰ চৰণ' 'ৰাজসূয় কাব্য'ৰ জৰিয়তে চিনি পোৱা বুলি উল্লেখ কৰিলে। গুৰুৰ উপদেশমতে গঙ্গালৈ গৈ আতাই স্নান কৰি 'গঙ্গাজল, গঙ্গামৃত্তিকা, তেঁতেলি আৰু বিচিত্ৰ চেনি' এই সকলো দ্ৰব্য আনি ব'হাগৰ মানুহ বিহুৰ দিনা গুৰুৰ চৰণত অৰ্পণ কৰিলে। গুৰুজনে আতাই অনাৰ দৰে 'গঙ্গাজল, গঙ্গামৃত্তিকা' আগতে পোৱা নাই বুলি উচ্চ প্ৰশংসা কৰিলে। আতাৰ ঘৰৰ সবিশেষ বিৱৰণ লৈ গুৰুজনে আতাক ধৰ্মৰ দীক্ষা দিবলৈ ধৰিলে।

**তৃতীয় পৰ্য্যায় ঃ**

গুৰুজনে আতাক 'ধৰ্ম-ধৰিবৰ' উপযুক্ত বুলি মনেৰে বিবেচনা কৰি সাত দিন ধৰ্মৰ দীক্ষা দিবলৈ ধৰিলে। সেইকেইদিন মহাপুৰুষজনে আতাক তত্ত্বৰ উপদেশ দি, বাঞ্ছিতৰ বস্তু কীৰ্ত্তন কৰি, 'এক ভাণ্ডৰপৰা আন ভাণ্ডলৈ যেনেকৈ জল বাকে সেইদৰে বল, বীৰ্য্য, পৰাক্ৰম, শক্তি, ভক্তি সকলোকে আতাক প্ৰদান কৰিলে।' সাতদিনৰ মূৰত গুৰুজনে তেওঁক ক'লে 'বাপু লব-নাতি, তুমি উজানক প্ৰতি যাব লাগে, তাত ধৰ্ম প্ৰকাশ কৰিবলৈ। পূৰ্ব্বে শ্ৰীশঙ্কৰ গুৰুদেৱে মোক উজানলৈ যাবলৈ আজ্ঞা কৰিছিল, সখি নাৰায়ণ দাসে প্ৰাৰ্থনা কৰি মোক ৰাখিলে। সেই আজ্ঞা পালি, এতিয়া তুমি মোৰ গাৰ বদলস্বৰূপ হৈ ধৰ্ম প্ৰচাৰ কৰিবলৈ উজানলৈ যোৱা।' তেতিয়াৰপৰা তেওঁৰ নামৰ পদ্ম আতাৰ সলনি 'বদলা বা বদুলা আতা' ৰূপে বিখ্যাত হৈ পৰিল। গুৰুজনে জগতে ধৰ্মৰাজ্যৰ সীমাৰ কথাও জনালে। সোণকোহৰপৰা ৰুকনদীলৈকে এইডোখৰ মথুৰাদাসৰ আৰু ৰুকনদীৰপৰা ব্ৰহ্মকুণ্ডলৈ পদ্ম আতাৰ। দশম, কীৰ্ত্তন শাস্ত্ৰত শ্ৰীশঙ্কৰ গুৰু, যোৱা বস্ত্ৰাৱলীত

আমাক দেখিবা বুলি চাৰি শাস্ত্ৰ দিলে।' ইয়াৰ উপৰিও মাধৱদেৱে গুৰুজনাৰ সেৱা কৰা "মালা আৰু নাম গোৱা মন্দিৰা তাল" আতাক প্ৰদান কৰে। 'নামমালিকা' গ্ৰন্থখন হাতত দি ক'লে যে এই পুথিখন 'বিষ্ণু, যদুমণি আৰু গাভৰু খাঁ আতৈ'ক দি তেওঁলোকে লিখি লোৱাৰ পিছত মূল শাস্ত্ৰখন বদলা আতাৰ লগত ৰাখিবলৈ উপদেশ দিলে। পদ্ম আতাই শিৰ পাতি সকলো গ্ৰহণ কৰি ক'লে— 'বাপ ভকতবস্তুক যেন পাম আৰু ভকতক পাই প্ৰাণাধিক্যকৈ পুহি ৰাখিব পাৰিম।' গুৰুবাক্য মানি সকলো কৰ্ম কৰি কিছুদিনৰ মূৰত নাৰায়ণপুৰ পালেগৈ।

বদলা আতাই কলানীভেটিত থাকোঁতেই বাঢ়ৈ আতৈ, সাৰঙ্গপাণি, মুকুন্দ, মুৰাৰি, জয়হৰি আদি বহুতো লোকে আতাৰ ধৰ্ম গ্ৰহণ কৰিলে। বেজবৰুৱাৰ বংশৰ উপৰিপুৰুষ ধাৰ্মিক পুৰুষোত্তম বৰুৱাই ইয়াতে বদলা আতাৰ ধৰ্মক গ্ৰহণ কৰে। হৰি আতৈৰ সুচিন্তাৰ বলতেই পৰৱৰ্তী সময়ত পুৰুষোত্তম বৰুৱাৰ কমলাটেঙাৰ সুন্দৰ বাৰীখন আতাই সত্ৰ স্থাপন কৰিবৰ বাবে লাভ কৰিলে। তাতে নামঘৰ, মণিকূট, ভকতৰ হাটীবহা, পুখুৰী আদি নিৰ্মাণ কৰাই সুন্দৰকৈ সত্ৰ স্থাপন কৰা হ'ল আৰু সেই সত্ৰৰে নাম "কমলাবাৰী সত্ৰ" ৰূপে জনাজাত হ'ল। কলানীঘাট, হৰি পুখুৰীৰপৰা মুদৈ ভেটি' আদি গোটেই উজনিতে বিভিন্ন ঠাইত আতাই হৰি ধৰ্মৰ ৰস বিলাইছিল। মুদৈভেটিত থাকোঁতেই 'ৰত্ন দলৈ, আতৈ, কৌপতীয়া বৰুৱা, পৰীক্ষিত কোঁৱৰ, অনন্ত কটকী, তেলীয়া কটকী, চিনাতলীয়া আতৈ আদি বহুতো লোকে বদলা আতাৰ ধৰ্ম গ্ৰহণ কৰি হৰি নামৰ মাহাত্ম্য দুগুণে বৃদ্ধি কৰি আধ্যাত্মিক জ্ঞানৰ পোহৰ লাভ কৰিছিল।

এইদৰে বদলা বা বদুলা বা পদ্ম আতাই ১৩০বছৰ জীয়াই থাকি বৈষ্ণৱ ধৰ্মৰ ধ্বজা উৰুৱাবলৈ সক্ষম হৈছিল। তেওঁ জীৱনৰ কণ্টকময় সময়তো আধ্যাত্মিক জীৱনৰ প্ৰতি আগ্ৰহী হৈ হৰিনামৰ ৰসত আপ্লুত হোৱা বাবে বিষয়ী জীৱনৰ প্ৰতি কোনোদিনেই আকৃষ্ট হোৱা নাছিল। বদলা আতাই বৰপেটা সত্ৰৰ মথুৰাদাস বুঢ়া আতাৰ প্ৰতি যি সম্মান প্ৰদৰ্শন কৰিলে তাৰ আঁৰত তেখেতৰ আধ্যাত্মিক প্ৰভাৱেই নিহিত হৈ আছে। আতাৰ এই আধ্যাত্মিক জ্ঞান আৰু শিষ্যসকল, ভকতসকলক দি যোৱা প্ৰকৃত জ্ঞানৰ বলতেই কমলাবাৰী সত্ৰ আজিও একেদৰে উজলি আছে।



# শ্ৰীশ্ৰীবদলা পদ্ম আতা ঃ এক বিৰল ব্যক্তিত্ব

**দেৱীচৰণ বেগণ**

ভাৰতবৰ্ষৰ উত্তৰ-পূৰ্ব্বাঞ্চল বৈষ্ণৱ ধৰ্ম্মৰ পীঠস্থান অসম ৰাজ্যত, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, মাধবদেৱ, দামোদৰদেৱ, হৰিদেৱৰ পিছতেই ধৰ্ম্মগুৰু তথা পঞ্চম মহাপুৰুষখ্যাত শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ আবিৰ্ভাব হয়।

নৱবৈষ্ণৱ ধৰ্ম্মৰ পীঠস্থান, একালৰ শস্যে-মৎস্যে উভৈনদী এটকা মহত্তৰ ঠাই মাজুলী কমলাবাৰী সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ ধৰ্ম্মগুৰু কিম্বদন্তি তথা প্ৰবাদপুৰুষ বদলা পদ্ম আতাৰ ৪৬০ তম জন্মজয়ন্তীৰ মাহেন্দ্ৰ ক্ষণত, সেইগৰাকী ধৰ্ম্মগুৰু তথা মহান পুৰুষগৰাকীক সশ্ৰদ্ধ প্ৰণাম জনাই, গুৰুজনাৰ অলৌকিক জীৱন চৰিত্ৰ তথা অসমীয়া জাতিলৈ আগবঢ়োৱা অনবদ্য অৱদান বিহংগম দৃষ্টিত আলোকপাত কৰিব খুজিছোঁ।

"আজন্ম হৰিভক্ত, বিষয় জঞ্জালত বিৰকতি, হৰিত ভকতি।" এই তিনি বাক্যত নিজকে বিলাই দিয়া তাহানিৰ মাজুলীৰ আদি কমলাবাৰী সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ, ধৰ্ম্মগুৰু শ্ৰীশ্ৰীবদলা পদ্ম আতা। সেইগৰাকী মহান পুৰুষৰ জীৱন চৰিত্ৰ অতি বৈচিত্ৰ্যময়, ত্যাগময়, আলোকময়। ত্যাগৰ অবিহনে মানুহৰ জীৱনত মহৎ গুণ অৰ্জন কৰা অসম্ভৱ। মহান ত্যাগত বলিয়ান সেইগৰাকী ধৰ্ম্মগুৰুৰ, ল'ৰালি কালৰপৰা জীৱনৰ শেষ বয়সলৈকে অলৌকিক তথা বৈচিত্ৰ্যময় জীৱন

চৰিত্ৰ পৃথিৱীত জন্ম গ্ৰহণ কৰা মহাপুৰুষসকলৰ লগত কোনোগুণে কম নহয়। গতিকে অসম ভূমিত জন্মগ্ৰহণ কৰা শঙ্কৰ, মাধৱ, দামোদৰ, হৰিদেৱৰ পিছতে শ্ৰীশ্ৰীবদলা পদ্ম আতাক পঞ্চম মহাপুৰুষ বুলি কোৱাৰ অকাট্য যুক্তি আছে।

শ্ৰীশ্ৰীবদলা পদ্ম আতাই বাল্যকালৰপৰাই তাহানিৰ ঈশ্বৰ ভক্ত ধ্ৰুৱ, প্ৰহ্লাদৰ দৰেই হৰি ভক্তিত, হৰি কীৰ্ত্তনত, আত্মনিয়োগ কৰি মানুহৰ কল্যাণ সাধন কৰাই জীৱনৰ ব্ৰত বুলি চিৰ শাশ্বতঃ সত্যৰ সন্ধান পালে হৰি ভক্তিৰ যোগেদি।

গুৰুচৰিতত কৈছে —

"ভাৰতে মনুষ্যতনু সেহুৰে নাপাইবা পুনু
মহাভাগৱত শাস্ত্ৰে কয়।
কোটি কল্প অনন্তৰে জীৱে নৰদেহ ধৰে
যদি থাকে পুণ্যৰ সঞ্চয়।।
পায়া আছা জন্ম যিটো দেৱৰ বাঞ্ছনী ইটো
আক আৰে ব্যৰ্থ কৰা কিক।
যত মহা যজ্ঞ দান কোটি শত তীৰ্থ স্নান
হৰিনামে সবাতো অধিক।।"

## গুৰুজনাৰ আবিৰ্ভাৱ তথা বংশ পৰিচয়

১৪৮৬ শকৰ জেঠ মাহৰ শুক্লা একাদশী তিথিৰ শুক্ৰবাৰে পদ্ম আতাই জন্ম গ্ৰহণ কৰে। জন্মলগ্নতেই গুৰুজনাৰ শৰীৰৰ অৱয়ৱ ইমানেই মনোমোহা তথা কমনীয় আছিল যে অঞ্চলৰ সকলো ৰাইজ মুগ্ধ হৈছিল। জ্যোতিষীয়ে জ্যোতিষ শাস্ত্ৰ গণনা কৰি ক'লে যে :—

"কমল নয়ন সুচান্দ বদন শুক্ল কাঁচ এই বালক পদ্মৰ দৰেই জ্যোতিষ্মান হ'ব। দীপ্তিমান হ'ব শুক্ল বা পবিত্ৰ ধৰ্ম্ম প্ৰচাৰ কৰিব বুলি সদ্যজাত শিশুৰ নাম ৰাখিলে পদ্ম।"

পদ্ম আতাৰ পিতৃৰ নাম তিতা চোমদাৰ। মাতৃৰ নাম হ'ল সত্যা। সন্তান জন্মৰ হেতু পিতৃ চোমদাৰ, মাতৃ সত্যা আনন্দত মতলীয়া হ'ল। পৃথিৱীত জন্মগ্ৰহণ কৰা অৱতাৰী পুৰুষ, মহাপুৰুষসকলৰ জন্ম, ল'ৰালি কাল তথা জীৱনজোৰা ইতিহাসৰ লগত পদ্ম আতাৰ জীৱন কাহিনীৰ বহুতো মিল আছে। অসমৰ ধৰ্ম্ম, ভাষা, সাহিত্য, কৃষ্টি-সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰক মহাপুৰুষ শঙ্কৰদেৱ, খৃষ্ট ধৰ্ম্মৰ প্ৰবৰ্ত্তক যীশুখৃষ্ট, মুছলমান ধৰ্ম্মৰ প্ৰবৰ্ত্তক হজৰত মহম্মদ, বৌদ্ধধৰ্ম্মৰ প্ৰবৰ্ত্তক

বৌদ্ধদেৱ আদি ধৰ্ম্মগুৰু তথা মহাপুৰুষসকলৰ বাল্যকালতে পিতৃ-মাতৃ বিয়োগ হোৱাৰ দৰেই ধৰ্ম্মগুৰু পদ্ম আতাৰ দুবছৰ ছমাহ বয়সতেই তেৰাৰ দেউতাক পৰলোকগামী হয়।

ওপৰত উল্লেখ কৰা মহাপুৰুষসকলৰ জন্ম কাহিনী তথা বাল্যকালৰ অলৌকিক কাহিনীৰ লগত ধৰ্ম্মগুৰু পদ্ম আতাৰ জীৱন কাহিনী কোনোগুণেই কম নহয়। পদ্ম আতাৰ দেউতাক পৰলোকগামী হোৱাৰ পিছতেই তেৰাৰ তথা পৰিয়ালবৰ্গলৈ নামি আহিছিল অভাৱ-অনাটনৰ এক গভীৰ বোজা। সম্বলহীনা পদ্মৰ মাক সত্যাই বালক পোনা শঙ্কৰ আৰু পদ্মৰ ভৱিষ্যত চিন্তা কৰি, নিজৰ জন্মস্থান ধলপুৰৰ পিতৃগৃহলৈ গুচি আহিল। মোমায়েকৰ ঘৰত বালক পদ্ম আৰু ককায়েক শঙ্কৰে ভৱিষ্যতৰ বাবে শিকিবলগীয়া সকলো শিক্ষা গ্ৰহণ কৰি জীৱনৰ খলাবমা বাটত নিজৰ জীৱন-তৰী মেলি দিলে সংসাৰৰ ভৱসাগৰ পাৰ হ'বৰ বাবে। পদ্ম মেধাৱী ছাত্ৰ আছিল। শ্ৰীশঙ্কৰদেৱৰ দৰেই পদ্ম আতাৰ ল'ৰালিকাল অলৌকিক কাহিনীৰে ভৰা। পদ্ম আতাৰ ল'ৰালিকালৰ পৰাই বৈচিত্ৰ্যময় কাৰ্য্যকলাপ দেখি ওচৰ-চুবুৰীয়াৰ মনত কৌতূহল সৃষ্টি হৈছিল। যিবোৰ কাৰ্য্যকলাপ ভগৱান শ্ৰীকৃষ্ণ আৰু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বাহিৰে অন্য কোনো মহাপুৰুষৰ ক্ষেত্ৰত দেখা পোৱা নাযায়। ল'ৰালি কালৰপৰা পদ্ম আতাৰ অলৌকিক তথা বৈচিত্ৰ্যময় কাৰ্য্যকলাপ দেখি ওচৰ-চুবুৰীয়াই পদ্ম আতাক শ্ৰীমন্ত শঙ্কৰদেৱৰ দৰেই স্বয়ং ভগৱানৰ অংশৰূপে অৱতাৰ গ্ৰহণ কৰা পুৰুষ বুলিয়েই ধাৰণা কৰিছিল।

## পদ্ম আতাৰ পূৰ্ব্বপুৰুষ

পদ্ম আতাৰ পূৰ্ব্বপুৰুষ আছিল কুণ্ডিল ৰাজ্যৰ। কুণ্ডিল ৰাজ্যৰ সম্ভ্ৰান্ত তথা প্ৰভাৱশালী ব্যক্তি আছিল ইন্দুশ্বৰ। এসময়ৰ মহাকাব্য মহাভাৰতখ্যাত বিখ্যাত নগৰী কুণ্ডিলত অশান্তিৰ পৰিস্থিতিৰ উদ্ভৱ হৈছিল। সেই অশান্তিৰ পৰিৱেশৰপৰা পৰিত্ৰাণ বিচাৰি পদ্ম আতাৰ উপৰিপুৰুষ কুণ্ডিলৰপৰা আহি উত্তৰ লক্ষীমপুৰৰ অন্তৰ্গত নাৰায়ণপুৰৰ সত্ৰাহী নামৰ ঠাইত নিগাজীকৈ বসবাস কৰিবলৈ ল'লে। ইন্দুশ্বৰৰ পুত্ৰ হ'ল সুৰৰাজ। সুৰৰাজৰ পুত্ৰ হ'ল লৰ। লৰৰ পুত্ৰ হ'ল চোমদাৰ। সেই চোমদাৰেই পদ্মৰ পিতৃ। লৰৰ নাতি পদ্ম বুলিয়েই খ্যাত হ'ল। পাঁচ বছৰ কাল ধলপুৰত শংকৰ আৰু পদ্মক লৈ থাকি আই সত্যাদেৱীয়ে পুনৰ সত্ৰাহীলৈ ঘূৰি আহে। ইতিমধ্যে শঙ্কৰে এগৰাকী সতী কন্যাৰ পাণি গ্ৰহণ কৰিলে। বিয়াৰ কিছুদিনৰ পিছতেই মাতৃ সত্যাদেৱী বৈকুণ্ঠগামী হয়। অবৰ্ণনীয় দুখ-কষ্টৰ মাজেদি

শঙ্কৰ আৰু পদ্মৰ জীৱন অতিবাহিত হ'ল। সময় বৈ নাথাকে। সময়ৰ লগত বাট বুলোঁতে পদ্মও ডাঙৰ হ'ল। সেই কালৰ নিয়ম অনুসৰি সূৰ্য্যসিৰি নামৰ এজন ব্যক্তিৰ সূৰ্য্যা নামেৰে এগৰাকী কন্যাৰ পাণি গ্ৰহণ কৰিলে পদ্মাই। পদ্মই বিষয় জঞ্জালত ভৰি দিয়াৰ কথা ভবা নাছিল। পৰিয়ালৰ অনুৰোধ এবাৰ নোৱাৰি সাতবছৰীয়া কন্যা সূৰ্য্যা নামৰ এজনী ছোৱালীৰ পাণি গ্ৰহণ পতিগৃহ গৰকাই পুনৰ কন্যাক পিতৃগৃহত ৰখাৰ ব্যৱস্থা কৰিলে। পদ্ম আতাই নিজৰ মনক হৰিত অৰ্পণ কৰি পত্নীৰ মুখ চাবলৈকে মন নবহা হ'ল। বিষয়-বাসনা তথা জঞ্জালৰ মায়া-মোহৰ জালত আবদ্ধ নাথাকি হৰিৰ ওচৰত নিজৰ দেহ-প্ৰাণ অৰ্পণ কৰাত পদ্ম আতা নিমগ্ন হ'ল। যেনেকৈ লোহাই চুম্বকত আকৰ্ষিত হয়।

সেই সময়ত অসমৰ উত্তৰাঞ্চলত ডফলাসকল, মধ্য অসমত কছাৰীসকলৰ উপদ্ৰৱত অসমত অশান্তিৰ সৃষ্টি হৈছিল। দেৱ-দেৱীৰ নামত হাঁহ-পাৰ আদি জীৱ-জন্তু বলি দিয়াৰ প্ৰথা চলিছিল। ধৰ্ম্ম-নীতি-নিয়মবৰ্জিত মৰা-কটা আদি বীভৎস ব্যভিচাৰ চলিছিল অসম দেশত। তেনে এক যুগ সন্ধিক্ষণত পৰম ব্ৰহ্মাৰ অংশ লৈ অৱতাৰ গ্ৰহণ কৰিছিল শ্ৰীমন্ত শঙ্কৰদেৱ। শাস্ত্ৰত কৈছে :—

"মাধৱ বদতি শুনা সৃষ্টিকৰ।
ইটো অৱতাৰৰ কথা শুনা বিধিবৰ।।
ছদ্মৰূপ ধৰি শূদ্ৰকুলে হৈবো জাত।
হৈবোহো শঙ্কৰ নামে জগত বিখ্যাত।"

অৱতাৰী পুৰুষ যুগজয়ী মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে অসমত শতাধিক সত্ৰ স্থাপন কৰাৰ লগতে মাজুলীত বিখ্যাত পঞ্চসত্ৰ স্থাপন কৰিলে। সেই বিখ্যাত পাঁচ সত্ৰৰ ভিতৰত অন্যতম বিখ্যাত সত্ৰ হ'ল কমলাবাৰী সত্ৰ। সেই বিখ্যাত পাঁচ সত্ৰ হ'ল :—

১। কমলাবাৰী ২। আউনীআটী ৩। দক্ষিণপাট ৪। গড়মূৰ ৫। এলেঙি সত্ৰ

ভকত বৈষ্ণৱৰ জনসংখ্যা বৃদ্ধি, ঠাইৰ অভাৱ তথা প্ৰাকৃতিক দুৰ্য্যোগৰ পৰিপ্ৰেক্ষিতত অন্যান্য সত্ৰৰ দৰেই মূল কমলাবাৰী সত্ৰও তিনিভাগত বিভক্ত হ'ল — ১। মূল কমলাবাৰী সত্ৰ ২। নতুন কমলাবাৰী সত্ৰ ৩। উত্তৰ কমলাবাৰী সত্ৰ। মূল কমলাবাৰী সত্ৰই গৰাখহনীয়াৰ কবলত পৰি ৰঙাপুৰৰ দক্ষিণে তিতাবৰৰ মহিমাবাৰীত স্থাপিত হ'ল। সত্ৰসমূহৰ সত্ৰাধিকাৰ তথা ধৰ্মাচাৰ্যসকলক বাহিৰেও বৈষ্ণৱ ভকতবৃন্দই ঐকান্তিকভাৱে বিষয়-বাসনা ত্যাগ কৰি গৃহী ধৰ্ম এৰি ধৰ্ম

প্ৰচাৰ-প্ৰসাৰত আত্মনিয়োগ কৰাৰ উপৰিও অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰত এক উল্লেখযোগ্য অবদান আগবঢ়াই আহিছে। উদাহৰণ হিচাপে নতুন কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু শ্ৰীশ্ৰীনাৰায়ণদেৱ গোস্বামী প্ৰভুৱে অসমীয়া সাহিত্যলৈ বহুমূলীয়া লেখনীৰে অমূল্য অবদান আগবঢ়াইছে।

আধুনিকতাৰ প্ৰদূষণে স্পৰ্শ কৰিব নোৱাৰা চাৰিওফালে পানীৰে আবৃত পৃথিৱীৰ বৃহত্তম নদীদ্বীপ মাজুলীত বিখ্যাত পাঁচ সত্ৰ স্থাপন কৰিলে। এটকা মহত্তৰ ঠাই বুলি খ্যাত মাজুলী এসময়ত দধি-দুগ্ধ, শস্যে-মৎস্যে উভৈনদী ভোগালী ঠাই আছিল। গড়াখহনীয়া তথা বানপানীৰ গৰাহত পৰি তাহানিৰ মাজুলী আজি বুঢ়ী আইৰ সাধুত পৰিণত হ'ল। মহাপুৰুষসকলৰ বিভিন্ন তিথিবোৰ ভাদ মাহতে পৰে। মাজুলীৰ বিভিন্ন মহাপুৰুষীয়া সত্ৰবোৰত হৰিনামৰ ধ্বনিয়ে মৰতৰ মাজুলীত সৰগৰ নন্দন কানন সৃষ্টি কৰিছিল।

"হৰি নাম ৰসে বৈকুণ্ঠে প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি।।

গুৰুজনাৰ আদৰ্শেৰে পদ্ম আতাই দুদিনীয়া সংসাৰত মানুহৰ ক্ষন্তেকীয়া জীৱনত বিলাস-বৈভৱত মজি অধঃপতন হোৱাতকৈ ঈশ্বৰ প্ৰাপ্তিৰ পথ জনসাধাৰণক দেখুৱাবৰ বাবে পদ্ম আতাই গৃহস্থী ধৰ্ম্মৰ প্ৰতি বিৰাগ ভাব জন্মি এক প্ৰাণ একমনে আত্মাক পৰম আত্মাৰ লগত লীন নিয়াবলৈ হৰিকীৰ্ত্তনত নিজক বিলাই দিলে। হৰি বা ভগবানৰ ওচৰত আত্মসমৰ্পণ কৰি আধ্যাত্মিক ভাবাদৰ্শেৰে সহস্ৰাধিক শিষ্যক ধৰ্ম্ম দৰ্শনৰ গুৰুত্বপূৰ্ণ তথা কঠিন বিষয়ক অতি সহজতে হৰিনাম লৈ বৈষ্ণৱৰ গতিপথ দেখুৱাই দিছিল পদ্ম আতাই। কমলাবাৰী সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ পদ্ম আতাই আজীৱন অচলা হৰি ভক্তিত নিজকে বিলাই দি অতি বিচক্ষণতাৰে সত্ৰ পৰিচালনা কৰি যুগ যুগান্তৰলৈ যি অমৰ খ্যাতি ৰাখিলে, তেনে উদাহৰণ অতি বিৰল।

## কমলাবাৰী সত্ৰ প্ৰতিষ্ঠাৰ অতীত কাহিনী

দীননাথ বেজবৰুৱাৰ দ্বাৰা ৰচিত 'গুৰুচৰিত' পুথি মতে শ্ৰীশঙ্কৰদেৱৰ উপৰিপুৰুষসকল মাজুলীৰ ৰত্নপুৰত আছিল। নিজৰ বংশ-পৰিয়ালক চাবলৈ মনস্থ কৰি শঙ্কৰ গুৰুৱে এদিন মাধৱদেৱ আৰু ৰামৰায় আতৈক লগত লৈ ভকতসকলক লৈতে আহিল মাহুত উজনিলৈ নাৱেৰে যাত্ৰা কৰিলে :—

"শ্ৰীশঙ্কৰ শ্ৰীমাধৱ ৰাম ৰাম আদি।
সবেও যাইবাক মন কৰিলেক যদি।।
আশ্বিন মাসত সবে নৌকা নিয়োজিলা।
ৰতনপুৰক লাগি সবেও চলিলা।।" —১০৫৮, ৰক্ষচৰিত।

ব্ৰহ্মপুত্ৰইদি উজাই আহি ৰতনপুৰলৈ বুলি টুনী নদীয়েদি সোমাই আহিল। কিছুদূৰ অহাৰ পিছত আৰু আগবাঢ়িব নোৱাৰা হ'ল। ধুমুহাত নৈৰ পাৰৰ গছ পৰি বাট বন্ধ হ'ল ঃ—

"ব্ৰহ্মপুত্ৰে গৈয়া টুনী ভিতৰে সোমাই।
কিছুদূৰ গৈয়া আৰু যাইবে নাপাৰাই।।
কাষ্ঠসবে পৰি টুনী নদী ভেটি আছে।
তাক দেখি গুৰুজনে ভাবিলন্ত পাছে।।" —১০৫৯, ৰক্ষচৰিত।

ভাবি-চিন্তি গুৰুজনাই টুনী নদীৰ কিনাৰত বসবাস কৰি থকা কমলা নামৰ মুদৈৰ ঘৰলৈকে ভকতসকলৰ পঠাই দিলে। কমলা মুদৈয়েও ভকতসকলক দৰশন পাই পৰম সন্তোষ লভিলে। আৰু তেৰাসকলক আশ্ৰয় দি বাহৰ সাজিবলৈ অনুৰোধ কৰিলে। সেই ঠাইতে দুয়োজনা গুৰু শঙ্কৰ-মাধৱে বাহৰ পাতি ভকতসকলৰ সৈতে সাত দিন সাত ৰাতি নাম-কীৰ্ত্তন কৰি কটালে।

"কমলা নামত মুদৈ সেই স্থানে ঘৰ।
তাৰ স্থানে ভক্ত পঠাইলে গুৰুবৰ।।
মুদৈয়ে দেখিয়া গুৰু ভক্ত সকলক।
পৰম সাদৰে দিলা গৃহ সাজিবাক।।
গুৰু ভক্ত বাসা কৰি সাত দিন তাতে।
হৰিৰ কীৰ্ত্তন সবে কৰি প্ৰতি নিতে।।" —১০৬০, ৰক্ষচৰিত।
আৰ উজাই যাইবাক নপাৰি উভটিলা।
বঢ়াৰ পোৰ হন্তে হৈবাক বুলিলা।। —১০৬১, ৰক্ষচৰিত।

শঙ্কৰ গুৰুৱে মাধৱ পুৰুষক ক'লে, "বাপ আতে বঢ়াৰ পোৰ যোগে সত্ৰ এখন হ'ব।" গুৰুজনাৰ বাক্য অনুসৰি কিছুদিনৰ পিছত শ্ৰীশঙ্কৰ গুৰুৱে নিজে ব্যৱহাৰ কৰা "তাল, মালা, শাস্ত্ৰ" দি উজনিত সত্ৰ প্ৰতিষ্ঠা কৰিবলৈ আদেশ দি নিজে ভাটীলৈ যাত্ৰা কৰে। মাধৱ পুৰুষে বিভিন্ন অসুবিধাত নিজে যাব নোৱাৰি, মাধৱদেৱৰ বদলি পদ্ম আতাক উজনিৰ মাজুলীত সত্ৰ স্থাপন কৰিবৰ বাবে ভাৰ অৰ্পণ কৰিলে। পদ্ম আতাই শ্ৰীমন্ত শঙ্কৰ গুৰুৰ আজ্ঞামতে আৰু মাধৱ পুৰুষৰ

পৰামৰ্শক্ৰমে মাধৱ পুৰুষৰ বদলি, এসময়ত শঙ্কৰ গুৰুৱে কমলা মুদৈৰ বাৰীত সত্ৰ স্থাপন হ'ব বুলি কোৱা বাক্যমতে কমলা মুদৈৰ বাৰীত সত্ৰ স্থাপন কৰিলে যি সত্ৰৰ নাম কমলাবাৰী সত্ৰ নামে আজিও বিখ্যাত। মাধৱ পুৰুষৰ বদলি পদ্ম আতাই কমলাবাৰী সত্ৰ স্থাপন কৰা বাবে পদ্ম আতা বদলা আতা নামে জনাজাত হ'ল। কালক্ৰমত বদলা আতাই বদুলা আতা নামেৰেও জনাজাত হ'ল।

সাতামপুৰুষীয়া কমলাবাৰী সত্ৰ তাহানি মাজুলীত বছৰ বছৰ ধৰি হৰিনামৰ ধ্বনিৰে অসমীয়াৰ ধৰ্ম্ম-সংস্কৃতিৰ বিজয়ধ্বজা সগৌৰৱে জিলিকাই ৰাখিছিল। কালৰ কি কুটিল গতি — গৰাখহনীয়াৰ প্ৰাকৃতিক দুৰ্য্যোগত পৰি শস্যে-মৎস্যে নদন-বদন যাউতি-যুগীয়া কমলাবাৰী সত্ৰ স্থানান্তৰিত হৈ তিতাবৰ মহকুমাৰ অন্তৰ্গত মহিমাবাৰীত পুনৰ সংস্থাপন হ'ল। সত্ৰাধিকাৰ তথা ভকত বৈষ্ণৱসকলৰ ঐকান্তিক বৈষ্ণৱ প্ৰেমৰ নিদৰ্শনেৰে কমলাবাৰী সত্ৰই আজিও মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰগুৰুৰ অদ্বিতীয় বৈষ্ণৱ ধৰ্ম্ম, কৃষ্টি, সংস্কৃতিৰ কেন্দ্ৰবিন্দু হিচাপে যুগ-যুগান্তৰলৈ হৰি নামৰ ধ্বনিৰে অসমীয়াৰ ধৰ্ম্ম, কৃষ্টি-সংস্কৃতি সগৌৰৱে ঘোষণা কৰি অসমীয়াৰ আধ্যাত্মিক ভাবধাৰা চিৰসেউজ কৰি ধৰ্ম্ম দৰ্শনৰ বিজয়ধ্বজা উৰুৱাই জিলিকাই ৰাখিছে।

## কমলাবাৰী সত্ৰৰ বিশেষত্ব

১। আহোম স্বৰ্গদেৱে সুদূৰ থাইলেণ্ডৰপৰা অসমত পদাৰ্পণ কৰি, নিজস্ব ধৰ্ম্ম, দৰ্শন, সাজ-পোছাক ত্যাগ কৰি বৃহত্তৰ অসমৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত তেতিয়াৰ অসমৰ আৰ্য্যমূলীয় ধৰ্ম্ম, দৰ্শন, সাজ-পোছাক, আচাৰ-ব্যৱহাৰ আদি সামাজিক ব্যৱস্থাৰ ওপৰত গুৰুত্ব আৰোপ কৰি সাতৰাজ মাৰি একৰাজ কৰাৰ সংকল্প (প্ৰায় সাত ভাগত বিভক্ত অসমক একভাগ কৰাৰ) গ্ৰহণ কৰা আহোম স্বৰ্গদেৱে দিলা খুউৱা ময়ূৰ পখী নৌকাৰে আহোম ৰাজসভালৈ শ্ৰীশ্ৰীবদলা পদ্ম আতাক যথাবিহিত মান-মৰ্য্যাদাৰে নিয়া আপুৰুগীয়া আটকধুনীয়া সুবৰ্ণখচিত নৌকাখনি অসমৰ আপুৰুগীয়া সম্পত্তিৰ সংগ্ৰহালয়ত আজিও জিলিকি আছে।

২। ভৰত মুনিৰ নাট্যশাস্ত্ৰই হ'ল পঞ্চমবেদ্। সেই পঞ্চম বেদ্ তথা নাট্যশাস্ত্ৰৰ সংৰক্ষণ, প্ৰচাৰ-প্ৰসাৰৰ একমাত্ৰ মাধ্যম হ'ল সত্ৰ অনুষ্ঠান। কমলাবাৰী সত্ৰৰ 'ৰাম বিজয়' নাটকৰ অভূতপূৰ্ব্ব প্ৰদৰ্শনত, অভিভূত হৈ অসমৰ গৌৰৱ তাহানিৰ ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলী আহমেদে কমলাবাৰী সত্ৰৰ বৈষ্ণৱ বৃন্দৰদ্বাৰা 'ৰাম বিজয়' নাট পৰিৱেশন কৰি সুদূৰ ইণ্ডোনেচীয়াত তাহানিৰ কমলাবাৰী সত্ৰ , অসম তথা ভাৰতবৰ্ষৰ গৌৰৱ অক্ষুণ্ণ ৰাখিলে।

৩। তিতাবৰ অঞ্চলত বহু সৰু সৰু সত্ৰ আছিল যদিও সত্ৰীয়া নৃত্যৰ প্ৰভাৱ তিতাবৰত পৰা নাছিল আৰু সত্ৰীয়া নৃত্যৰ মূল্যবোধ অনুভৱ কৰা নাছিল।

১৯৭৫ চনত সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী ৰাজৰ্ষিস্বৰূপ প্ৰয়াত শৰৎ সিংহৰ দিনতে গৰাখহনীয়াত বিধ্বস্ত আদি কমলাবাৰী সত্ৰক তিতাবৰৰ মহিমাবাৰীত পুনৰ সংস্থাপন দি প্ৰকৃত মানবীয়তাৰ পৰিচয় যুগান্তৰলৈ ৰাখি থৈ গ'ল।

**সামৰণি ঃ—** পৰিবৰ্ত্তনশীল জগতৰ সকলো জাগতিক বস্তুৰ পৰিবৰ্ত্তন অনিবাৰ্য্য। ঠিক তেনেকৈ পৃথিৱীত বাস কৰা বিভিন্ন গোষ্ঠী-জনগোষ্ঠীৰ, থকা-মেলা, খোৱা-বোৱা, আচাৰ-ব্যৱহাৰ, পিন্ধন-উৰণ, নীতি-নিয়মৰ পৰিবৰ্ত্তন হোৱাটো খাটাং। গতিকে আজিৰপৰা প্ৰায় ৫০০ বছৰ আগতে অসমৰ ধৰ্ম্ম, কৃষ্টি, সংস্কৃতি সংৰক্ষণ, প্ৰচাৰ-প্ৰসাৰৰ বাবে প্ৰতিষ্ঠিত একমাত্ৰ সমূহীয়া অনুষ্ঠান সত্ৰ অনুষ্ঠানৰ পুৰুষানুক্ৰমে চলি অহা নীতি-নিয়মবোৰ যুগধৰ্ম্মৰ লগত সামঞ্জস্য ৰাখি সৰলীকৰণ হোৱাটো বাঞ্ছনীয়।

চাৰিমুঠি জীৱৰ ভিতৰত মানুহ জাতিয়েই সৰ্ব্বশ্ৰেষ্ঠ। এই মানুহে আজি বহুতো উন্নতিৰ পথত আগবাঢ়ি আহিল। আজি বিশ্বায়নৰ যুগ। সাধাৰণ শিক্ষাত আমি বহুতো আগবাঢ়িলোঁ। কিন্তু আধ্যাত্মিকতা, নৈতিকতা তথা মানসিকতাৰ পতন ঘটিছে।

বৈষ্ণৱ ধৰ্ম্ম শঙ্কৰদেৱৰ পিছত চাৰি সংহতিত বিভক্ত হৈছিল। আজিৰ যুগত বহু ভাগত বিভক্ত হ'ল। বহুতো লোকৰ সত্ৰৰ প্ৰতি বিৰাগ ভাব জন্মা প্ৰত্যক্ষ কৰিছোঁ। বহুতো লোকৰ গুৰুৰ ওচৰত শৰণাপন্ন হোৱাত অনীহা ভাব দেখা পোৱা গৈছে। আজিৰ অসমত ধৰ্ম্মৰ বহুতো শাখা-প্ৰশাখাৰ সৃষ্টি হ'ল, সেই সম্পৰ্কে আলোচনা কৰি শেষ কৰিব নোৱাৰি।

অৱশেষত ক'ব খোজোঁ অসমীয়াৰ ধৰ্ম্ম-কৃষ্টি-সংস্কৃতিৰ ৰক্ষণাবেক্ষণ তথা প্ৰচাৰ-প্ৰসাৰৰ একমাত্ৰ অনুষ্ঠান সত্ৰানুষ্ঠানবোৰৰ ৰক্ষণাবেক্ষণ তথা সৰ্ব্বাঙ্গীন উন্নতিৰ বাবে সকলো অসমীয়াৰ দায়িত্ব তথা নৈতিক কৰ্ত্তব্য অসীম।



# শ্ৰীবদলা পদ্ম আতাৰ ধৰ্ম আৰু সংস্কৃতি

**উপেন বৰুৱা**

যিগৰাকী মহান পুৰুষৰ ধৰ্মীয় আদৰ্শই এটা সময়ত বৰনদীৰ পৰা পৰশুৰাম কুণ্ডলৈকে সমাজক সমৃদ্ধ কৰি তুলিছিল মহাপুৰুষ মাধৱদেৱৰ গাৰ বদলেৰে যিগৰাকী সন্তই একশৰণ নামধৰ্ম প্ৰচাৰে উজনি অসমক পৱিত্ৰ কৰি তুলিছিল, শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ, শ্ৰীশ্ৰীবদলা সত্ৰ আৰু শ্ৰীশ্ৰীফুলনি থানকে আদি কৰি ২৪ খন থান সত্ৰ যিগৰাকীয়ে প্ৰতিষ্ঠা কৰিছিল সেইগৰাকী আতা পুৰুষৰ জন্ম হয় বৰনাৰায়ণপুৰৰ সত্ৰাহী গাঁৱত ১৪৬৮ শকৰ জেঠ মাহৰ শুক্লা একাদশী তিথিত।

মহাপুৰুষ মাধৱদেৱ আৰু পদ্ম আতাৰ মিলন মণিকাঞ্চন মিলনৰ দৰে অপ্ৰত্যাশিত নাছিল। বৰঞ্চ সুদীৰ্ঘ মানসিক প্ৰস্তুতি আৰু আন্তৰিক পৰিকল্পনাৰে মাধৱদেৱক সাক্ষাৎ কৰি প্ৰত্যক্ষ সান্নিধ্যত থাকি শৰণ, ভজন আৰু ভক্তিতত্ত্ব সকলো লৈ মহাপুৰুষৰ বদলি আতা পুৰুষে উজনিৰ উপাচাৰ্যৰ দায়িত্ব গ্ৰহণ কৰিছিল। সেইবাবেই উজনি অসমত সত্ৰীয়া কৃষ্টি-সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰবো গুৰিয়াল আছিল বদলা পদ্ম আতা। আতা পুৰুষে নিজে সত্ৰৰ বৈষ্ণৱৰ সৈতে বৰপেটা সত্ৰলৈ গৈ নাম প্ৰসঙ্গৰ আৰ্হি, নৃত্য, গায়ন-বায়ন আদি সকলোৰে শিক্ষা লৈ আহি উজনি অসমত সেই মহাপুৰুষীয়া কলা-সংস্কৃতি প্ৰচাৰ কৰেহি। সেই সময়ৰ ভোগবাদী সামাজিক বাতাৱৰণ ত্যাগ কৰি আতা পুৰুষে উজনিত যি

সংস্কৃতি প্ৰতিষ্ঠা কৰিলে সেইবাবেহে আজি আমি সত্ৰীয়া সংস্কৃতি বৰ্ত্তমানৰ ৰূপ দেখিবলৈ পাইছোঁ। যি সময়ত ৰজাক তোষামোদ নকৰিলে সন্ত-মহন্তৰ ওপৰত ৰাজকীয় উৎপীড়নে সীমা চেৰাই গৈছিল, যুক্তি আৰু বিচাৰতকৈ কু-সংস্কাৰ আৰু অন্ধবিশ্বাসে মানুহৰ বিচাৰ বিবেচনা আচ্ছন্ন কৰি ৰাখিছিল, তেনে এক পংকিলময় পৰিৱেশত শ্ৰীশ্ৰী বদলা পদ্ম আতাই দুজনা মহাপুৰুষৰ আদৰ্শেৰে একশৰণ নাম ধৰ্মৰ বাণীৰে আমাক সত্য শিৱ সুন্দৰৰ আৰাধনাৰ বাবে প্ৰেৰণা যোগাইছিল।

প্ৰেৰণাৰ উৎস সেইজনা আতাপুৰুষক হয়তো আজি কেইবছৰমানৰ আগলৈকে অসমৰ বাইজে জনা নাছিল। এয়া আমাৰ সকলোৰে প্ৰচাৰ কাৰ্যত অনীহা আৰু অবহেলা। অৱশ্যে বদলা আতা নিজেও এগৰাকী প্ৰচাৰবিমুখ আৰু দুজনা মহাপুৰুষকহে প্ৰচাৰৰ ওচৰত আতা পুৰুষে গুৰুত্ব দিছিল। বৰ্ত্তমান আমি আতাপুৰুষৰ প্ৰসন্ন সেৱক সকলো একগোট হৈ দুজনা মহাপুৰুষক মুখ্যস্থানত ৰাখি শ্ৰীশ্ৰী বদলা পদ্ম আতাক অসমৰ জনসাধাৰণৰ মাজত পৰিচয় কৰি দিয়াৰ উদ্দেশ্যেই গঠন কৰা হৈছে " শ্ৰীশ্ৰী বদলা পদ্ম আতা ধৰ্ম আৰু সংস্কৃতি সেৱা সমিতি, অসম"।

অসমৰ আতা থূলৰ সত্ৰসমূহৰ আতা পুৰুষৰ তিৰোভাৱ তিথিভাগ পৰম্পৰাগতভাৱে পালন কৰি অহা হৈছে যদিও জন্ম তিথিভাগ পালন কৰা হোৱা নাছিল। ২০০২ চনত প্ৰথমবাৰৰ বাবে নাৰায়ণপুৰৰ শ্ৰীশ্ৰীবদলা সত্ৰত এই তিথিভাগ পালন কৰা হয়। তাতেই এটা প্ৰস্তাৱ লোৱা হৈছিল যে আতা পুৰুষৰ এই জন্ম তিথিভাগ প্ৰতিবছৰে উলহ-মালহে পালন কৰা হওক আৰু উৎসৱভাগ পালনৰ বাবে এখন স্থায়ী সমিতি গঠন কৰা হওক, তাৰেই ফলশ্ৰুতিত আজি পাঁচ বছৰে এই উৎসৱভাগ পালন কৰা হৈছে। শ্ৰীশ্ৰীবদলা পদ্ম আতা ধৰ্ম আৰু সংস্কৃতি সেৱা সমিতি, অসম নামেৰে এক ৰাজ্যিক ভিত্তিত অনুষ্ঠান গঠন কৰা হৈছে। প্ৰথম বছৰ শ্ৰীশ্ৰীবদলা সত্ৰত, দ্বিতীয় বছৰ আতাৰ জন্মস্থান শ্ৰীশ্ৰীসত্ৰাহী সত্ৰত, তৃতীয় বছৰ বিহপুৰীয়া গোসাঁইপথুৰীত, চতুৰ্থ বছৰ মাজুলীৰ শ্ৰীশ্ৰী উত্তৰ কমলাবাৰী সত্ৰত মহাপয়োভৰে এই উৎসৱভাগ পালন কৰি অহা হৈছে। যোৱা বছৰ উত্তৰ কমলাবাৰী সত্ৰত অনুষ্ঠিত হৈছিল আৰু এইবাৰ তিতাবৰৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰত অনুষ্ঠিত হৈছে।



# কমলাবাৰী সত্ৰৰ নামকৰণ

[দীননাথ বেজবৰুৱা কৃত 'বৰ চৰিত' পুথিৰ পৰা উদ্ধৃত - সম্পাদক]

১) বদলা আতাৰ নাম আছিল পদ্মকান্ত বা কমলাকান্ত, তেওঁৰ স্থাপিত সত্ৰ কাৰণে কমলাবাৰী সত্ৰ বোলে।

২) সাধুসকলে কয় কুণ্ডিলৰপৰা ৰুক্মিণীক শ্ৰীকৃষ্ণই হৰণ কৰি নিওঁতে ৰুক্মিণীৰ মূৰৰ কমল পুষ্প এই ঠাইত পৰিছিল বাবে কমলাবাৰী বোলে।

৩) কমলা নামৰ মুদৈৰ টুনী নদীৰ পাৰত বাৰী আছিল। শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ ৰতনপুৰলৈ যাম বুলি আহি কমলা মুদৈৰ বাৰীতে ৭ দিন আছিল আৰু শ্ৰীশংকৰদেৱে বাক্য বুলিছিল কাৰণেও কমলাবাৰী আৰু ৭ দিনীয়া বাপুৰৰ সাতদিনীয়া থানো বোলে।

—'ক' কাৰ : পুৰুষঃ কৃষ্ণ সচ্চিদানন্দ বিগ্ৰহ :

৪) 'ক' কাৰ অৰ্থে সৎচ্চিদানন্দ কৃষ্ণক বোলে।

'ম' কাৰৰ্থে জীৱসকল বিধিকৈঙ্কৰ্য্য নিপুণ :

'ম' কাৰৰ অৰ্থে বিধিমতে ঈশ্বৰৰ গুণ কীৰ্ত্তনত ৰতি-প্ৰীতি কৰি থকা ভক্তসকলক কয়।

'লা' লাস্কলন্দাত্মকং প্ৰেমসুখং তয়োশ্চ কীৰ্ত্তিতম্

'লা' অৰ্থে একেজন শ্ৰীকৃষ্ণ প্ৰেম প্ৰাপ্তিৰ কামনাৰে ভক্তসকল সদায়ে

নিমগ্ন থাকে।

এই তিনিওটি সংযোগত "কমলা" হ'ল কৃষ্ণ প্ৰাপ্তি হেতু বাস কৰাত বাৰী নামে খ্যাত গতিকে কমলাবাৰী সত্ৰ বোলে।

সত্ৰ অৰ্থে সমাজ, ব্ৰহ্ম অৰ্থে বিচাৰক সমাজ।



# শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈ বেজবৰুৱা পৰিয়ালৰ অৱদান

দেৱানন্দ বৰুৱা

উজনি অসমত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাৰদ্বাৰা প্ৰৱৰ্ত্তিত নৱবৈষ্ণৱ ধৰ্ম বা একশৰণ নামধৰ্ম প্ৰচাৰৰ কাৰণে দুজন সন্ত পুৰুষৰ প্ৰতি দুজনা গুৰুৰ বাক্য হৈছিল। তাৰে এজন উজনি অসমৰ অবিসম্বাদী ধৰ্ম গুৰু শ্ৰীশ্ৰীবংশী গোপালদেৱ, আনজন হ'ল সন্ত পুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতা। শ্ৰীশ্ৰীবংশী গোপালদেৱে প্ৰথমে নাৰায়ণপুৰত প্ৰতিষ্ঠা কৰে দেৰেৰাপাৰ সত্ৰ। তাৰ পাছত্তে ব্ৰহ্মপুত্ৰৰ দক্ষিণত ধনশিৰীৰ পাৰৰ এঠাইত কুৰুৱাবাহী নামৰ স্থানত সত্ৰ পাতে। শ্ৰীশ্ৰীবংশী গোপালদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত এই কুৰুৱাবাহীৰ সত্ৰৰ পৰাই কালক্ৰমত মাজুলীত সৃষ্টি হয় প্ৰধানতঃ তিনিখন ব্ৰহ্মসংহতিৰ বজাঘৰীয়া সত্ৰ। শ্ৰীশ্ৰীনিৰঞ্জনদেৱৰদ্বাৰা আউনীআটী, শ্ৰীশ্ৰীজয়হৰিদেৱৰদ্বাৰা গড়মূৰ আৰু শ্ৰীশ্ৰীবনমালীদেৱৰ দ্বাৰা দক্ষিণপাট সত্ৰ আৰু আনজন সন্ত পুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতাৰদ্বাৰা নিকাসংহতিৰ সত্ৰ কমলাবাৰী। শ্ৰীশ্ৰীবদলা পদ্ম আতাই প্ৰথমে নাৰায়ণপুৰৰ সন্ধ্যানী নামৰ স্থানতে সত্ৰ পাতি কেইদিন একশৰণ নামধৰ্ম প্ৰচাৰ কৰি থকাৰ পাছত দুজনাগুৰুৰ মিলন ক্ষেত্ৰ পবিত্ৰস্থান মাজুলীলৈ যাত্ৰা কৰিলে সংগী ভকতসকল লগত লৈ। তেৰাই প্ৰথমে মাজুলীৰ মুখে ভেটিত থান পাতি কিছুদিন থকাৰ পাছত সংগী হৰিচৰণ আতৈয়ে ক'লে বাপ মুখে ভেটিত থান

পাতি থাকিলে থানখনিৰ নাম মুদৈ ভেটিয়েই হ'ব। "সেয়ে পৃথক মৃত্তিকালৈ থানখনি স্থায়ীভাৱে পতাতো ভাল হ'ব।" তেতিয়া শ্ৰীশ্ৰীবদলা পদ্ম আতাই ক'লে, "পৃথক থান পতাৰ কাৰণে মৃত্তিকা পোৱা যাব ক'ত?" উত্তৰত হৰি আতৈয়ে ক'লে,— "মুদৈৰ ভেটিৰ কাষত দেখোন পুৰুষোত্তম বেজবৰুৱাক ৰজাই দিয়া প্ৰকাণ্ড কমলাটেঙাৰ বাৰীখন আছে। সেই বাৰীখন খুজিলে ধৰ্মপ্ৰাণ বৰুৱাই নিশ্চয় থান পাতিবৰ কাৰণে দিব।" পুৰুষোত্তম বেজবৰুৱা এজন ধৰ্মপ্ৰাণ বিদগ্ধ পণ্ডিত আৰু সুদক্ষ কবিৰাজ আছিল। তেৰা আছিল আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজ কৰ্মচাৰী। অৱশ্যে ৰাজবিষয়া হঁলেও ৰাজকাৰ্যৰ প্ৰতি তেৰাৰ অনিচ্ছা আহিছিল আৰু তাৰ বিপৰীতে ধৰ্মৰ প্ৰতি সমস্ত ধাউতি আহিছিল। ইতিমধ্যে হৰি আতৈৰ পৰামৰ্শমতে শ্ৰীশ্ৰীবদলা পদ্ম আতাই বেজবৰুৱাৰ কাৰণে ভকত পঠালে। পুৰুষোত্তম বেজবৰুৱাই 'ভকত সৱক তেৰাৰ গৃহত হঠাৎ দেখা পাই সেৱা শুশ্ৰূষা কৰি শুধিলে, "বাপসৱ তোমাৰাসৱ কিয় অহা হ'ল? — ভকতসৱে ক'লে "বৰুৱাদেউ আমাৰ গুৰুজন শ্ৰীশ্ৰীবদলা পদ্ম আতাই আপোনাৰ কমলাটেঙাৰ বাৰীখনিত এখনি পবিত্ৰ থান পাতিবৰ কাৰণে মানস কৰিছে। এই কথা শুনা মাত্ৰেই ধৰ্মপ্ৰাণ বেজবৰুৱা আনন্দত আত্মহাৰা হ'ল আৰু কোনো দ্বিধাবোধ নকৰাকৈ প্ৰকাণ্ড বাৰীখন থান পাতিবৰ কাৰণে আতাক চমজাই দি কৃতাৰ্থ হ'ল। সেই স্থানত অৰ্থাৎ পুৰুষোত্তম বৰুৱাৰ ভূমিতে ভকতসৱে কীৰ্ত্তন গৃহ, মণিকূট, আতাৰ গৃহ, হৰি আতৈ গৃহ আৰু ভকতৰ বাহৰ সাজি দ্বিতীয় বৈকুণ্ঠৰ আৰ্হিত থান নিৰ্মাণ কৰে। পুৰুষোত্তম বৰুৱাৰ ভূমি দানেৰে মহাপুৰুষ শ্ৰীশ্ৰীপদ্ম আতাই অগণন ভকত বৈষ্ণৱৰ সমাগমত শুভদিন, শুভতিথি চাই ১৫৯৫ শক (১৬৭৩) আঘোণ মাহৰ শুক্লা একাদশী তিথি বৃহস্পতিবাৰে কীৰ্ত্তন গৃহত নাম-প্ৰসঙ্গ, ভাগৱত পাঠ আদি মাংগলিক কাৰ্য্যৰে শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ শুভ উন্মোচন কৰে। এয়ে ঐতিহ্য প্ৰাচীন কমলাবাৰী সত্ৰৰ উৎপত্তি। এই সত্ৰতে সন্ত পুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতাই একশৰণ নাম ধৰ্মৰ লগতে গুৰুদুজনাৰ দ্বাৰা সৃষ্টি সমল, সংস্কৃতি, নৃত্য-গীত, ভাওনা নিখুঁতভাৱে লিখি গৈছিল।

শ্ৰীশ্ৰীবদলা পদ্ম আতাই সুদীৰ্ঘ ১৩০ বছৰ কাল ধৰ্মাধিকাৰ হৈ পবিত্ৰ নামধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰ কৰি থাকি হঠাৎ ভকতসৱক কন্দুৱাই থৈ বৈকুণ্ঠধামলৈ গতি কৰিলে। তেৰাৰ পাছত এই কমলাবাৰী সত্ৰখনিৰ ধৰ্মাধিকাৰ হয় স্বৰ্গীয় হৰিচৰণ আতৈৰ কনিষ্ঠ ভাতৃ শ্ৰীৰাম আতৈ। তেৰাৰ পৰা ১৪জন ধৰ্মাধিকাৰে সত্ৰখনি চলাই থকাৰ পিছত কালক্ৰমত সত্ৰখনি বিভক্ত হ'ব লগা হ'ল। সেই

সত্ৰত শ্ৰীকৃষ্ণকান্ত দেৱগোস্বামী অধিকাৰ হোৱাত প্ৰথম অধিকাৰ শ্ৰীবিষ্ণু চন্দ্ৰদেৱে কমলাবাৰী সত্ৰৰ উত্তৰ দিশে টুনী নদীৰ পশ্চিমত চকলাৰী গ্ৰাম্য মাটিত পৃথকে সত্ৰ পাতে।' সেয়ে নতুন সত্ৰখনিৰ নাম হ'ল উত্তৰ কমলাবাৰী সত্ৰ বা গ্ৰাম্য সত্ৰ।

পূৰ্বৰ দৰে এই নব প্ৰতিষ্ঠিত সত্ৰখনিতো পুৰুষোত্তম বৰুৱাৰ উত্তৰ পুৰুষ স্বৰ্গীয় দীননাথ বেজবৰুৱাদেৱে গৃহ নিৰ্মাণকে ধৰি বিভিন্ন দিশত সত্ৰখনিৰ উন্নয়নত অৱদান আগবঢ়াই বেজবৰুৱাৰ পৰিয়ালটি উত্তৰ কমলাবাৰী সত্ৰৰ একান্ত সেৱক হৈ থাকে।

প্ৰণিধানযোগ্য যে পুৰুষোত্তম বৰুৱাৰ উত্তৰ পুৰুষেই হ'ল — অসমৰ ভাষা সাহিত্যৰ ওজা ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা আৰু অসমীয়া ভাষাৰ অনন্য গ্ৰন্থ হেমকোষ প্ৰণেতা স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাদেৱ। উত্তৰ কমলাবাৰী সত্ৰৰ একনিষ্ঠ সেৱক ধৰ্মপ্ৰাণ স্বৰ্গীয় দীননাথ বেজবৰুৱাদেৱে মৃত্যুৰ এসপ্তাহৰ আগতে উত্তৰ কমলাবাৰী সত্ৰলৈ গৈ ভকতৰ বহাতে শেষ নিশ্বাস এৰি জীৱন ধন্য কৰে। সেয়ে প্ৰতিষ্ঠিত দিনৰপৰা সত্ৰখনিৰ প্ৰতি বেজবৰুৱা পৰিয়ালৰ অৱদান যথাৰ্থতে অতুলনীয়। ঐতিহ্যপূৰ্ণ প্ৰাচীন নিকাসংহতিৰ সত্ৰখনিৰ লগত আমাৰ পূৰ্বপুৰুষ পুৰুষোত্তম বৰুৱা প্ৰমুখ্যে বেজবৰুৱা পৰিয়ালটি একান্তভাৱে জড়িত থকাৰ কাৰণে আমিও পৰম ভাগ্যবান বুলি ভবাৰ থল আছে।



# সত্ৰৰ অতীত আৰু বৰ্ত্তমান পটভূমিৰ চমু আভাস

সোণাৰাম শৰ্ম্মা বুঢ়াভকত

অদ্বিতীয় মহাপুৰুষ শ্ৰীশঙ্কৰ-মাধৱ গুৰু দুজনাৰ উপৰিও আৰাসৱৰ শিষ্য মথুৰাদাস বুঢ়া আতা, ভৱানীপুৰীয়া গোপাল আতা, নাৰায়ণ দাস ঠাকুৰ আতা, চামৰীয়াৰ বৰ বিষ্ণু আতা, উজনীয়া বদলা পদ্ম আতা, বংশী গোপাল আতা প্ৰভৃতিয়ে মানৱ জীৱনৰ প্ৰকৃত মূল্যবোধ পৰিস্ফুত কৰি মানুহৰ সমাজখনত সঁচা অৰ্থত ধৰ্ম্মীয় আৰু আধ্যাত্মিক চিন্তাৰ উৎকৰ্ষ সাধনৰ লগতে আৰু এখোজ আগুৱাই গৈ সুকুমাৰ শিল্পকলাদিৰো চৰ্চ্চাৰ ঝৰঘৰ স্বৰূপে প্ৰচলন বা সৃষ্টি কৰিছিল সত্ৰসমূহৰ। অসমৰ প্ৰান্তে প্ৰান্তে মানুহক ঐক্যবদ্ধ কৰি সামাজিক শৃংখলা ৰক্ষা আৰু সংস্কৃতিবান মানুহ গঢ় দি তোলাই আছিল ইয়াৰ অন্যতম উদ্দেশ্য আৰু মহান লক্ষ্য।

শ্ৰীমন্ত শঙ্কৰ গুৰুজনাই কৈছিল —

"ব্ৰাহ্মণ চণ্ডালৰ নিবিচাৰি কুল,
চোৰত দাতাত জান দৃষ্টি একতুল।"

আৰু কৈছে — "সকলো প্ৰাণীত দেখিবেক আত্মাসম।"

আৰু — "নাহি ভকতিত জাতি অজাতি বিচাৰ"

তাৰাৰ প্ৰিয় শিষ্য বড়াৰপো মাধৱদেৱেও কৈছে —

"নোহো জ্ঞানা আমি চাৰি জাতি        চাৰিয়ো আশ্ৰমী নোহো আতি
        নোহো ধৰ্ম্মশীল দানব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ        গোপীভৰ্ত্তা পদ কমলৰ
        দাসৰ দাস তান দাস ভৈলো আমি।"

গুৰুজনাই নিজেই কৈছে যে আমি ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ একো জাতি নহওঁ, গৃহাশ্ৰমী, বৰ্ণাশ্ৰমী আদিও নহওঁ, জ্ঞানী, দানী, ব্ৰতী একো নহওঁ। হওঁ আমি কেৱল ভক্ত গোপীসকলৰ প্ৰিয়বল্লভ পূৰ্ণানন্দ হৰিৰ দাসৰো দাস। তাৰাই আকৌ কৈছে —

"কেৱল ভকতিয়েই পুৰুষক তাৰে, সহায় কাকো নাচায়ে" একমাত্ৰ ভকতিয়েই ভগৱত প্ৰাপ্তিৰ চৰম নিদৰ্শন আৰু সমাজ ৰক্ষাৰো কৰচ।

আমাৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ মূলৰ আদিগুৰু পদ্ম আতা পুৰুষজনায়ো মহাপুৰুষৰ ওচৰত অতি বিনয়পূৰ্ব্বকভাৱে ভিক্ষা মাগিছিল, গলে বস্ত্ৰ বান্ধি কান্ধে জোলোঙা বৈ ভক্তক যেন পুহিব পাৰোঁ। ভকতেই যেন মোৰ প্ৰাণৰ বান্ধৱ হওক। আতা পুৰুষজনাৰ মূল লক্ষ্য আছিল প্ৰাণীৰ প্ৰতি দয়া, অতি নিঃকিনজনৰো আপোন হ'ব পৰা। সেইসকল মহানুভৱ পুৰুষৰ উত্তৰাধিকাৰী গুৰু-শিষ্য তথা ভক্তই নিজকে সামন্ত প্ৰভুলৈ ৰূপান্তৰ কৰি সমাজৰ প্ৰতিপত্তি লাভ কৰাৰ উপৰিও ভোগবিলাসৰ সম্পদ আহৰণৰ এখনি ৰমৰমীয়া বজাৰ গঢ়াৰহে যেন বাস্তৱিকতে আখৰা চলিছে। পিতৃৰ পিছত পুত্ৰ বা পৰিয়ালকেন্দ্ৰিক স্বত্ব পোৱাৰ এক প্ৰৱণতা গঢ় লৈ উঠিছে। তলপৰি গ'ল যোগ্যতাৰ বিষয়। এহাতেদি সত্ৰৰ সংখ্যা, গুৰুৰ সংখ্যা বঢ়াই নি থকাৰ সময়তে যদি আনফালে সত্ৰীয়া শুদ্ধ সংস্কৃতি, পূৰ্ব্ব-গুৰুসকলৰ আদৰ্শত যতি পৰিব লগা হয় তেনেহ'লে অসমীয়া সমাজখনৰ কাৰণে ক্ষতিকাৰক হ'ব, এই কথা প্ৰথম সত্ৰৰ ভকত গোসাঁই প্ৰভুসকলেই ভাবি চাব লাগিব। পূৰ্ব্বকালত বশিষ্ঠ মুনি, সান্দিপনি মুনি আদি মহৰ্ষিসকলে গুৰুটোল গঢ়ি ধনুৰ বেদ পৰ্য্যন্ত সকলো শিক্ষা দিছিল। আমাৰ গুৰু দুজনায়ো সেই আৰ্হিতে সত্ৰক কৰি তুলিছিল জাতিটোৰ বাবে সকলো সংস্কৃতিৰ প্ৰাণদায়িনী চালিকা শক্তি ৰূপে। দুৰ্ভাগ্যৰ বিষয় আজি সেই শিক্ষা দিবপৰা কেইখনি সত্ৰ বিদ্যমান? আঙুলি মূৰত লেখিবপৰা কেইখনমান সত্ৰইহে এই ধাৰাবাহিকতা ৰক্ষা কৰি নদীৰ কূলৰ গছ থকাদি জীয়াই আছে।

এই উপমাটি এইবাবেই দিবলগা হ'ল যে সত্ৰসমূহৰ ভিতৰৰ চ'ৰাত

প্ৰায়েই গুৰু-শিষ্যৰ, গুৰু-ভকতৰ মাজত কন্দল চলিবলৈ আৰম্ভ হৈছে। কিছু কিছু সত্ৰৰ কন্দল আদালতমুখীও নোহোৱা নহয়। যিটো সময়ত আমাৰ অতি একতাৰ প্ৰয়োজন সেই সময়তে হাতৰ কুঠাৰ ভৰিত মাৰি আৰম্ভ কৰিছোঁ গৃহকন্দল। ম্লান হৈ পৰিছে শুদ্ধ সংস্কৃতিৰ অনুশীলন। অপ্ৰিয় হ'লেও ক'ব লাগিব যে এইবিলাকৰ মূল কাৰণটোৱেই হৈছে নৈতিক চৰিত্ৰৰ অভাৱ আৰু এটা পৰিয়ালৰ সদস্য বুলি নভবাৰ লগতে ভোগবাদৰ মাদকতা। তদুপৰি উদাসীন সত্ৰসমূহ বিলুপ্তিৰ পথলৈ গৈ থকাৰ কাৰণ হৈছে সত্ৰত ভকতৰ সংখ্যা বছৰে বছৰে হ্ৰাস পাই অহাটো। বৰ্ত্তমান সত্ৰত ভকত হ'বলৈ নিজৰ সন্তানক কোনেও এৰি দিব নিবিচাৰে। অসমীয়াসকলৰ পৰিয়াল সচেতনতা বৃদ্ধি পোৱাৰ ফলত পৰিয়ালবোৰ সীমিত হৈ পৰিছে। আচলতে দুখীয়া সৰহীয়া ল'ৰা থকা পৰিয়ালৰ নিজৰ সম্বন্ধীয় ল'ৰাক আলধৰা হিচাপে ৰাখি কথমপি সত্ৰসমূহ জীয়াই আছে। সত্ৰৰ অস্তিত্বৰ ক্ষেত্ৰত আন এটা ভয়াবহ সমস্যা ভাবুকিস্বৰূপ হৈ পৰিছে। সেইটো হৈছে শিশু-ভকতসকলে স্কুলীয়া শিক্ষা আৰু সংস্কৃতিৰ শিক্ষা আহৰণত বিশেষ মনোনিৱেশ নকৰি টিভিৰ অত্যাধুনিক বজৰুৱা সংস্কৃতিত গুৰুত্ব আৰোপ কৰাৰ বাবে ভৱিষ্যৎ উদাসীনতাক ধৰি ৰাখিব নোৱাৰাৰ আগজাননী পোৱা হৈছে। যৌৱন কাল পোৱাৰ লগে লগেই সত্ৰৰপৰা নানা অজুহাততে ওলাই যাব। সেয়েহে বৰ্ত্তমান উদাসীন সত্ৰসমূহত প্ৰায়েই ডেকা ভকতৰ সংখ্যা কমি আহিছে। ফলত ভকত-গোসাঁই সত্ৰানুষ্ঠানৰ প্ৰতি বিশেষকৈ শিক্ষিত সচেতন মানুহখিনিৰ স্বভাৱতে অনীহা আহিব ধৰিছে। সত্ৰীয়া ভকতসকলৰ বা শিল্পীসকলৰ সংখ্যা দ্ৰুতগতিত হ্ৰাস পাবলৈ ধৰিছে। দৈনন্দিন প্ৰসঙ্গ, উৎসৱ-পাৰ্ব্বন আদি বহু জোৰা-টাপলি মাৰি চলাব লগা হৈছে। এই অৱস্থা চলি থাকিলে কিছুদিনৰ পাছতে সত্ৰৰ সকলো সৎভাব-সংস্কৃতিৰ পৰিবৰ্ত্তে অপসংস্কৃতিৰ ভঁৰালত পৰিণত হোৱাৰ আশংকা নুই কৰিব নোৱাৰি।

এই সময়তো যদি আমি অৱস্থাৰ উন্নতি সাধন নকৰোঁ, তেন্তে অদূৰ ভৱিষ্যতে সত্ৰীয়া আদৰ্শক লৈ হাহাকাৰ কৰিব লাগিব। আমি দেখা আৰু শুনাত যিবিলাক সত্ৰত বাৰ মাহত তেৰটা ভাওনা পতাৰ দৃষ্টান্ত আছিল, সেই সেই সত্ৰত এতিয়া বছৰেকত এটা ভাওনা পতাও অভাৱ যেন পৰিলক্ষিত হয়। এসময়ত বঙালী সংস্কৃতিয়ে গ্ৰাস কৰাৰ বৰ্ত্তমান কালতো কিছুমান অপসংস্কৃতিয়ে গ্ৰাস কৰাৰ উপক্ৰম হৈছে। সত্ৰানুষ্ঠানৰ দুৰৱস্থাৰ সুযোগ বুজি স্বাৰ্থান্ধ কিছুমানে কেতিয়া কি কৰে কোনে জানে। আমাৰ জীৱনৰ বাবে বায়ু পানী যিদৰে প্ৰয়োজন আছে

বুলি ভাবোঁ, সেইদৰেই সত্ৰ নামঘৰৰ সংস্কৃতিৰো প্ৰয়োজন আছে বুলি ভাবো। গতিকে বায়ু, পানী দূষিত হ'লে আমাৰ জীৱনৰ ধ্বংকাৰুতি হোৱাই যোৱাৰ দৰে, সত্ৰানুষ্ঠান দূষিত হ'লেও আমাৰ গোটেই বৃহৎ জাতিটোৰ ধ্বংকাৰুতি হোৱাই যোৱা একো অস্বাভাৱিক নহয়।

ভাগৱত প্ৰসিদ্ধ সত্ৰ শব্দটো কাণত এবাৰ স্পৰ্শ হ'লেও কোটি জনমৰ পাপ তাপ দূৰ হোৱা যেন নালাগেনে বাৰু? যিহেতু সত্ৰসমূহ আছিল শ্ৰীমন্ত শঙ্কৰ-মাধৱ মহাপুৰুষৰ বিৱেকপুত্ৰ সেয়ে মহাপুৰুষসকলে সত্ৰক দ্বিতীয় বৈকুণ্ঠ বুলি আখ্যা দি আহিছে। কাজেই বৈকুণ্ঠ বৰ্ণনাৰ স্বৰূপটো অতি উজ্জ্বলভাৱে ভাগৱতত অংকিত হৈছে। তৎস্বৰূপে ভগবান শ্ৰীকৃষ্ণৰ দ্বাৰকা বৰ্ণনাও দশম স্কন্ধ ভাগৱতত বিচিত্ৰভাৱে নিৰূপিত হৈ আছে। সেই সেই উজ্জ্বল চানেকিৰ আৰ্হিতে মহাপুৰুষসকলে বৰ অনৈক্যভাৱে বাস কৰা কিৰাত ৰজা, গাৰো ৰজা, আহোম ৰজা আদি চৈৰতান্ত্ৰিক ৰজাসকলৰ আঁকোৰগোজ প্ৰাচীৰসমূহ লঙ্ঘন কৰি হেলাৰঙে অসম মুলুক, কুৰাছ, তুৰুক, কংক, গোৱাল, কছাৰী, ডিমাছা, দেউৰী, আহোম, মৰাণ, কৈৱৰ্ত্ত, কোঁচ, কেওত, কলিতা, কায়স্থ, ব্ৰাহ্মণ সকলোকে সমভাৱে একত্ৰিত কৰি কলাসৌৰভৰ বৈজয়ন্তী মালাৰে সাঙুৰি বৰঅসমখনিত এটা বৰ অসমীয়া জাতি গঢ় দি সকলোকে সঁচা অৰ্থত প্ৰবৰ্ত্তাই ৰাখিবলৈ তেওঁসকলৰ সংস্কৃতিৰ বৰঘৰ স্বৰূপে সৰ্ব্বাঙ্গসুন্দৰৰূপে সত্ৰ পৰিৱেশ গঢ়িছিল। আচলতে মানৱজাতিটোক সবাতোকৈ সুন্দৰকৈ গঢ দিয়াৰ প্ৰয়াসেই কৰিছিল মহাপুৰুষসকলে। সেয়ে আমাৰ কমলাবাৰী সত্ৰৰ একালৰ এগৰাকী প্ৰসিদ্ধ পণ্ডিত ভকতে ১৮ শতাব্দীতে থান সত্ৰৰ বৰ্ণনাত এনেদৰে কোৱা নাছিল জানো?

প্ৰথমে কৰিব লাগে থানক সম্মান।
তেতিয়া হৈব তোমাৰ জীৱৰ কল্যাণ।।
ভুৱন বিখ্যাত বৈকুণ্ঠ স্বৰূপ সত্ৰস্থান।
দুয়োজনা গুৰুৱে আমাৰ কৰিছে নিৰ্ম্মাণ।।
হাটী বাতি পুখুৰী দেখিতে সুশোভিত।
মধ্যত গুৰুগৃহ দেখি মনোনীত।।
কীৰ্ত্তন ঘৰৰ মহিমা কহন নযায়।
কোটি জনমৰ ভাগ্য দৰ্শন পায়।।
চাৰিওফালে চাৰিহাটী অতিকে সুন্দৰ।
পৰে পৰে কৃষ্ণগুণ গায়ে ভক্ত নৰ।।

সঁচাকৈ এনে এক প্ৰসিদ্ধ দ্বিতীয় বৈকুণ্ঠপুৰী সত্ৰ সমগ্ৰ পৃথিৱীৰে এক কালজয়ী, এক বিৰল চানেকি। বৰ্ত্তমান কালৰ পৰিৱেশ তথা অমনোযোগিতাৰ কাৰণেই সত্ৰ হৈ পৰিছে আজি বুঢ়া গছৰ কেৰোণে ধৰা ফলস্বৰূপ। ঐক্য-সংহতিৰ ৰহঘৰতেই চাৰিওফালে যেন এক অনৈক্যৰ সংঘাত। চিন্তা-চৰ্চ্চা কৰা লোকৰ বাবে তথা ভক্তৰ বাবে বাৰুকৈয়ে হৈ পৰিছে চিন্তাৰ বিষয়।

সত্ৰসমূহৰ এই দুৰৱস্থাই আজিৰপৰা পাঁচ দশকৰ পূৰ্ব্বেই অসমীয়া জাতিটোৰ মাজত এটা বৃহৎ ফাট মেলাই গুৰু ধৰ্ম্মৰ নামতেই শ্ৰীমন্ত শঙ্কৰ সংঘ নামে সত্ৰৰ পৰিপন্থী এটি বৃহৎ সংঘৰ জন্ম দিলে। জন্ম দিলে ভাগৱতী সমাজৰ। এইবাৰ আকৌ বা কি জন্ম দিয়ে তাক কোনে জানে?

অসমৰ সাম্প্ৰতিক কালৰ সাতশখন সত্ৰৰ ভিতৰত সঁচা অৰ্থত পিয়ল কৰি চালে দেখা যাব যে প্ৰায় আধাখিনি সত্ৰই নামৰ ফলক একোখনি দেখুৱাই মাত্ৰ নাম লৈ জীয়াই আছে। তাত নাই একো সত্ৰীয়া পৰিৱেশ, নাই একো সজ চিন্তাচৰ্চ্চা। জাতিসমূহলৈ বিলাব পৰা নাই একো আধ্যাত্মিকতা তথা সংস্কৃতিৰ সৌৰভ। আজি কুৰি শতিকাৰ বিজ্ঞান-প্ৰযুক্তি কৌশলৰ যুগত সত্ৰ হৈ উঠিব লাগিছিল বিশ্ববাসীৰ বাবে বিশেষ আকৰ্ষণস্থলী। ইয়াৰ প্ৰকৃত কাৰণসমূহ ফঁহিয়াবলৈ গ'লে এটা বৃহৎ গোষ্ঠীৰ চকুৰ কুটা দাঁতৰ শূল হৈ উঠাৰ ভয়তহে বিশেষভাৱে নফঁহিয়ালোঁ। লগতে উদাসীন সত্ৰকেইখনিৰ বাবে আৰু কেইটামান পৰামৰ্শ যোগ দিলোঁ।

প্ৰথমতে বহুতো কাৰণত বৰ্ত্তমান সত্ৰৰ ভকতসকলৰ অৱস্থা পুতৌলগা। এজনতকৈ বেছি আলধৰা ৰাখিবলৈ কেতিয়াও প্ৰয়াস নকৰে। এনে ক্ষেত্ৰত সত্ৰ জীয়াই ৰখাৰ স্বাৰ্থত সত্ৰৰ প্ৰভুসকলে ভকতসকলক আপোন কৰি লোৱাৰ লগতে শিষ্যসকলেও অধিকাৰজনাৰ লগতে ভক্তসকলকো গুৰুত্ব দিব লাগিব ৰজাঘৰীয়াসকলেও।

দ্বিতীয়তে সত্ৰত কোনো কোনো পিতৃ-মাতৃ হেৰুৱা সন্তান নাইবা অনাথ সন্তান ভকত হৈ থকাৰ বাবে সকলোৱে প্ৰেৰণা যোগাব লাগিব।

তৃতীয়তে সত্ৰলৈ অনা শিশু-ভকতক ভৱিষ্যতে এজন দক্ষ পুৰুষ হোৱাৰ যাৱতীয় সুবিধা দিব লাগিব।

চতুৰ্থতে প্ৰতিজন [illegible] বৃদ্ধ ভকতকে গুৰুজনাৰ প্ৰৱৰ্ত্তিত চৈধ্য-প্ৰসঙ্গৰ লগত সঁচা অৰ্থত পৰি[illegible] বটাই ইয়াৰ ভৱিষ্যতে গ্ৰাম্য সমাজখনকো গুৰু সংস্কৃতিৰে উদ্বুদ্ধ কৰাৰ মানসিকতা গঢ় দিব লাগিব। আচল কথা হ'ল মানুহ

য'ত দক্ষ পুৰুষ হোৱাৰ সুবিধা থাকিব তাতে মায়া-মোহৰ জাল ফালি হ'লেও নতুন নতুন পুৰুষৰ আগমন হৈয়েই থাকিব।

পঞ্চমতে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ যুগত আওপুৰণি কিছুমান কথাও সত্ৰানুষ্ঠানে বাদ দিব লাগিব।

শেষত মিনতিৰে সকলো গুৰুভক্তৰ চৰণত সেৱা যাচি ক'ব খোজোঁ যে মনুষ্য জাতিটোক তথা অসমীয়া জাতিটোক বিশেষভাবে আধ্যাত্মিক আন্দোলনত জড়িত কৰোৱাৰ অত্যন্ত প্ৰয়োজন হৈছে আৰু এই আন্দোলন সত্ৰসমূহৰপৰাই হোৱাটো মনে প্ৰাণে কামনা কৰোঁ। তেনেহ'লেহে সত্ৰই অনন্ত কালৰ বাবে অসমীয়া সমাজ তথা গুৰু সংস্কৃতিক জনমানসত প্ৰতিষ্ঠা কৰি যাবলৈ সক্ষম হ'ব। অন্যথা 'সত্ৰ' বুৰঞ্জীৰ এটি বিৰল ইতিহাসত পৰিণত হ'ব।



# কমলাবাৰী সত্ৰ আৰু সত্ৰাধিকাৰ শ্ৰীশ্ৰীভৱকান্ত দেৱগোস্বামী

**জগন্নাথ মহন্ত**

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী
শ্ৰীমন্ত শংকৰে পাৰ ভাঙি দিলে
বহে ব্ৰহ্মাণ্ডক ভেদি।

সত্য আৰু মুক্তিৰ বাবে ব্ৰহ্মাণ্ডৰ জীৱশ্ৰেষ্ঠ মানৱক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে বৈকুণ্ঠত প্ৰকাশ কৰা হৰিনামৰ ৰস বিলাই দি জীৱৰ মুক্তিৰ পথৰ সন্ধান দিলে। সেই একেই হৰিনামৰ ৰস একশৰণ নামধৰ্ম প্ৰচাৰক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ প্ৰিয় শিষ্য মহাপুৰুষ মাধৱদেৱে ১৫ শতিকাতে বৰনাৰায়ণপুৰ সত্ৰাহী গাঁৱৰ তিতা চোমদাৰ আৰু সত্যাদেৱীৰ পুত্ৰ পদ্মকান্ত আতাক কোঁচ ৰাজ্য মধুপুৰলৈ নি সৰ্ব্বশক্তি, ভক্তি, তাল, মালা, গীত, বাদ্য শাস্ত্ৰ আদি দি উজনি অসমত ধৰ্ম প্ৰচাৰৰ বাবে পঠাইছিল। ভেতিয়াৰপৰা এইগৰাকী মহান পুৰুষ বদলা আতা নামেৰে প্ৰখ্যাত হ'ল আৰু ভিন্ ভিন্ ঠাইত ধৰ্মপ্ৰচাৰৰ লগতে পূৰ্বৰ গুৰু দুজনাৰ পদব্ৰজই পবিত্ৰ কৰি থৈ যোৱা সুবিশাল পৃথিবীৰ বিখ্যাত পবিত্ৰ স্থান নদীদ্বীপ 'মাজুলী'ৰ টুনী নদীৰ পাৰত বাৰীচোৱা গোবিন্দ আতৈৰ লগত পৰামৰ্শ কৰি পুৰুষোত্তম বৰুৱাৰ কঠীয়াতলি ১৫৯৫ শক আঘোণ মাহৰ

একাদশী তিথি বৃহস্পতিবাৰে শ্ৰীশ্ৰীকমলাবাৰী সত্ৰখনি প্ৰতিষ্ঠা কৰি গুৰুৱৰপৰা লাভ কৰা গীত, বাদ্য, ভাওনা, নাম-প্ৰসঙ্গ, শুদ্ধ সদাচাৰ আদিৰে শতদল কমলৰ দৰে বিকশাই আহিছে। অসমৰ ইতিহাসপ্ৰসিদ্ধ চাৰিসত্ৰৰ ভিতৰত অন্যতম সত্ৰ "শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ"।

পুৱা, দুপৰীয়া, গধূলি অহৰ্নিশে শ্ৰৱণ-কীৰ্ত্তন, খোল, তালৰ শব্দত এক ধৰ্মীয় পৰিৱেশত ভকত বৈষ্ণৱবৃন্দৰ দ্বাৰা ভাগৱত, গীতাৰ শ্লোক, মৰ্মবাণী, নাম-প্ৰসঙ্গৰে নিত্যনৈমিত্তিকভাৱে মুখৰিত হৈ পৰম্পৰাগতভাৱে সুনিৰ্দিষ্ট কাৰ্য্যসূচীৰে ১৯৭৪ চনৰ মহাবাহু ব্ৰহ্মপুত্ৰৰ প্ৰলয়ংকাৰী বানৰ কবলত মাজুলীৰপৰা ১৯৭৫ চনত স্থানান্তৰ হোৱা যোৰহাট জিলাৰ (তেতিয়া শিৱসাগৰ জিলা) তিতাবৰ মহকুমাৰ তিতাবৰ ৰাজহ চক্ৰৰ অন্তৰ্গত নগৰৰপৰা ৮ কিলোমিটাৰ দূৰত্বত দক্ষিণ দিশত নগা পাহাৰৰ সীমান্ত এলেকাৰ সীমান্ত পথৰ (গড় আলি) কাষৰ মহিমাবাৰীত পুনৰসংস্থাপিত শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ কীৰ্ত্তন ঘৰত দেশৰ আৰু প্ৰজাৰ মঙ্গলাৰ্থে-মহাপ্ৰভুৰ শ্ৰীচৰণত সেৱা-অৰ্চ্চনা হৈ আহিছে। বৈষ্ণৱ ধৰ্ম সাহিত্য, সংস্কৃতি তথা সত্ৰীয়া সংস্কৃতিৰ চৰ্চাৰ বাবে সমগ্ৰ ভাৰত বিখ্যাত এই সত্ৰৰ কেইবাগৰাকী সংস্কৃতি সাধকে ৰাজ্যিক তথা ৰাষ্ট্ৰীয় বঁটা গ্ৰহণ কৰি অসমলৈ গৌৰৱ কঢ়িয়াই আনিছে। নিতৌ চৰ্চ্চিত হৈ থকা অসমৰ বিভিন্ন প্ৰান্তত সত্ৰীয়া নানাবিধ বাদ্যযন্ত্ৰ আৰু সূত্ৰধাৰী নৃত্য, কৃষ্ণ নৃত্য, দশৱতাৰ নৃত্য, নাদুভংগী, চালি নৃত্য, বিহাৰ নাচ, ঝুমুৰা নৃত্য, গায়ন-বায়ন আদি নৃত্যই অনুপম পৰিৱেশ অতি মনোৰম কৰি তুলিছে।

বৰ্ত্তমানৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীভৱকান্ত দেব গোস্বামী প্ৰভুৱে ঈশ্বৰ নগাঁও জিলাৰ বৰ্থৰিয়া বালিসত্ৰত ১৯৩৯ চনত জন্মগ্ৰহণ কৰে। সেই অঞ্চলতে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰি হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰি থাকোঁতে ষাঠিৰ দশকত দিন-বাৰ চোৱাই এটি শুভদিনত এইগৰাকী ভাৱী ডেকা সত্ৰাধিকাৰ প্ৰভুক সত্ৰৰ ভকত বৈষ্ণৱে সত্ৰলৈ আনিছিল। তৃতীয় বিংশতিতম্ সত্ৰাধিকাৰ প্ৰয়াত চন্দ্ৰদাস প্ৰভু ঈশ্বৰে সত্ৰীয়া সংস্কৃতি সাহিত্য আৰু চহৰৰ বিভিন্ন ধৰ্মালোচনী সভাসমূহলৈ পঠাই প্ৰভুজনাক অধিক পৰিপক্ক হোৱাৰ কামনাৰে প্ৰচেষ্টা লয়। ডেকা সত্ৰাধিকাৰ প্ৰভুৱেও সত্ৰীয়া দায়িত্ব পালন কৰি বিভিন্ন ধৰ্মীয় শাস্ত্ৰ, বেদ, উপনিষদ, দৰ্শন শ্ৰুতি স্মৃতি আদি গ্ৰন্থসমূহ অধ্যয়ন কৰি বিভিন্ন চহৰত হোৱা ধৰ্মালোচনী সভাবোৰত ধৰ্মৰ শ্ৰেষ্ঠতা সম্পৰ্কে প্ৰতিপন্ন কৰি তত্বগধুৰ আধ্যাত্মিক ভাষণ দাঙি ধৰি ধৰ্মপ্ৰাণ ৰাইজক মোহিত কৰি আহিছে।

তৃতীয় বিংশতিতম্ সত্ৰাধিকাৰ চন্দ্ৰদাস প্ৰভু ঈশ্বৰৰ মহাপ্ৰয়াণ হোৱাত ১৯৬৭ চনত চতুৰ্থ বিংশতিতম্ সত্ৰাধিকাৰ ধৰ্মাসনত বৰ্ত্তমানৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী ভৱকান্ত দেৱ গোস্বামী প্ৰভুক এক অভিষেক উৎসৱৰ জৰিয়তে সম্পূৰ্ণ সত্ৰীয়া পৰম্পৰাৰে ভকত বৈষ্ণৱৰ হৰিধ্বনি, গায়ন-বায়নৰ খোল-তালৰ বোল আৰু দবা, কাঁহ, শংখ, ঘণ্টাৰ ধ্বনিৰ মহাৰোলৰ মাজত উপলব্ধি কৰোৱা হয়। সত্ৰাধিকাৰ প্ৰভুৱেও তামোল-পাণ অৰিহণা আগবঢ়াই কীৰ্ত্তন ঘৰৰ ভিতৰত গুৰু আসনৰ সন্মুখত সেৱা জনোৱাৰ পিছত ভকতসকলৰ ভক্তি ভৰা আশীৰ্বাদ গ্ৰহণ কৰে। সত্ৰাধিকাৰ ধৰ্ম আসনত উপৱিষ্ট হৈ সত্ৰাধিকাৰ প্ৰভুৱে সমাজৰ মঙ্গলৰ কাৰণে সত্ৰানুষ্ঠানৰ জৰিয়তে আধ্যাত্মিক, বৌদ্ধিক, সামাজিক, নৈতিক উৎকৰ্ষ সাধনত সেৱা আৰু দিহা পৰামৰ্শ দি সমাজৰ দুৰ্য্যোগৰ কালত নিৰপেক্ষ ভূমিকা গ্ৰহণ কৰি 'সামাজিক দায়বদ্ধতা'ৰ পৰিচয় দি গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰৰ নম্ৰ ব্যৱহাৰ আৰু সামাজিক আচাৰ-ব্যৱহাৰত শিষ্য-প্ৰশিষ্যগণ বিশেষভাৱে আকৃষ্ট হোৱা দেখা যায়। প্ৰভু ঈশ্বৰে ভকত-বৈষ্ণৱৰ সহিতে ভাৰতৰ বিভিন্ন প্ৰান্তৰ মঠ, মন্দিৰ তীৰ্থস্থানসমূহ পৰিভ্ৰমণ কৰি অনেক সাধু-সন্ত, মহন্তৰ সান্নিধ্যলৈ আহি শাস্ত্ৰালাপ কৰাৰ লগতে নানা ধৰ্মৰ বিষয়ে তত্ত্বগধুৰ জ্ঞান অৰ্জন কৰি অসমৰ অতি পিছপৰা তথা ভিতৰুৱা গ্ৰামাঞ্চলত নামঘৰ আদি প্ৰতিষ্ঠা কৰি ধৰ্মৰ জৰিয়তে বিভিন্ন সম্প্ৰদায়ৰ জাতি-উপজাতি, পাহাৰ-ভৈয়ামৰ চাহ-জনগোষ্ঠীৰ লোকক একতাৰ ডোলেৰে বান্ধি সৎভাব গঢ়ি তুলি একান্তভাৱে মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰত মনোনিৱেশ কৰি আহিছে।

ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াত মাজুলীৰ ভৌগোলিক স্থিতি সংকুচিত হোৱাত শ্ৰীশ্ৰীকমলাবাৰী সত্ৰখনি কেইবাবাৰো স্থানান্তৰ হোৱাত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত ১৯৭৫ চনত তিতাবৰ ৰাজহ চক্ৰৰ অন্তৰ্গত ১০০ বিঘা চৰকাৰৰ দ্বাৰা আবণ্টিত ভূমিত পুনঃসংস্থাপিত কৰাত নতুনকৈ সত্ৰখনি স্থায়ীভাৱে প্ৰাৰম্ভিক প্ৰস্তুতিৰে এই অনুন্নত অঞ্চলটি অটব্য হাবি-জঙ্ঘলেৰে পৰিপূৰ্ণ বনৰীয়া জীৱ-জন্তুৰ বিচৰণভূমিত সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰে বিভিন্ন বাধা-বিঘিনি অতিক্ৰম কৰি মহান ধৰ্মানুষ্ঠান সত্ৰখনি, সত্ৰৰ সকলো আপুৰুগীয়া সম্পদসমূহ হানি-বিঘিনি নোহোৱাকৈ সংৰক্ষণ কৰি বিশাল ব্ৰহ্মপুত্ৰৰ জলৰাশিৰ বুকুৱেদি বৰ নৌকাত মূল বন্তি বিগ্ৰহ সহ এশগছি প্ৰজ্জ্বলিত বন্তিৰে সৈতে বৰগাম্ভ কঢ়িয়াই ভকত বৈষ্ণৱ বৃন্দৰ সহযোগত তিতাবৰ মহিমাবাৰীত ধৰ্মীয় বন্তিগছি নম প্ৰতিষ্ঠা কৰিলে। মাজুলীৰপৰা মূল কমলাবাৰী সত্ৰখনি স্থানান্তৰ হোৱাত সেই সময়ত মাজুলীবাসী

বাইজৰ হৃদয় ভাঙি পৰিছিল আৰু চকুপানীৰে বিদায় জনাবলগীয়া দৃশ্য আছিল অতি কৰুণ। নব প্ৰতিষ্ঠিত সত্ৰখনি কীৰ্ত্তনঘৰ আৰু মণিকূট, মহাপ্ৰভু মহাবীৰ মন্দিৰ, গুৰুগৃহ, ভঁৰাল, বৈষ্ণৱ বৃন্দৰ গৃহ হাটী, কৰাপাট, নাট্যশালা, অতিথিশালা আদি সত্ৰ অনুষ্ঠানৰ ৰূপ লাভ কৰিবলৈ সক্ষম হৈছে। আৰু সত্ৰখনি এক উজ্জ্বল নক্ষত্ৰ দৰে তিৰবিৰাই আছে।

একান্ত ভকতসৱে নিৰ্গুণ কৃষ্ণৰ গুণ
গায়া সদা থাকয় যথাত।
বৈকুণ্ঠকো পৰিপৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত।।

মহাপুৰুষ মাধৱদেৱে উল্লিখিত নামঘোষাৰ জৰিয়তে বিভিন্ন জ্ঞানৰ মাধ্যমেৰে বিভিন্ন আলোকৰ সন্ধানত সৃষ্টি কৰিছিল—অসমৰ ইতিহাসপ্ৰসিদ্ধ উদাসীন সত্ৰ। সত্ৰত থকা ভকতসকলে নিজৰ ঘৰ-দুৱাৰ, পিতৃ-মাতৃ, স্নেহৰপৰা ওলাই আহি লোভ মোহৰপৰা ইন্দ্ৰিয়সমূহ দমন কৰি কেৱল পৰমব্ৰহ্ম ভগৱন্তৰ শ্ৰীচৰণত নিজকে উচৰ্গিত কৰি এক নিকা বৈষ্ণৱী জীৱন যাপন কৰি দিনে-ৰাতিয়ে একান্তভাৱে অহৰহ ভগবানৰ গুণানুকীৰ্ত্তন তথা হৰিনামৰ ৰসে ৰাইজৰ মঙ্গলাৰ্থে নিজৰ জীৱন অৰ্পিত কৰিছে।

এই সত্ৰত ভালেসংখ্যক ভকত আছিল যদিও বৰ্ত্তমান ভকতৰ সংখ্যা হ্ৰাস পাইছে। ভকতসকল সত্ৰৰ চাৰিহাটীৰ ভিতৰত বসবাস কৰে। সত্ৰৰ ভকত-বৈষ্ণৱসকলৰ আৰ্থিক অৱস্থা শোচনীয় হোৱাত নিজে বসবাস কৰা আশ্ৰয়স্থল 'হাটী'ৰ অৱস্থাও শোচনীয়। বৰ্ত্তমান অসম চৰকাৰে ঐতিহাসিক সত্ৰসমূহ ৰক্ষণা-বেক্ষণতে আছুতীয়া পুঁজিৰ ব্যৱস্থা কৰি উন্নয়ন ব্যৱস্থা কৰাত যো-জা চলোৱাত কাৰ্য্যকৰী হোৱাটোৰ বিষয়ে ভকত-বৈষ্ণৱবৃন্দ অতি আশাবাদী।

সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰে এই ভকতসকলৰ মাজৰপৰাই সত্ৰ পৰিচালনাৰ বিভিন্ন বিষয়ববীয়াসকলক নিযুক্তি দি, ভকতসকলেও সত্ৰাধিকাৰাৰীৰ আজ্ঞা শিৰোধাৰ্য্য কৰি সত্ৰ পৰিচালনাৰ বিভিন্ন কামত নিজকে নিয়োজিত কৰি আহিছে। সত্ৰলৈ ভকত অহাৰ কিছুমান নিয়ম থকাৰ উপৰিও আৰ্থিকভাৱে দুখীয়া পৰিয়ালৰ সন্তানৰ সংখ্যা অধিক হোৱাৰ হেতু সত্ৰত তেনে ল'ৰা ৰাখি বা কোনো ল'ৰা নিজে আহি ভকতৰ পৰিমাণ বঢ়াব পৰা যায়। সত্ৰলৈ অহা ভকতৰ নিমিত্তে অহা 'ল'ৰা' বিদ্যালয়ৰ আনুষ্ঠানিক শিক্ষা, গীত, নাট, খোলবাদ্য, নাম-প্ৰসঙ্গ, শুদ্ধ সদাচাৰ, সাহিত্য সত্ৰীয়া কলা সংস্কৃতি আয়ত্ত কৰি অসমৰ সাহিত্য-সংস্কৃতি

জগতখনলৈ অমূল্য অৱদান আগবঢ়াই থৈ গৈছে। বৈষ্ণৱ কলা-সংস্কৃতিৰ অপূৰ্ব্ব সমাবেশৰ হেতু পৰ্য্যটনত অসমৰ সংস্কৃতি কেন্দ্ৰস্থান হিচাপে স্বীকৃতি লাভ কৰিছে।

আৱণ্টিত ভূমিৰ ধৰ্মানুষ্ঠানসমূহৰ উপৰিও কিছু ভূমিত ভকতসকলে কম কম ভূমিত কৃষি কৰ্মত নিয়োজিত হয় যদিও সত্ৰলৈ বিভিন্ন উৎসৱ-পাৰ্বনলৈ অহা আত্মীয়-স্বজন আৰু শিষ্য-প্ৰশিষ্যৰ শুশ্ৰূষাৰ বাবে ব্যয় মাত্ৰা বাঢ়ি যোৱাত আৰ্থিক অনাটনে দেখা দিছে। আৰু বেমাৰ-আজাৰৰ সমস্যাৰ সন্মুখীন হোৱাত সত্ৰৰ সমূহ বয়োজ্যেষ্ঠ ভকত-বৈষ্ণৱসকলক আৰ্থিক দিশত সকাহ দিবৰ বাবে চৰকাৰৰ 'বৃদ্ধ পেঞ্চন' আঁচনিৰ জৰিয়তে উপকৃত কৰাটো জনসাধাৰণে কামনা কৰে।

সত্ৰত নিত্য নৈমিত্তিক উৎসৱ-পাৰ্বনৰ ওপৰঞ্চি নৱবৰ্ষৰ প্ৰথম দিৱসত চৈধ্য প্ৰসংগ, কাতি বিহু, মাঘ বিহু, অধিকাৰ গুৰুসকলৰ তিৰোভাৱ তিথি উৎসৱ, বাৰ্ষিক সেৱা উৎসৱ, ভাদমাহৰ গুৰু দুজনাৰ তিৰোভাৱ উৎসৱ, শ্ৰীশ্ৰীজন্মাষ্টমী মহোৎসৱ, ৰাসোৎসৱ, দৌল উৎসৱ মহোৎসৱ আদি যথাবিহিত নীতি-নিয়ম অনুসৰি অবিৰতভাৱে আৰু ঐতিহ্য পৰম্পৰা ৰক্ষণাবেক্ষণৰ অৰ্থেও যথাসাধ্যে পালন কৰি আহিছে। এই অনুষ্ঠানসমূহ পালন কৰিবলৈ যাওঁতে যথেষ্ট পৰিমাণে অৰ্থৰ প্ৰয়োজন হয়। বৰ্ত্তমান বয়বস্তুৰ চৰাদামৰ বাবে প্ৰয়োজনীয় সামগ্ৰীসমূহ ক্ৰয় কৰোঁতেই বুজন পৰিমাণৰ অৰ্থৰ ব্যয় হয়। সেইবাবে সত্ৰৰ বাৰ্ষিক ৰাজ সাহায্য বৃদ্ধি হোৱাটো ধৰ্মপ্ৰাণ ভকত-বৈষ্ণৱে মনে প্ৰাণে কামনা কৰে।

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰখনি পুনৰ সংস্থাপিত বৃহত্তৰ অঞ্চলটিৰ মহিমাবাৰী, শিলিখাবাৰী, গোপালপুৰ, ৫৬ নং গ্ৰাণ্ট হাতীপাৰা আদি এলেকাত মাজুলী আৰু নিমাতী অঞ্চলৰ বানবিধ্বস্ত অঞ্চল, স্থানীয় ভূমিহীন লোককো পুনঃসংস্থাপিত কৰাত আবণ্টিত লোকসকলৰ আৰ্থিক অৱস্থা অতি শোচনীয় হোৱাত অটব্য হাবি-জংঘল ভাঙি নিজৰ বাসোপযোগী আশ্ৰয়স্থল 'জুপুৰী গৃহ' নিৰ্মাণত ব্যস্ত থকাৰ সময়ছোৱাত কেইগৰাকীমান অগ্ৰণী ব্যক্তিৰ আপ্ৰাণ চেষ্টা আৰু শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ পৃষ্ঠপোষকতাত সামাজিক অনুষ্ঠানসমূহৰ স্থাপনে সমাজৰ হিত সাধন কৰিছে।

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ মাধ্যমিক, উচ্চ আৰু উচ্চতৰ বিদ্যালয়, বালিকা বিদ্যালয়, স্বাস্থ্যকেন্দ্ৰ, পানীযোগান আঁচনি আৰু অনেক জনহিতকৰ কামত সেৱা আগবঢ়াই অহা প্ৰয়াস অতি প্ৰশংসনীয়।

এই সত্ৰৰপৰাই সময়ে সময়ে কিছু ভকত মাজুলীত থকা সময়ছোৱাত

ওলাই গৈ একে গুৰুকেইজনাৰ ধৰ্ম পালন কৰা আৰু প্ৰচাৰ কৰি অহা ধৰ্মানুষ্ঠানসমূহ উত্তৰ কমলাবাৰী সত্ৰ, নতুন কমলাবাৰী সত্ৰ, মধ্য মাজুলী সত্ৰ আৰু শ্ৰীশ্ৰীফুলনি থান, শ্ৰীশ্ৰীবদলা সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুসকলে, ভকত-বৈষ্ণৱ, শিষ্য-প্ৰশিষ্য, শুভাকাংখী আদিক সু-সংগঠিত কৰি একত্ৰিত কেন্দ্ৰীয়ভাবে প্ৰতিবছৰে শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ আবিৰ্ভাব তিথিৰ যোগেদি ভগবানৰ শ্ৰীচৰণ বন্দনা, গুৰুজনাৰ অশেষ কষ্ট, পৰিশ্ৰম, বিস্তৃত জীৱন যাত্ৰা, সাংস্কৃতিক অৱদান, জীৱনবোধ, ব্যক্তিত্ব, সুদূৰপ্ৰসাৰী চিন্তা কৰ্মৰাজি বিস্তৃত কাৰ্য্যসূচীৰে কেন্দ্ৰীয় উদযাপন সমিতিৰ দ্বাৰা সুন্দৰভাৱে পৰিস্ফুটন ঘটোৱাৰ কামনা কৰিলোঁ।



# কমলাবাৰী সত্ৰৰ পৰা বাহিৰৰ জগতলৈ

**ঘনকান্ত বৰা বৰবায়ন**

শ্ৰীশ্ৰীবদলা আতাপুৰুষৰ জন্ম জয়ন্তী উপলক্ষে প্ৰকাশ কৰিবলৈ লোৱা স্মৃতিগ্ৰন্থখনিত এই নিঃকিন সেৱকে আতাপুৰুষৰ পুণ্যস্মৃতি বঞ্জিত শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈ অহা, সত্ৰত গ্ৰহণ কৰা শিক্ষা আৰু সত্ৰৰ বাহিৰৰ জগতখনলৈ অহা আমাৰ স্মৃতিৰ দুই-চাৰিটা কথা জনাবলৈ কোৱাত 'খাই কঁঠালৰ বাদু' যেন চাৰিটা পুৰণি কথাকে মেলিব খুজিছোঁ। আমি নহয় ঠিক তথাপি ভাগ্যৰ গুণতহে কমলাবাৰী সত্ৰৰ পুৰণি গৌৰৱদিনৰ পৰিৱেশত সন্ত-সাধুসকলৰ পদৰেণুৰ স্পৰ্শ পাইছিলোঁ বুলি ভাবি আজিও আনন্দিত হওঁ।

ভাগ্যৰ বঞ্চনাত তেনেই সৰু কালতে পিতৃ-মাতৃক হেৰুৱাই মোমাইৰঘৰত একপ্ৰকাৰৰ নিঠৰুৱা জীৱন-যাপন কৰিছিলোঁ। পূৰ্বজন্মৰ কোনো পুণ্যফলত চাৰিবছৰ বয়সতে মোক শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈ মোৰ পিতৃতুল্য গুৰু স্বৰ্গীয় মণিৰাম দত্ত মুক্তিয়াৰ আতৈয়ে মোমাইৰ ঘৰৰপৰা বুটলি তেখেতৰ বহাৰ সৰু আল ধৰাৰূপে আনিলে। প্ৰথম অহাৰ সামান্য স্মৃতিহে মনত ছিগা-ভগাকৈ আছে। তেখেতে 'সোণ' বোলা সম্বোধনেৰে আতোলতোলকৈ নিজৰ সন্তানৰদৰে প্ৰতিপালন কৰি মোৰ ওপৰত ঢালি দিয়া পিতৃস্নেহৰ পিছত ছবিবোৰহে

মনত উজ্জ্বল হৈ আছে। চাৰি-পাঁচবছৰীয়া ফুলকলীয়া বয়সত আনকি কিছু বুজন হোৱালৈকে তেখেতৰ ব্যক্তিত্ব আৰু গুণৰাশিৰ মহত্ত্বৰ কথা বুজি পোৱা নাছিলোঁ। বয়স বঢ়াৰ লগে লগেহে উপলব্ধি কৰিবলৈ ধৰিলো কি সৌভাগ্যৰ বলত এনে এজন মহৎ সাধকৰ কাষত ছাঁৰ দৰে থাকি তেখেতৰ স্নেহৰপাত্ৰ হৈ সত্ৰীয়া বিদ্যাৰ দুই-চাৰি দিশ শিকাৰ সুযোগ পাইছিলোঁ। অকল সেইগৰাকী পুৰুষেই নহয়, আজিও মনত পৰে, সেই সময়ত সত্ৰখনৰ বহাই বহাই গুণীসকলৰ পয়োভৰ। মুক্তিয়াৰ আতৈৰ স্নেহৰপাত্ৰ হোৱা হেতুকে বা হয়তো শিকাৰ আগ্ৰহ থকা হেতুকে সকলো বহাৰ গুণী আতৈপুৰুষসকলৰ স্নেহৰপাত্ৰ হৈছিলোঁ। মোৰ সৰু কালৰ ওমলি-জামলি ফুৰা সেইদিনবোৰত সৰুতেই দেউতা ঢুকোৱাৰ বাবে, দেউতাৰ বিশেষ কোনো স্মৃতি মনত নথকা বাবে আৰু সকলো প্ৰকাৰ যত্নৰে মোক আবৰি ৰখা বাবে মই এখেতকেই সম্পূৰ্ণ পিতৃজ্ঞান কৰিছিলোঁ। মণিৰাম দত্ত মুক্তিয়াৰ সত্ৰীয়া নৃত্য, গীত বাদ্যৰ এজন সুবিজ্ঞ শিল্পীতো আছিলেই এজন অতিশয় ওজা শিক্ষকো আছিল। অতিশয় কঠোৰ নিয়ম-নীতিৰ মাজত নিজেও আছিল আৰু আমাকো কঠোৰ নিয়মৰ মাজেৰে শিক্ষাদান কৰিছিল অথচ মৰমৰো পাৰ নাছিল। শিশু আৰু কিশোৰ শিষ্যৰ মন বুজি ধেমালি কৰা বা কাহিনী কোৱাৰ ছলেৰে সত্ৰৰ আমাৰ চামটোক নানান কথাৰ জ্ঞান দিছিল। এটা কথা মোৰ আজিও মনত পৰিলে তেখেতৰ মাতষাৰৰ সৈতে ভাহি আহে। মই বুজনহৈ ১৫ বছৰ বয়সতে সত্ৰৰ নিৰ্মালি লৈ উঠাৰ দিনা ৰাতি তেখেতক সেৱা কৰোঁতে তেখেতে মূৰত হাত ফুৰাই কৈছিল 'সোণ গুৰুজনে দি যোৱা সত্ৰৰ এইবোৰ সম্পদ আৰু শিক্ষাৰ দায়িত্ব এদিন তোমালোকৰ হাততেই পৰিব। গীত, বাদ্য নাচৰ যাতে ভেটিটো লৰচৰ নহয় তাৰ বাবে বিশেষ চকু ৰাখিবা। পৰিবৰ্ত্তন আহিব। কিন্তু মোৰ শিষ্য পুত্ৰৰূপে তোমাৰ দায়িত্ব হ'ব সত্ৰৰ পৰম্পৰাটোৰ ভেটি ৰক্ষা কৰা। কথাষাৰৰ তাৎপৰ্য্য তেতিয়া কিমান বুজিছিলোঁ নাজানো। কিন্তু দিন গৈছে মানে বয়স হৈছে মানে, সত্ৰীয়া নৃত্যলৈ অহা পৰিবৰ্ত্তনৰ হেঁচা যিমান দেখিছোঁ সিমানেই তেখেতৰ উপদেশৰ সাৰটো মনত বেছিকৈ লাগিবলৈ ধৰিছে। পৰাখিনিলৈকে তেখেতৰ লগতে সত্ৰৰ আন গুণী অধ্যাপকসকলৰপৰা শিকা বিদ্যা আৰু সেইসকলৰপৰা পোৱা আশীৰ্বাদৰ পৱিত্ৰ আদৰ্শ ৰক্ষা কৰি চলিবলৈ চেষ্টা কৰিছোঁ সত্ৰৰ বহাৰপৰা আঁতৰি গ'লেও।

সত্ৰৰ বহাত মুক্তিয়াৰদেৱৰ স্নেহশীল সংগত কটোৱা সেই দিনবোৰৰ কথালৈ মনত পেলালে এখন এখনকৈ নানান পুৰণি ছবিবোৰ মনলৈ আহে।

মনত আনন্দ আৰু বিষাদ দুয়োটা ভাবেই আছে। তেখেতে হাতধৰি লৈ গৈ নিয়ম-নীতিৰে প্ৰথম গুণমালা লীলামালা ভটিমা শিক্ষাৰ বাবে সত্ৰত সোমেশ্বৰ গায়ন আতৈৰ কাষত সত্ৰত অন্যান্য গায়ন ৰীতিৰ শিক্ষা দিওৱা হৈছিল। কিন্তু মোৰ মাত গায়নৰ উপযোগী নাছিল বাবে সেইফালে এৰা পৰাৰ দৰেই হ'ল। পিছত খোল বিদ্যাৰ প্ৰাথমিক স্তৰৰ শিক্ষাৰপৰা প্ৰসংগীয় পৰ্য্যায়লৈকে শিকিবলৈ দিয়া হৈছিল তেতিয়া সত্ৰৰ ডেকা আৰু আগৰণুৱা ৰসেশ্বৰ বায়ন অধ্যাপকৰ কাষত। তেখেত অতিশয় কঢ়া আৰু খঙাল প্ৰকৃতিৰ আছিল। আমি সকলো ছাত্ৰয়ে ভয় কৰিছিলোঁ। এবাৰ এজন ছাত্ৰয়ে খোলৰ পাঠ বাৰে বাৰে দি থকা সত্ত্বেও আয়ত্ব কৰিব নোৱাৰাত তীব্ৰ খং উঠি কণমাণি ছাত্ৰজন ধৰি ওপৰলৈ দলিমাৰি দিব খুজিছিল। ভাগ্যে ৰ'ল। আমি সকলো কঁপি থৰহৰি যেন হৈছিলোঁ। কিন্তু যি কোনো কাৰণতে নহওক বা পাঠবোৰ টপাটপ পাঠবোৰ আয়ত্ব কৰাই নহয় খোলত বজাব পাৰিছিলোঁ বাবেই হয়তো তেওঁ মোক অতিশয় মৰম কৰিছিল আৰু 'পোণা' সম্বোধন ধৰি মাতি প্ৰয়োজনীয় সকলো পাঠ দিছিল। প্ৰসংগীয়া বাজনাৰ লগতে ওজা উঠা নাম লগোৱা পাঠক আৰু কীৰ্ত্তনৰ শিক্ষাও তেনেদৰে বেলেগ বেলেগ সময়ত সুকীয়া সুকীয়া অধ্যাপকৰ কাষত পৰ্য্যায়ক্ৰমে ল'বলৈ দিয়া হৈছিল। প্ৰথম পৰ্য্যায়ৰ এইখিনি শিক্ষা হোৱাৰ পিছত মই আমাৰ নিজৰ বহাতে মণিৰাম দত্ত মুক্তিয়াৰদেৱৰ তত্ত্বাৱধানত সত্ৰীয়া নাচৰ সমূহ শিক্ষা, নাচৰ লগৰ বাজনা গায়ন-বায়নৰ বাজনা আদি সকলো শিকিছিলোঁ। প্ৰাথমিক স্তৰত শিক্ষা ভালদৰে হোৱা হেতুকেই হয়তো অতি কম সময়তে ১২/১৩ বছৰ মানৰ ভিতৰতে আমাৰ অধ্যাপক পিতৃৰ যত্নত প্ৰায়খিনি নাচ আৰু নাচৰ বাজনা শিকাই নহয় ব্যুৎপত্তিৰে বজাব পৰা হ'লোঁ। সত্ৰৰ সকলোবোৰ কীৰ্ত্তন আৰু উৎসৱত কেতিয়াবা বৰ নটুৱা কেতিয়াবা আগশাৰীৰ খোল বজাবপৰা গৌৰৱৰ অধিকাৰী হৈছিলোঁ। হয়তো এইবোৰ কাৰণতে ১৫ বছৰ বয়সতে আমাৰ শিৰত সত্ৰৰ বৰবায়নৰ নিৰ্মালি আৰু সমূহৰ আশীৰ্বাদ বৰিষণৰ সৌভাগ্য মোৰ জীৱনত ঘটিছিল। বৰবায়নৰ নিৰ্মালি দিবৰ দিনা চলাজনা অধিকাৰ চন্দ্ৰহাস দেৱগোস্বামী প্ৰভু ঈশ্বৰৰ বহাত সমূহৰ আগত মহলা লোৱা হৈছিল আৰু মই সেই মহলা লোৱা উপলক্ষে বজাবৰীয়া চালি নাচৰ গীতৰ নাচ অংশৰ বৰ বিকম তালৰ বাজনা নিজে তৈয়াৰ কৰি সেইসকলৰ আগত প্ৰদৰ্শন কৰিবলগীয়া হৈছিল। বৰবায়নৰ নিৰ্মালি লৈ এবছৰমান সত্ৰৰ সমূহ কীৰ্ত্তন উৎসৱত একনিষ্ঠাবে গায়ন-বায়ন, গীত-নাচত আগ-ভাগ লৈ চলাৰ লগতে কমলাবাৰী সত্ৰৰ হৈ অসমৰ

বিভিন্ন ঠাইত আৰু অসমৰ বাহিৰতো বিভিন্ন অনুষ্ঠান পৰিৱেশনত ভাগ লৈছিলোঁ সত্ৰৰ দলৰ লগত। তেনেদৰে চলাৰ পিছত ১৭বছৰ বয়সতে সত্ৰৰ সমূহ ভকত সৎজনে ধৰি আমাৰ ওপৰত কমলাবাৰী সত্ৰৰ সকলো গীত-নাচ, গায়ন-বায়ন পৰিচালনাৰ সম্পূৰ্ণ দায়িত্ব ন্যস্ত কৰি পুনৰ নিৰ্মালি বৰ্ষিলে। সমূহৰ আজ্ঞা আৰু আশীৰ্বাদ শিৰত লৈ পৰৱৰ্তী দহবছৰকাল সত্ৰৰ সেই দায়িত্ব নিষ্ঠাৰে পালন কৰিছিলোঁ। এদল নতুন নটুৱা আৰু গায়ন-বায়ন গঢ়ি তোলাৰ চেষ্টা কৰিছিলোঁ। সেইখিনি সময় মোৰ জীৱনৰো যেন সোণালী সময় আছিল। সত্ৰৰ বাহিৰে-ভিতৰে যেন এই দায়িত্ব আৰু নেতৃত্বৰ মাজেৰে সকলোৰে অকুণ্ঠ সহযোগ আৰু স্নেহেৰে আগবঢ়াৰ সুযোগ ঘটিছিল। কমলাবাৰী সত্ৰৰো গৌৰৱ বিয়পি পৰিছিল।

ইতিমধ্যে, সত্ৰখনলৈ নামি আহিল ভয়ানক দুৰ্যোগ। সত্ৰৰ সত্ৰাধিকাৰ চন্দ্ৰহাস দেৱগোস্বামী প্ৰভুইশ্বৰৰ বৈকুণ্ঠী হ'ল। ব্ৰহ্মপুত্ৰৰ ভয়ানক গৰাখহনীয়াত সত্ৰখন ভাগিল আৰু ঠানবান অৱস্থাত সত্ৰখন তিতাবৰৰ বৰ্ত্তমান স্থানলৈ স্থানান্তৰিত কৰিব লগা হ'ল। এই দুৰ্যোগে মোৰ জীৱনলৈ একপ্ৰকাৰৰ দুৰ্দশা কঢ়িয়াই আনিলে। স্থানান্তৰিত সত্ৰৰ লগতে মইও মাজুলী এৰিলোঁ আৰু ইতিমধ্যে গুৱাহাটীলৈ অহা ৰসেশ্বৰ শইকীয়া বৰবায়নৰ আহ্বানত মাজে সময়ে গুৱাহাটীলৈ আহি থাকিবলৈ ল'লোঁ। সত্ৰৰ দুৰৱস্থাৰ মাজতে মইয়ো বহা কৰি গৃহস্থী হ'লো। প্ৰখ্যাত শিল্পী আৰু তেতিয়াৰ সাংস্কৃতিক সঞ্চালক ৰুদ্ৰ বৰুৱাদেৱৰ সহায়ত বিভিন্ন কামত ব্ৰতী হোৱাৰ লগতে গুৱাহাটীত নতুনকৈ প্ৰতিষ্ঠা হোৱা চৰকাৰী সংগীত মহাবিদ্যালয়ত সত্ৰীয়া বিভাগত ১৯৮০ চনত শিক্ষকৰূপে যোগদান কৰোঁ।

গুৱাহাটীত সত্ৰীয়াসংস্কৃতি বিশেষকৈ নৃত্য-গীত বাদ্যৰ তেনেই পৰিচয় নথকা সময়ছোৱাত ৰসেশ্বৰ শইকীয়া বৰবায়নে বিভিন্ন চেষ্টাৰে ক্ৰমাত জনপ্ৰিয়তা আনিবলৈ ধৰা সময়তে মইয়ো সেই প্ৰচেষ্টাৰ অংশীদাৰ হ'লোঁহি। নতুনকৈ ছাত্ৰ-ছাত্ৰীসকলক সত্ৰীয়া নৃত্যৰ শিক্ষা দিয়াৰ বাবে চেষ্টা কৰাৰ লগতে ইয়াৰ পৰিৱেশ্য কলাৰূপে সত্ৰৰ গীত-নাচ বাজনাক সত্ৰৰ প্ৰসংগৰ দীঘলীয়া ক্ৰমাৎকৈ চমু ৰূপত সজাই-পৰাই তুলিবলৈ চেষ্টা কৰিছিলোঁ। শ্ৰীযুতা গৰিমা হাজৰিকা প্ৰভৃতি এচাম নৃত্য শিল্পীৰ প্ৰথম স্তৰত এই শিক্ষাৰ দিশত আগবঢ়াই দিয়াৰ লগতে মোৰ সেই পিতৃ গুৰু মণিৰাম দত্ত মুক্তিয়াৰ নামত এখন 'সত্ৰীয়া কলাকেন্দ্ৰ' নামৰ বিদ্যালয় প্ৰতিষ্ঠা কৰি এই দিশত আগ্ৰহী কম বয়সীয়া আন এচামকো লাহে লাহে শিক্ষা দিবলৈ আৰম্ভ কৰিলোঁ। গুৱাহাটীলৈ আহি মোৰ এই নতুন সত্ৰীয়া নৃত্যৰ জীৱন

আৰম্ভ কৰাৰ সময়তে অতি স্নেহ আৰু সহায়ৰ ভাব পাইছিলোঁ। শ্ৰদ্ধেয় পণ্ডিত প্ৰবক্তা ড° মহেশ্বৰ নেওগদেৱক। সত্ৰত থকা সময়ছোৱাৰেপৰা ড° নেওগদেৱক মুক্তিয়াৰদেৱৰ যোগেদি শৈশৱ কালৰেপৰা পাইছিলোঁ আৰু তেখেতৰ বিভিন্ন গৱেষণামূলক কামত সহায় কৰাৰ দায়িত্ব অৰ্জন কৰিছিল মুক্তিয়াৰদেৱেই। তেখেতৰ উপৰিও শ্ৰীকৃষ্ণমূৰ্ত্তি হাজৰিকা প্ৰভৃতি আন গুণী ব্যক্তিকো পাই এই দিশত আগবাঢ়িবলৈ প্ৰেৰণা লাভ কৰিছিলোঁ। ৰুদ্ৰ বৰুৱাদেৱৰ স্নেহ আৰু সহায় জীৱনত পাহৰিব নোৱাৰা এক অভিজ্ঞতা। সত্ৰৰপৰা ওলাই আহি গুৱাহাটীত থাকিবলৈ লোৱা সময়তে সত্ৰীয়া সংস্কৃতিৰ প্ৰতি গভীৰ অনুৰাগী পুৰুষ যোগেন শইকীয়াদেৱে বৰ আন্তৰিকভাৱে চেষ্টা কৰি নতুন দিল্লীত শংকৰী কৃষ্টি কেন্দ্ৰ এটা স্থাপন কৰিবলৈ আগবাঢ়িছিল আৰু মোক দিল্লীলৈ নি কেইমাহমান তেখেতৰ লগতে ৰাখি পাৰিজাত হৰণ নাটখন দিল্লীত অনাঅসমীয়া ল'ৰা-ছোৱালীক শিকোৱাৰ ব্যৱস্থা কৰি কেন্দ্ৰটোৰ উদ্বোধনী উৎসৱত পৰিৱেশন কৰাৰ ব্যৱস্থা কৰিছিল। সেইটোও এক মধুৰ অভিজ্ঞতা আছিল। কিন্তু সেইগৰাকী গুণী সংস্কৃতিবান নেতাৰ বিয়োগৰ লগে লগে সেই অধ্যায়ৰ অন্ত পৰিল সেইটোও বৰ দুখৰ কথা হৈ ৰ'ল।

এনেদৰে গুৱাহাটীকে কেন্দ্ৰ কৰি সাধ্যানুসৰি যোৱা বছৰবোৰত মুক্তিয়াৰ আতৈয়ে দিয়োৱা আশীৰ্ব্বাদ আৰু শিক্ষাৰে সত্ৰীয়া নৃত্যৰ পৰম্পৰাক আগবঢ়াই নিবলৈ চেষ্টা কৰি আহিছোঁ। আৰু যেতিয়াই সুযোগ মিলিছে কেতিয়াবা এককভাৱে আৰু কেতিয়াবা সমূহীয়াভাৱে অসমৰ বিভিন্ন ঠাইত আৰু ভাৰতবৰ্ষৰ বিভিন্ন মহানগৰ-নগৰৰ সৰু-ডাঙৰ নানান মঞ্চত সত্ৰীয়া নৃত্যৰ বিভিন্ন পৰিৱেশন আগবঢ়াই আহিছোঁ। তদুপৰি বিভিন্ন অনুষ্ঠানৰ নিমন্ত্ৰণত সত্ৰীয়া নৃত্যৰ প্ৰশিক্ষণ শিবিৰ আয়োজন পৰিচালনা কৰিছোঁ। এই গোটেই সময়ছোৱাত মোৰ বিদ্যাৰ শিক্ষা আৰু সাধনাৰ স্থলী কমলাবাৰী সত্ৰৰ লগতো সকলোসময়তে যোগাযোগ ৰক্ষা কৰি চলি আহিছোঁ। সত্ৰৰ ভেটিত কোনো সময়ত এৰি চলা নাই যদিও সত্ৰৰ বাহিৰত গৃহস্থী জীৱন-যাপন কৰিছোঁ। এই সময়ছোৱাত মন কৰি আহিছোঁ যে অসমৰ বাহিৰৰ গুণী বিদ্বান নৃত্যানুৰাগীসকলে সত্ৰীয়া নৃত্য পৰম্পৰাৰ প্ৰতি গভীৰ আগ্ৰহ প্ৰকাশ কৰি ইয়াক আদৰি লৈছে।

গুৱাহাটীত থকা কালছোৱাৰ লগতে মোৰ জীৱনৰ আন এটি আনন্দৰ সংযোগ হ'ল সম্প্ৰতি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপনা কৰা সত্ৰীয়া সংস্কৃতিৰ সুপণ্ডিত ড° প্ৰদীপজ্যোতি মহন্তৰ সৈতে পৰিচয়। তেখেত

নিজেই এগৰাকী সত্ৰৰ ব্যক্তি হোৱাৰ লগতে সত্ৰীয়া সংস্কৃতিৰ সকলো দিশৰে অধ্যয়নশীল ব্যক্তি আৰু ইংৰাজী সাহিত্যৰ সুবিজ্ঞ। যোৱা দুটা দশকৰো অধিককাল তেখেতে সত্ৰীয়া নৃত্য-গীত বাদ্যৰ আদিৰ প্ৰসাৰ স্বীকৃতি আদি দিশত নিৰবে অহোপুৰুষাৰ্থ কৰি আছে। সত্ৰীয়া নৃত্য সংগীত নাটক অকাডেমিয়ে শাস্ত্ৰীয় নৃত্যৰূপে স্বীকৃতি দিয়া অধ্যায়টোৰ তেখেতৰ শ্ৰম প্ৰমুখৰূপে আছে। বিভিন্ন অনুষ্ঠানৰ সৈতে জড়িত হৈ সত্ৰীয়া নৃত্য-সংগীতৰ প্ৰসাৰৰ দিশতো তেখেতে ভালেমান কাম কৰিছে। ৰাজহুৱা কাৰ্য্যত নীৰৱে কৰা এনে কামৰ উপৰিও আমি দুয়োজন মিলি বহু সময়ত সত্ৰীয়া নৃত্য পৰিৱেশনৰ মান ইয়াৰ সংগীতৰ দিশ উন্নত কৰা পৰম্পৰা মূলৰূপত অকণো হীনদেৰি নঘটাকৈ কামৰ সময়ত অৰ্থপূৰ্ণভাৱে মঞ্চত ইয়াত আগবঢ়োৱা গায়ন-বায়নৰ নাচক সামৰি সত্ৰীয়া নৃত্যৰ ক্ৰম আৰু সংখ্যা আহল-বহল কৰা প্ৰভৃতি দিশত নানান পৰিকল্পনা কৰি কামত আগবাঢ়িছোঁ। অসমৰ বাহিৰত বিভিন্ন মহানগৰ ডাঙৰ সমাজ বা মঞ্চত তেখেতৰ সংযোগেদি ভালেখিনি সত্ৰীয়া নৃত্যৰ প্ৰসাৰমূলক অনুষ্ঠান পৰিৱেশন কৰাৰ সুবিধা হোৱাৰ উপৰিও প্ৰতিটো নাচৰ মূলভাব আৰু তাৎপৰ্য্য যেতিয়া যেনেদৰে প্ৰয়োজন হয় আমাৰ নাচ দলৰ বাবে তেখেতে কেতিয়াবা লিখিতৰূপে বা কেতিয়াবা নিজে বক্তৃতাৰ আকাৰত ইংৰাজীত আগবঢ়াই এক জাতীয় সংস্কৃতি প্ৰচাৰৰ ডাঙৰ কাম কৰি আহিছে।

সংগীত নাটক অকাডেমিয়ে সত্ৰীয়া নৃত্যক প্ৰদান কৰা ৰাষ্ট্ৰীয় স্বীকৃতিয়ে সত্ৰসমূহ আৰু অসমীয়া সংস্কৃতি অনুৰাগী সমাজলৈ এটা ডাঙৰ দায়িত্ব আনিছিল। সেই দায়িত্ব আমি হ'লে পালন কৰা যেন লগা নাই। সত্ৰবো নানান সমস্যা হৈ নাচ বা সংস্কৃতি চৰ্চ্চাৰ ধাৰাটো গৌণ হৈ পৰা যেন লাগিছে। কোনোমতে তিথি উৎসৱ কেইটা পালন কৰি পাৰ কৰা অৱস্থাই ক্ৰমাৎ দেখা দিছে। আমাৰ শৈশৱত সত্ৰত বছৰজোৰা ক্ৰমৰ অধ্যাপকে চেকনি লৈ নাচ-গীত-বাদ্যৰ শিক্ষা দিয়াৰ জোৰটো যেন আজি নাই। অথচ আগৰ তুলনাত নৃত্য প্ৰদৰ্শনৰবাবে নিমন্ত্ৰণ বাহিৰৰপৰাও ভালেখিনি আহে তাৰ লগতে মাননিও। এনেস্থলত অন্ততঃ কমলাবাৰী থূলৰ সত্ৰকেইখনে নৃত্য বাদ্য জোৰদাৰ ৰূপত চৰ্চ্চা কৰি ইয়াৰ উন্নতিৰ প্ৰতি মনযোগ দিব লাগে। অসমৰ চৰকাৰী পৰ্য্যায়তো সত্ৰীয়া নাচৰ বাবে বা ইয়াৰ সংৰক্ষণ উন্নয়নৰ বাবে প্ৰণালীবদ্ধ কোনো আঁচনি বা ব্যৱস্থা আজি লৈকেও গ্ৰহণ কৰা হোৱা নাই এইটো বৰ দুখৰ কথা। সত্ৰীয়া শিল্পীসকলে নিজা নিজাকৈহে ঘি পাইছে কৰি আছে।

আনহাতে নৃত্যচৰ্চ্চা কৰা শিল্পীসকলৰ প্ৰসংগটো এটা কথা ক'বৰ মন গৈছে। সত্ৰীয়া নৃত্যৰ প্ৰসাৰ বঢ়াৰ লগে লগে ইয়াৰ মাজলৈ ন ন বহু শিল্পী শিকিবলৈ অহাটো শুভলক্ষণ। কিন্তু অলপ মন কৰিলেই চকুত পৰে ইয়াৰ সৰহ ভাগে এটা দুটামান নাচ শিকি খ্যাতি অৰ্জ্জন কৰাতহে বেছি আগ্ৰহী। প্ৰণালীবদ্ধভাৱে দীঘলীয়াকৈ শিকিবলৈ অনেকৰ আহৰি নাই। পিতৃ-মাতৃ বা অভিভাৱকৰ মনবোৰো একেধৰণৰ। অৱশ্যে তাৰ বিপৰীতে অতি নিষ্ঠা আৰু কষ্টেৰে সত্ৰীয়া নৃত্য আহৰণ কৰিবলৈ আগবাঢ়ি অহা দুই চাৰিগৰাকী ছাত্ৰ-ছাত্ৰী আছে তেওঁলোকে ক্ৰমাত নিস্তাৰ আদৰো পাইছে।

এনেবোৰ প্ৰয়াসৰ উপৰিও শেহতীয়াকৈ ড° কেশৱানন্দ দেৱগোস্বামী, ড° প্ৰদীপজ্যোতি মহন্ত, ড° জগন্নাথ মহন্ত, শ্ৰীপ্ৰভাত শৰ্মা আৰু আমি মিলিও সত্ৰীয়া নৃত্যৰ প্ৰসাৰৰ দিশত কিছু বিশেষ কামত হাত দিয়া হৈছে। শ্ৰীমন্ত ফাউণ্ডেশ্যন নামৰ এটি শংকৰী সংস্কৃতিৰ গৱেষণা অনুষ্ঠান আৰম্ভ কৰি দুই-চাৰি পৰিকল্পনা গ্ৰহণ কৰা হৈছে। ফাউণ্ডেশ্যনৰ সংস্কৃতি অনুৰাগী পৰিচালনা ন্যাসৰক্ষী ভাস্কৰজ্যোতি মহন্তৰ দৰে ব্যক্তিয়ে আমাৰ এনেবোৰ পৰিকল্পনাত উজান দিছে। আশা কৰিছোঁ এই প্ৰচেষ্টাই সত্ৰীয়া নৃত্যৰ চৰ্চ্চা প্ৰসাৰৰ বিশেষ সহায় কৰিব।

সেই চাৰি পাঁচবছৰীয়া কালতে সত্ৰলৈ বুলি আনি মণিৰাম দত্ত মুক্তিয়াৰদেৱে যি ব্ৰতেৰে এইখন জগতলৈ আগবঢ়াই দিলে তাৰে শক্তিৰে মহাপুৰুষ দুজনা গুৰু আৰু আতাপুৰুষসকলে দি থৈ থোৱা সত্ৰীয়া নৃত্য-গীত বাদ্যৰ অমূল্যসম্পদৰ মাজত এনেদৰে স্নান পান আচমন কৰি আছো। ভাবি লৈছোঁ যিখিনি সন্মান বা ৰাজহুৱা স্বীকৃতি আহিছে সেইয়া সত্ৰীয়া পৰম্পৰালৈ অহা সন্মান আমাৰ সেই পিতৃ গুৰুৰ শিক্ষাৰ মহত্ত্বৰ স্বীকৃতি। দুজনাগুৰুৰ সত্ৰসমূহে এই ভাগকে এনেদৰে সেৱা কৰি যাবৰ বাবে যেন শকতি দি থাকে।



# কমলাবাৰী সত্ৰৰ পৰম্পৰাত 'হৰিকীৰ্ত্তন' মহোৎসৱ

ভৱানন্দ বৰবায়ন

**তাৎপৰ্য্য ঃ-** হৰিকীৰ্ত্তন, কমলাবাৰী পৰম্পৰাত উচ্চ আধ্যাত্মিকতাৰে আয়োজিত এক অনন্যোপম নৈমিত্তিক উৎসৱ আৰু সত্ৰৰ ভকতসকলৰ ভক্তি আহৰণৰ এক চৰ সিদ্ধান্তস্বৰূপ। সৰ্ব্বস্ব নিষ্কাম ভক্তিত উৎসৰ্গিত এই হৰিকীৰ্ত্তনৰ ধাৰণাই কমলাবাৰীৰ সাংস্কৃতিক দৰ্শনত এক বিশেষ তাৎপৰ্য্য বহন কৰি আহিছে। কমলাবাৰীৰ পৰম্পৰাৰ প্ৰতিষ্ঠাপক গুৰু মহাপুৰুষ বদলা পদ্ম আতা এগৰাকী নৈষ্ঠিক গুণসম্পন্ন পুৰুষ আছিল। ৰজাই আগবঢ়োৱা মান-ভেটি প্ৰত্যাখ্যান কৰি কেৱল ভকতৰ মুখ বাঞ্ছা কৰা এইজনা মহাপুৰুষে তেওঁৰ প্ৰযত্নপালিত থানখনিটো এনে ধৰ্মৰ ৰীতি কাম্ভায়েই প্ৰৱৰ্ত্তন কৰি গৈছে। ইয়াৰ ভিতৰত হৰিকীৰ্ত্তনো অন্যতম। চৰিত পুথিত উল্লেখ পোৱা মতে, মহাপুৰুষ মাধৱদেৱৰ কালৰেপৰা হৰিকীৰ্ত্তনৰ প্ৰচলন হৈছিল। (মহাপুৰুষ মাধৱদেৱৰ উপস্থিতিত ভৱানীপুৰীয়া গোপাল আতাই হৰিকীৰ্ত্তন অনুষ্ঠিত কৰিছিল; কথাচৰিত : পদ : ২৩৪৮-২৩৫৪) মাধৱপুৰুষৰ নুমলীয়া শিষ্য আৰু গা-বদলৰূপে বদলা আতা নামে খ্যাত আতাপুৰুষজনাই গুৰুৰ আৰ্হিকে শিৰোগত কৰি নিশ্চয় এই আৰ্হি প্ৰৱৰ্ত্তন কৰি গ'ল। অন্তৰ মুখে প্ৰচলন আছে, কমলাবাৰীৰ ভূমিদাতা পুৰুষোত্তম বৰুৱায়ো সেৱক হৈ কমলাবাৰীত হৰিকীৰ্ত্তন কৰাইছিল। সাধাৰণতে সত্ৰৰ নিজ

প্ৰসঙ্গৰ বাদে সকলোবোৰ নৈমিত্তিক প্ৰসঙ্গতে একোটা উপলক্ষ্য থাকে। ধাৰণা কৰা হয় যে হৰিকীৰ্ত্তন উপলক্ষ্যত বা উদ্দেশ্য সিদ্ধিৰ বাবে আয়োজন কৰা অনুষ্ঠান নহয়। এজন ভকতে জীৱনৰ ভাতিবেলাত—তনমন সৰ্বস্ব ভগবানৰ চৰণত অৰ্পণৰ বাবে কৰা প্ৰয়াসৰ ই এক প্ৰাৰম্ভিক আখৰাহে। সকলো ভকতৰ জীৱন ধাৰণৰ লক্ষ্য হৰিকীৰ্ত্তনহে; এই অনুষ্ঠানৰ অবিহনে যে জীৱনধাৰণৰ সাৰ্থকতাই নাই। নহ'বতো; শংকৰ-মাধৱৰ সেই অমৰ বাণীবোৰে কমলাবাৰীৰ সাধকসকলৰ ওপৰত বাৰুকৈয়ে প্ৰভাৱ পেলাই আহিছে।

পৰম নিৰ্ম্মল ধৰ্ম্ম হৰিনাম কীৰ্ত্তনত
সমস্ত প্ৰাণীৰ অধিকাৰ।
এতেকেষে হৰি নাম সমস্ত ধৰ্ম্ম ৰাজ
এহিসাৰ শাস্ত্ৰৰ বিচাৰ। (নামঘোষা/ পদ-১২৯)

সেয়েহে অন্তৰাত্মাক ভগৱন্তৰ প্ৰতি ধাৱিত কৰোৱাৰ প্ৰয়াস। —

ক্ষণে ক্ষণে আয়ু যায় তথাপি চেতন নাই
কিনো বিপৰীত ভৈল মায়া।
একতিলে মৰি যায় এই আছে এই নাই
সম্যকে মেঘৰ যেন ছায়া।।
জানিয়া একান্ত মতি ভকতিৰ কৰা ৰতি
ছাড়া চাৰ ভাবভূষ কাম।
সমস্তে দুখক বঞ্চা অক্ষয় পুণ্যক সঞ্চা
নিৰন্তৰে বোলা ৰাম ৰাম। (দশম/ পদ ৩৫৪)

হৰিৰ গুণানুকীৰ্ত্তনৰ বিনে জানো ভকতিৰ অমিয়া লাভ কৰাটো সম্ভৱ? ভগবানেও ইয়াকে কৈছে যে কেৱল 'ভক্তিত তুষ্ট হোন্ত নাৰায়ণ'। এই ভক্তি হ'ব লাগে সাত্ত্বিক; অৰ্থাৎ

'মন্তু স্বকৃত পাপানাং ক্ষয়াৰ্থং পূজয়েদ্ধৰিম্।
শ্ৰদ্ধয়া পৰয়া ভক্ত্যা সা ভক্তি সাত্ত্বিকাধমা।।' ভক্তিৰত্নাকৰ/৩৮ মাহাত্ম্য

অৰ্থাৎ যিজনে নিজৰ পাপকৰ্ম্ম ক্ষয়ৰ কাৰণে শ্ৰদ্ধা সহকাৰে হৰিক অৰ্চ্চনা কৰে সেই ভক্তিয়েই অধম সাত্ত্বিক ভক্তি।

হৰিকীৰ্ত্তনৰ সেৱকীয়েও জীৱন প্ৰৱৰ্ত্তনৰ বাবে জ্ঞাতে বা অজ্ঞাতে কৰি অহা অকৰ্ম্মৰ প্ৰায়শ্চিত্ত কৰি আত্মশুদ্ধি লাভেৰে ভগৱন্তৰ কাষ চাপি যোৱাৰ ই এক অভিনৱ প্ৰয়াস। এই হৰিকীৰ্ত্তন কেৱল বহি বহি গোৱা নাম-কীৰ্ত্তনতে সীমাবদ্ধ

নহয়। ই হ'ল —

'হৰিগুণ গাৱ ভাই কৰিয়া উৎসৱ।
গুণৰেণো তুষ্ট গুণ লুবুধ মাধৱ।।
আনন্দ কৰিয়া হৰি গুণ গাৱা যেবে।
ভৱসিন্ধু তৰিয়া হৰিক পাইবা তেবে।।'

নামঘোষা /পদ ৪১৩-৪১৪

হৰি গুণৰ এই আনন্দ উৎসৱ নৃত্য-বাদ্য-ভাওনাদিৰে পৰিপূৰ্ণ এক ভকতি ৰস-সিন্ধুহে আৰু যি মুক্তিতকৈয়ো শ্ৰেষ্ঠ। সেয়ে ভকতসকল মুক্তিতো নিস্পৃহ।

**আয়োজন প্ৰণালীঃ**

হৰিকীৰ্ত্তন ব্যক্তিকেন্দ্ৰিক অনুষ্ঠান যদিও সত্ৰৰ সমুদায় প্ৰক্ৰিয়াতো ইয়াৰ লগত জড়িত হৈ পৰিবলগা হোৱাৰ বাবেই এক সামূহিক উৎসৱলৈ ৰূপান্তৰ হয়। ব্যক্তি বিশেষে ইয়াৰ আয়োজন প্ৰণালীও ভিন্ন ধৰণৰ। সত্ৰাধিকাৰসকলৰ হৰিকীৰ্ত্তনৰ আৰ্হি কিছু পৰিমাণে আড়ম্বৰপূৰ্ণ। নিম্নতম সাতদিনীয়াকৈ অনুষ্ঠিত কৰিব লগা এই অনুষ্ঠান পৰৱৰ্ত্তী সত্ৰাধিকাৰজনেহে পতা নিয়ম। সত্ৰৰ আন বুঢ়া ভকতসকলৰ তিনিদিনীয়াকৈ পতা হয়। ইয়াৰ চাৰিবহাৰ চাৰিজন 'বৰবুঢ়া ভকতৰ আয়োজন প্ৰণালী প্ৰায়ক্ষেত্ৰতে সত্ৰাধিকাৰসকলৰ স'তে মিল আছে। যদি সাধাৰণ বুঢ়াভকত এজনে 'বৰবুঢ়া ভকত' হোৱাৰ ইচ্ছা প্ৰকাশ কৰে তেনেহ'লে মুখ্য বুঢ়া ভকতসকলৰ আৰ্হিতেই ইয়াৰ আয়োজন কৰিব লাগে।

হৰিকীৰ্ত্তন মহোৎসৱৰ প্ৰথম দিনা 'চাউলভোজনী'। এইদিনা অন্নদান কৰা হয়। সত্ৰৰ ভঁড়াল গৃহত বিতৰণ কৰা এই অন্ন সিদ্ধ কৰিবৰ বাবে প্ৰত্যেক বহালৈ উধান, মলাচৰু, চৰিয়া, হেতা, বাল্টি আদি বাচন-বৰ্তন দান দিয়া ৰীতি। সত্ৰৰ বাহিৰৰ ভকতসকলৰ কাৰণে কোনো বিশেষ স্থানত একেলগে সিদ্ধ কৰি খুৱাৰ ব্যৱস্থা কৰা হয়। সেইদিনা প্ৰসঙ্গীয়া নামতে চাউল ভোজনীৰ অপৰাধ মাৰ্তি অনুষ্ঠান সামৰে। চৰিত পুথিত উল্লিখিত বুঢ়ীদোকানীয়ে গুৰুভকত সিধা-গুৱা অৰ্পণ কৰি বৈকুণ্ঠ লাভ কৰা আৰ্হিতে 'চাউলভোজনী' পালন কৰা হয় বুলি বিশ্বাস কৰা হয় ( বৰচৰিত/পদ— ১৬০৮-১৬২০)।

দ্বিতীয়দিনা পিতৃ-মাতৃৰ উদ্দেশ্যে আয়োজন কৰা 'হৰিকীৰ্ত্তন'।

'যাৰ পুত্ৰসবে ঐত হৰিত শৰণ লৈয়া
হৰিগুণ গাৱে শুদ্ধ ভাৱে।
দধি দুগ্ধ ঘৃত-মধু নদীৰ জলত গিয়া
পিতৃগণে তৃপিতিক পাৱে।।' (নামঘোষা/পদ -১০)

এই উৎসৱ কিছু পৰিমাণে অনুষ্ঠুপীয়াভাৱে আয়োজন কৰা হয়। সত্ৰত এই অনুষ্ঠুপীয়া ৰীতিটোক 'বেলেটীয়া' বোলে। প্ৰসঙ্গীয়া নামৰ প্ৰাক্‌মুহূৰ্ত্তত ভঁড়ালত 'জলপনীয়া সিধা' (কোমল চাউল, দৈ আৰু গুড়) বিতৰণ কৰা হয়। প্ৰত্যেক বহাৰে গা-মুৰি ভাগ দিয়াৰ উপৰিও সেইদিনা কীৰ্ত্তন ঘৰত বিশেষ দায়িত্বত থকাসকলক (নাম লগোৱা, পাঠক, চৰিত্ৰবোলা, দেউৰী, কীৰ্ত্তন মোচা আৰু ভঁড়াল ঘৰ মোচা পলীয়া) একোটাকৈ অতিৰিক্ত ভাগ দিয়া হয়। একোটা ভাগত 'একঠা' কৈ পৰে। কঠাটো কোনটো জোখত ধৰিব সেইটো নিৰ্দ্ধাৰণ কৰি দিয়া থাকে হৰিকীৰ্ত্তনৰ বাবে সেৱকীয়ে আনুষ্ঠানিকভাৱে জনোৱা কালতে। সিধা বিতৰণৰ পিছতে কীৰ্ত্তন ঘৰতে নাম আৰম্ভ হয়। হৰিকীৰ্ত্তনৰ বাবে নিৰ্বাচিত ঘোষা আৰু কীৰ্ত্তন আছে। নামৰ অন্তত 'নামৰ থগী' লাৰু 'জলপনীয়া সিধা'ৰ (অৱশ্যে জলপনীয়া সিধাৰ অপৰাধৰ ভঁড়ালতো মতা হয় যদিও বাহিৰ ভকতসকলৰ বাবে ইয়াত আনুষ্ঠানিকতা ৰক্ষা কৰা হয়) অপৰাধ মাতি গায়ন-বায়নেৰে কৃষ্টি প্ৰদৰ্শন আৰম্ভ কৰা হয়। সেইদিনা 'নাদুভঙ্গী' নাচ নচুৱা হয়। সেৱকীয়ে কৃষ্টি প্ৰদৰ্শনৰ সকলো শিল্পীক দক্ষিণা প্ৰদান কৰি আশীৰ্ব্বাদ লয়। নৃত্যানুষ্ঠানৰ অন্তত সেৱকীক সন্মান জনায়। সেৱকীৰ সমুখত এখন নাচ নচুৱা হয়। এই অনুষ্ঠানৰ অন্তত কীৰ্ত্তন কৰে। (তাল লৈ গোৱা ঘোষা কীৰ্ত্তন)। কীৰ্ত্তন সামৰিলে হৰিকীৰ্ত্তনৰ মূল আশীৰ্বাদ পৰ্বসমূহ অধিকাৰে সেৱকীক বস্ত্ৰসহ নিৰ্মালি প্ৰদান কৰি লঠা প্ৰসাদ বিতৰণ কৰি কীৰ্ত্তন ঘৰৰ অনুষ্ঠান সামৰে। ইয়াৰ পিছতে সত্ৰৰ সকলো ভকতকে একোখনকৈ বস্ত্ৰ আৰু দক্ষিণা প্ৰদান কৰি আশীৰ্ব্বাদ বিচাৰে। সেইদিনাৰ কাৰ্য্যসূচী সিমানেই।

তৃতীয় দিনা মূল হৰিকীৰ্ত্তন। এইদিনা নিয়ম-প্ৰণালী কিছু বিস্তৃত অৰ্থাৎ সত্ৰীয়া ভাষাত 'দিনটিটিয়া'। প্ৰায়বোৰ নিয়ম ওপৰত উল্লেখ কৰি অহাৰ দৰেই। সত্ৰাধিকাৰ আৰু বৰবুঢ়াভকতসকলৰ জলপনীয়া সিধাত একঠাৰ বিপৰীতে দুকঠাকৈ দিয়াৰ উপৰিও পলীয়া ভাগবোৰো (কীৰ্ত্তনঘৰত যিসকলে পাল প্ৰসঙ্গ চলাই থাকে) দিয়া হয়। আন সত্ৰৰ নিমন্ত্ৰিত সত্ৰাধিকাৰ আৰু ভকতসকলৰ কাৰণেও ভঁড়ালৰ পৰাই সিধা দিয়াটো নিয়ম। সত্ৰৰ বাহিৰৰ ভকতসকলৰ আতিথ্যৰ বাবে ৰভাঘৰৰ ব্যৱস্থা কৰা হয়। নামৰ পিছত গায়ন-বায়নেৰে 'বহানাচ' নচুৱা হয়। বহানাচৰ পিছত কীৰ্ত্তন আৰু ওজা (কেতিয়াবা নতুন ওজাও উঠোৱা হয়) গোৱাৰ অন্তত চালি নাচ নচুৱা হয়। চালি নাচৰ শেহত মূল আশীৰ্ব্বাদ অনুষ্ঠান। আশীৰ্ব্বাদান্তত আন সত্ৰৰ আমন্ত্ৰিত সত্ৰাধিকাৰ আৰু ভকতসকলক

সেৱকীৰ বহালৈ নি, আতিথ্য-সৎকাৰ কৰি সাধ্যানুসৰি বস্ত্ৰ-দক্ষিণাৰে সেৱা লয়। গধূলি প্ৰতিবহাৰে প্ৰত্যেকক একোখনকৈ বস্ত্ৰ আৰু সত্ৰৰ মুৰব্বীজনক একোখনকৈ চেলেংকাপোৰ দক্ষিণাসহ আগবঢ়ায় সেৱা লোৱা নিয়ম। বৰবুঢ়াসকলে সত্ৰাধিকাৰক একোখন 'খনীয়া কাপোৰ' (সত্ৰৰ সম্মানীয় কাপোৰ; এই কাপোৰ কেৱল 'সত্ৰাধিকাৰ' আৰু বৰবুঢ়া ভকতসকলেহে পৰিধান কৰিব পাৰে।) দিয়াটো বাধ্যতামূলক। ৰাতিলৈ সামৰ্থ্যানুসাৰে ভাওনাৰ আয়োজন কৰে। ভাওনাত অংশগ্ৰহণকাৰী শিল্পীসকলক সেৱকীয়ে বস্ত্ৰ দক্ষিণাৰে সেৱা লোৱাটো বাধ্যতামূলক ৰীতি। হৰিকীৰ্ত্তনৰ পিছদিনা বা তাৰো পিছত সেৱকীৰ বহাত এভাগী নাম আৰু ভোজ আয়োজন কৰাতো বৰ্ত্তমান ৰীতিত পৰিণত হৈছেগৈ।

বৰ্ত্তমান সত্ৰৰ বাহিৰা লোকেও সত্ৰত হৰিকীৰ্ত্তন পাতিবলৈ লোৱা প্ৰৱণতা দেখা গৈছে। এই যাত্ৰা সেৱকসকলৰ হৰিকীৰ্ত্তনৰ ৰীতিত কিছু সীমাবদ্ধতা আছে।

সত্ৰৰ ভকতসকলৰ বাবে হৰিকীৰ্ত্তনত আপডাল কৰি দিয়াটো মহাভাগ্য হিচাপে গণ্য কৰা হয়। এইখিনিতে মহাভাৰতৰ এটা কাহিনী মনত পৰিছে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞ অনুষ্ঠানত আপডালৰ বাবে সহায় বিচৰা হৈছিল কৌৰৱক। দুৰ্য্যোধন, দুশাঃসন আদিয়ে এই কাৰ্য্যত অপমানিত বোধ কৰি অনিচ্ছা প্ৰকাশ কৰাত ধৰ্মভীৰু কৰ্ণই অনুভৱ কৰিছিল যে কৌৰৱে নিজেটো এনে মহৎ কাৰ্য্য সম্পাদন কৰিব নোৱাৰেই; কত পুণ্যৰ ফলত আপডাল কৰা সুবিধাকণ পাইছে তথাপি অনীহা। তেনেদৰে সত্ৰৰ ভকতৰ বাবে হৰিভকতৰ আপডাল কৰিবলৈ পোৱাটো যে কত জনমৰ পুণ্যৰ ফল বুলি বিবেচনা কৰি আহিছে।



# অহাবাৰ গুৰুকীৰ্ত্তনত সত্ৰলৈ ওলাবচোন

**শাৰদী শইকীয়া**

দোভাগ ৰাতি। সত্ৰৰ চাৰিহাটীৰ সোঁমাজত স্থিত প্ৰকাণ্ড কীৰ্ত্তনঘৰত একুৰি পাঁচজন ভকতে কান্ধত খোল ওলোমাই অনুপম 'ভৰিমান' দিছে; বিভিন্ন ভঙ্গীত 'পচলা তোলা', 'আঠুৰা' ইত্যাদি 'মাটি-আখৰা'ৰে মণিকূটলৈ প্ৰণাম জনাইছে; ইটোৰ পিচত সিটোকৈ সুন্দৰ সঞ্চাৰ বজাইছে নাচি নাচি; মাৰিছে গাম্ভীৰ্য্যপূৰ্ণ 'গুৰুঘাত'। ডেৰকুৰি ভকতে হাতত ডোৰতাল লৈ সিন্ধুৰা ৰাগত গাইছে :

আৰত এ কানু সুৰভি চৰাই
ৰঞ্জিত ধেনু ৰেণু বেণু বজাই...

গহীন-গম্ভীৰ পৰিবেশ। একোবাৰ গায়নসকলে, একোবাৰ বায়নসকলে, একোবাৰ গায়ন-বায়নে একেলগে কীৰ্ত্তনঘৰৰ মজিয়াত, মণিকূটৰ চৌপাশে, কীৰ্ত্তনঘৰৰ চৌপাশে তীব্ৰগতিত অথচ শৃংখলাবদ্ধভাৱে 'পানীপৰুৱা' দি ফুৰিছে - পুনৰ মজিয়ালৈ ঘুৰি আহি একেলগে চাপৰ মাৰিছে খোল আৰু তালত; ৰজনজনাই গৈছে কীৰ্ত্তনঘৰৰ প্ৰতিচপৰা ইটা। সমস্বৰে হৰিধ্বনি দিছে, বাজিছে ডবা-কাঁহ, খোল-তাল একেলগে; এক গা শিৰশিৰাই যোৱা, শ্বাসৰুদ্ধকাৰী, আবেগে ডিঙিত সোপা মাৰি ধৰা পৰিৱেশ! তেনে অৱস্থাত সত্ৰৰ জ্যেষ্ঠ বৰবায়ন ৰামেশ্বৰ খাটনীয়াৰ আৰু জ্যেষ্ঠ বৈষ্ণৱ সোনাৰাম শৰ্মা বুঢ়াভকতে যদি কাণৰ কাষত কয় - "বৈকুণ্ঠ আৰু বেলেগে ক'ৰবাত আছেনে আইদেউ, এইখনেই

বৈকুণ্ঠ!" — চকুৰ পানীয়ে বাধা মানিবনে তেতিয়া? এইয়ে বিভিন্ন বয়সৰ অতবোৰ ভকতে ৰাতি এডোখৰত নাচি, গাই, বজাই কীৰ্ত্তনঘৰৰ ওখোৰা-মোখোৰা মজিয়াত তলৰ মাটি ওপৰ কৰি আছে, কাৰ বাবে? দৰ্শক দেখোন এজনো নাই!

হ'বনে আপুনি দৰ্শক? অন্ততঃ এবাৰ? ব'লকচোন গুৰুকীৰ্ত্তনৰ সময়ত সত্ৰলৈ - কমলাবাৰী সত্ৰলৈ। মহাপুৰুষ মাধবদেৱৰ আজ্ঞাৰে বদলা পদ্ম আতাই স্থাপন কৰা নিকা সংহতিৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈ। এবাৰ চাওঁগেচোন আহক গুৰু দুজনাই কি অপূৰ্ব সাংস্কৃতিক, সামাজিক সম্ভাৰ থৈ গৈছে আমাৰ বাবে। কি ভয়ানক আৰ্থিক, কায়িক কষ্টৰ মাজেৰেও সত্ৰাধিকাৰৰ লগতে সত্ৰৰ ভকতসকলে পাঁচশবছৰৰো অধিক কাল এই সম্পদক ধাৰাবাহিকভাৱে ৰক্ষা কৰি আহিছে — বলকচোন চাওঁগৈ। 'থাপনি'ৰ দিনা ৰাতিৰ 'ৰামধেমালি'ৰ যি দৃশ্য আৰু সংগীতে গাৰ নোম ডাল ডাল কৰে, চকু সেমেকাই তোলে, গুৰু দুজনাই দি যোৱা অপূৰ্ব সম্ভাৰৰ উত্তৰাধিকাৰিত্ব উপলব্ধি কৰি গৌৰৱত বুকু ওফন্দি পৰে - চাৰিদিন জোৰা সেই অনুভূতি এবাৰ আপুনিও লওকগৈ, ব'লক।

মহাপুৰুষ দুজনাৰ যি তিথি আমি এদিনীয়াকৈ পাতোঁ, কমলাবাৰী সত্ৰত তাক 'গুৰু কীৰ্ত্তন' নামেৰে চাৰিদিনীয়াকৈ পালন কৰা হয়। ভাদ মাহত এই দুই তিথিৰ ওচৰে-পাজৰে পৰে বদলা আতাৰো তিথি। গতিকে সত্ৰত এই মাহটোত এক উদুলি-মুদুলি পৰিবেশ চলি থাকে। সত্ৰৰ শিচসকল আহে, সত্ৰ এৰি যোৱা পুৰণা ভকতসকল আহে; সত্ৰাধিকাৰে পৰিয়ালৰ লোক ঘৰলৈ আহিলে দেউতাকে কৰাদি মৰম-আদৰ কৰে। ভকতসকলে আহি খা-খবৰ লয়, বয়সস্থসকলে আশীৰ্বাদ দি যায়হি। আপুনি যদি আগেয়ে খবৰ দি যায়, তেনেহ'লে সকলোৱে মিলি সাধ্যানুসাৰে থকা-খোৱাৰ ব্যৱস্থাও কৰি থয়।

কমলাবাৰী থূলৰ পুৰণা কমলাবাৰী (বৰ্ত্তমান তিতাবৰৰ কাষৰ মহিমাবাৰীস্থিত), উত্তৰ কমলাবাৰী আৰু নতুন কমলাবাৰী -- এই তিনিওখন সত্ৰতে শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ আৰু বদলা আতাৰ কীৰ্ত্তনক মুখ্য নৈমিত্তিক পৰ্ব হিচাপে ধৰা হয়। তিনিওজনাৰে চাৰিদিনীয়া কীৰ্ত্তনৰ আটাইকেইটা দিনতে নাম-প্ৰসংগ, ভাগৱত পাঠ, চৰিত পাঠ, গায়ন-বায়ন, নৃত্য, ওজাপালি আদি অহোৰাত্ৰ চলি থাকে। প্ৰকৃততে শাওণমহীয়া, প্ৰথমটো কীৰ্ত্তনৰ সাতদিনৰ আগৰ তাৰিখত, কীৰ্ত্তন স্থাপনৰ পৰা শেষৰটো কীৰ্ত্তনৰ 'বিসৰ্জ্জন' বা সামৰণিলৈকে চলি থকা বিভিন্ন সাংস্কৃতিক তথা ধৰ্মীয় অনুষ্ঠানে সত্ৰক এক অনন্য মহিমা প্ৰদান কৰে। কীৰ্ত্তনৰ আগৰ সাতদিনত সাতখন ধেমালি, গোৱৰখন

'ভঙ্গী' বজোৱাৰ নিয়ম; লগতে পৰিবেশিত হয় বৰগীত, ঘোষা-কীৰ্ত্তন আদি।

চাৰিদিনীয়া কীৰ্ত্তনৰ প্ৰথমদিন অৰ্থাৎ 'চাউল ভোজনি'ৰ দিনা পুৱা গীতেৰে দিনটোৰ কাৰ্য্যসূচী আৰম্ভ হয়। ঘাই দেউৰীয়ে বন্তি প্ৰজ্জ্বলন কৰি শৰাই পতাৰ পিচত নামলগোৱাই অহিৰ, ললিত, কৌ আদি পুৱাৰ ৰাগত গীত গাই ভটিমাৰে সামৰে। তাৰ পিচত নাম-প্ৰসংগ। শেষত সত্ৰাধিকাৰে নৱবস্ত্ৰ পৰিধান কৰি ভাগৱত পাঠ কৰে। ইতিমধ্যে সত্ৰাধিকাৰৰ হৈ ভঁড়ালীয়ে প্ৰতিজন ভকত, অতিথি-অভ্যাগতৰ মাজত ভঁড়ালৰপৰা মাহ বিতৰণ কৰে। ভাগৱত সামৰাৰ লগে লগে আৰম্ভ হয় গায়ন-বায়নৰ 'গুৰু মৃদং' ধেমালি। ঘড়ী-ঘন্টাৰ হিচাপ নাই, কিন্তু ভাগৱত সামৰাৰ সময় অনুমান কৰি মূৰত পাগ মাৰি, গাত চাদৰ মেৰিয়াই এজন-দুজনকৈ ভকত আহিয়ে 'বহি চাহিনী'ৰ বাবে উত্তৰমুৱাকৈ স্থিতি লয়হি, সেইখিনিতে খোল খায় সত্ৰৰ সাংস্কৃতিক ভঁড়ালৰ দুৱাৰ; আৰম্ভ হয় ৰোমাঞ্চকৰ অভিযান এই ভঁড়ালৰ অৰ্ন্তভাগলৈ।

'মানচোক'ৰ নাম শুনিছেনে? গুৰু মৃদং ধেমালিৰ অন্তত সত্ৰাধিকাৰৰ আজ্ঞা লৈ অত্যন্ত ভক্তিভাৱেৰে পৰিৱেশন কৰা ই এক গায়ন-বায়নৰ নাচ। গাম্ভীৰ্য্যপূৰ্ণ এই নাচ সাধাৰণতে সত্ৰৰ বাহিৰত প্ৰদৰ্শন কৰা নহয়। মানচোক নাচত গোপী-উদ্ধৱৰ বাৰ্ত্তা বিনিময়ৰ আলমত ৰচিত গীত গোৱা হয়। অশীতিপৰ কণ্ঠীৰাম বেজবৰুৱা বুঢ়াভকতে কোৱামতে মানচোক আহিছে 'মনশোক' শব্দৰ পৰা — শ্ৰীকৃষ্ণৰ বিৰহত কাতৰ গোপীৰ মনৰ শোক প্ৰদৰ্শনৰ নাচ! এই নাচত বৰবায়ন এজনে এফালে বজায়, বিপৰীতফালে এশাৰী বায়নে সঙ্গত কৰে। গায়নসকলে ভোৰতাল লৈ নৃত্য কৰে। অতি চিত্তাকৰ্ষক এই নাচ আৰু সংগীত। ৰামেশ্বৰ বৰবায়নে জাঁপমাৰি এবাৰ বায়নৰ ফালে, এবাৰ আনফালে আপোনপাহৰা হৈ খোল বজাই নাচি আছে। প্ৰয়াত ৰসেশ্বৰ শইকীয়া বৰবায়নৰ কথা মনত পৰি চকু সেমেকি উঠে— একেদৰেই আপোনপাহৰা হৈ খোল বজাইছিল মোৰ সেই পূজনীয় অধ্যাপকে, অসুস্থ শৰীৰেৰেও কীৰ্ত্তনৰ বিভিন্ন অনুষ্ঠানত যোগ দিছিল, গুৱাহাটীত ধৰি ৰাখিব পৰা নাছিল কোনেও! আজিৰ ভোলা বায়নৰ দৰে কাষে কাষে থাকি সঙ্গ দিছিল এইজন বৰবায়ন ৰামেশ্বৰ খাটনীয়াৰে।

এইখন পুৰণা কমলাবাৰী সত্ৰ।

চাউলভোজনীৰ দিনাৰ অন্যান্য আকৰ্ষণীয় অনুষ্ঠান সমূহ হ'ল ভোৰতাল লৈ কৰা ঘোষা কীৰ্ত্তন, ওজাপালি, ঝুমুৰা নাচ আদি (ইয়াৰ মাজে মাজে প্ৰসাদ বিতৰণ, সিধা বিতৰণ, অন্ন গ্ৰহণ আদিও চলি থাকে)। ওজাপালি আৰু ঝুমুৰা

নাচ বৰ্ত্তমান সত্ৰৰ বাহিৰতো বহুলভাৱে প্ৰচলিত। মহাপুৰুষ মাধৱদেৱক ঝুমুৰা নাচৰ স্ৰষ্টা বুলি কোৱা হয়। এই নাচত তিনিটা অংশ আছে — ৰামদানি, গীতৰ নাচ আৰু মেলা নাচ। ই পুৰুষৰ নাচ যদিও শৰীৰ সঞ্চালনত তাণ্ডৱ আৰু লাস্যৰ সমাহাৰে ইয়াক এক মনোমোহা ৰূপ দান কৰিছে; ইয়াৰ মেলানাচ অংশই দৰ্শকক বিশেষভাৱে মুগ্ধ কৰে।

গধূলি ডবা বাজিল।

কণমানি ভকত যদুমণিয়ে কঠত বহি প্ৰকাণ্ড কীৰ্ত্তন ঘৰটোত অকলে অকলে ভটিমা গাইছে; কান্ধত পৰা চুলি, কঁকালত পাতল ধুতী, গাত গামোচা। একে বয়সৰ আমাৰ পুত্ৰক ইটো কোঠাৰপৰা সিটো কোঠালৈ যাবলৈকো লগৰীয়া এজন লাগে!

এইবাৰ বৰ দুহৰীয়া, সৰু দুহৰীয়া সকলৰ 'চোটধেমালি'। শংকৰ গুৰুৱে 'চিহ্ন যাত্ৰা'ত এইখন ধেমালি বজাইছিল বুলি কোৱা হয়। উচ্চস্বৰৰ হৰিধ্বনিৰে এই ধেমালি আৰম্ভ হয়। গা শিৰশিৰাই যোৱা হৰিধ্বনিৰ অন্তত বায়নৰ নৃত্য আৰু গায়নৰ ঘোষাই সন্ধিয়াটো ভাৱগধুৰ কৰি তোলে। এই ধেমালিতে 'পানী পৰুৱা' দিয়া আৰম্ভ হয়। 'পানী পৰুৱা' শব্দটো আপোনাৰ বাবে আচহুৱা হ'ব পাৰে। মজিয়াত ৪ সংখ্যাটোৰ ওপৰে ওপৰে খৰ গতিত খোজ কাঢ়িলে যি দৃশ্য হ'ব, সেয়েই পানী পৰুৱা। গায়নসকলে তাল বজাই আৰু বায়নসকলে খোলত সামান্য চাপৰ মাৰি কীৰ্ত্তন ঘৰৰ প্ৰকাণ্ড মজিয়াত পানী পৰুৱা দিয়াৰ দৃশ্য অতি মনোৰম।

ইয়াৰ পিচত গীত আৰু তাৰ পিচতে সত্ৰাধিকাৰৰ উপস্থিতিত বৰবায়নৰ 'মেলা প্ৰৱেশ'ৰ নাচ আৰম্ভ হয়। দিনটোৰ কাৰ্য্যসূচী সামৰণি পৰে নিত্য প্ৰসংগ আৰু ঘোষা কীৰ্ত্তনেৰে।

ৰাতি গহীন হয়।

বহালৈ ঘূৰি আহি দেখিব পিতৃসম সত্ৰাধিকাৰ প্ৰভু বহি আছে আপোনালৈ অপেক্ষা কৰি! আপুনি ভাত খোৱাৰ পিচতহে তেখেতে শুবলৈ যাব।

দ্বিতীয় দিনা 'থাপনি'। এই দিনাৰ মূল ধৰ্মীয় অনুষ্ঠান হ'ল বললা আতাৰ গৃহৰ পৰা নিত্য সেৱনীয় ভাগৱত শাস্ত্ৰ উলিয়াই আনি কীৰ্ত্তন ঘৰত স্থাপন কৰা। ডবা - হৰিধ্বনিৰ মাজত শাস্ত্ৰখন ডাঙি আনোতে সত্ৰাধিকাৰ প্ৰমুখ্যে মুখ্য বুঢ়াভকতসকলে আতাৰ গৃহৰ দুৱাৰত আঁঠু লয়। 'কৰুণাময় ৰাম...' ঘোষা গাই গাই শৰাইত এই 'ঘাইবস্তু' শাস্ত্ৰ আনি থাকোঁতে গায়ন-বায়নৰ দল, নামলগোৱাৰ

দল আদি পিচ হুঁহুকি কীৰ্ত্তন ঘৰৰফালে  গৈ থাকে। এজনে শাস্ত্ৰৰ আগে আগে পানী ছটিয়াই যায়। বুঢ়াভকতসহ সত্ৰাধিকাৰ যায় শাস্ত্ৰৰ পিচে পিচে। হৰিধ্বনি কৰি মণিকূট প্ৰদক্ষিণ কৰাৰ পিচত শাস্ত্ৰ স্থাপন কৰা হয় মণিকূটৰ সমুখত বৰ শৰাইত।

একে সময়তে কাষতে থকা মহাপ্ৰভুৰ মন্দিৰৰ শ্ৰীশ্ৰীবৈকুণ্ঠদেৱৰ বিগ্ৰহকো নৱবস্ত্ৰ, অলংকাৰেৰে সজাই কীৰ্ত্তনঘৰলৈ  আনি একাষে থোৱা হয়। এই কাৰ্য্যসূচীয়ে পিচে কিছু  চিন্তাৰ উদ্ৰেক নকৰাকৈ নাথাকে।

পুৱাগীত, কীৰ্ত্তন, ভাগৱত পাঠ, চৰিত পাঠ, বিয়লি প্ৰসংগ আদিৰ লগতে 'থাপনি'ৰ দিনাৰ মূল সাংস্কৃতিক অনুষ্ঠানসমূহ হ'ল বৰদুহৰীয়া আৰু সৰু দুহৰীয়াৰ গায়ন-বায়ন, নাদুভংগী নাচ, চালি নাচ, ঘোষা-কীৰ্ত্তন, ৰামধেমালি আৰু বৰপ্ৰৱেশৰ নাচ। নাদুভংগী নাচ শিশু বা কিশোৰ কৃষ্ণ আৰু গোপ বালকসকলৰ নাচ। এই নাচৰ দুটা ভাগ - 'ৰামদানি' আৰু 'গীতৰ নাচ'। গীতৰ নাচ অংশত  সাৰেং ৰাগত গোৱা হয়  'অৱ সখি পেখো মদন গোপাল' আদি গীত।

চালি নাচ সত্ৰৰ বাহিৰত সৰ্বাধিক প্ৰচলিত নাচ। এই নাচ আৰম্ভ কৰা হয় গায়ন-বায়নৰ 'ৰাগ-ৰেপনি'ৰে। সত্ৰত কিশোৰ ভকতৰ দলে কৰা এই নাচ স্ত্ৰী চৰিত্ৰৰ, স্ত্ৰী ভংগিমা যুক্ত আৰু সম্পূৰ্ণ লাস্যময়। চালি নাচ দুই ধৰণৰ - শুদ্ধ চালি আৰু ৰজাঘৰীয়া চালি। ৰজাৰ ঘৰত প্ৰদৰ্শনৰ কাৰণে প্ৰস্তুত কৰি লোৱা চাৰিখন নাচ 'ৰজাঘৰীয়া চালি'; শুদ্ধ চালি নাচ আঠখন। এই নাচৰ তিনিটা ভাগ — ৰামদানি, গীতৰ নাচ আৰু মেলা নাচ। গীতৰ নাচ অংশত সাধাৰণতে বন্ধা ৰাগত গোৱা গীত ব্যৱহাৰ কৰা হয়। সত্ৰত প্ৰায় ৮০টা বন্ধা ৰাগ আছে বুলি জনা যায়।

সন্ধিয়া 'ঘোষা-কীৰ্ত্তনেৰে' সাত্বিক অনুষ্ঠান আৰম্ভ হয়। কেৱল ভোৰতাল আৰু বৰতালেৰে দহ বাৰজন ভকতে নাচি নাচি কীৰ্ত্তন আৰু ঘোষাৰ পদ গায়।

'ৰামধেমালি'ৰ কথা আগতে কোৱা হৈছেই। এই ধেমালিত জ্যেষ্ঠ গায়ন-বায়নসকলে অংশগ্ৰহণ কৰে। গাত চাপকন চোলা পিন্ধি মূৰত পাগুৰি মাৰি খোল কান্ধত লৈ কীৰ্ত্তন ঘৰলৈ সোমাই অহা ভকতসকলক দেখিলেই মনত সম্ভ্ৰম জাগে।

ৰামধেমালিৰ দৰেই 'বৰ প্ৰৱেশ'ৰ নাচখনো বাহিৰত পৰিৱেশন কৰা

নহয়। এই নাচৰ বাবে ন-গছ চাকিযুক্ত 'অগ্নিগড়' স্থাপন কৰা হয়। গাম্ভীৰ্য্যপূৰ্ণ, মাৰ্জিত ভংগীৰে কৰা এই নাচত বহুতো নটুৱাই নাচে। শ্ৰীকৃষ্ণই গোপবালকৰ সৈতে বৃন্দাবনৰ পৰা গধূলি গোকুললৈ ঘূৰি অহাৰ দৃশ্য এই নাচত বৰ্ণিত হয় বুলি কোৱা হয়। কন্থীৰাম বুঢ়াভকতে ইয়াৰ ব্যাখ্যা দিয়ে এনেকৈ -- 'মেলা প্ৰৱেশ'ত দেৱতাসকলে গোপবালকৰ ৰূপত পৃথিৱীলৈ যাবলৈ পাই ৰংগ কৰে। বৰপ্ৰৱেশত গোসাঁয়ে পৃথিৱীলৈ যাত্ৰা আৰম্ভ কৰে। "সৌৱা চোঁৱা আইজনী, গোসাঁয়ে যাত্ৰা আৰম্ভ কৰিছে -- নিৰাকাৰ ব্ৰহ্মৰ স্থিতি হৈছেহি আতাৰ গৃহৰ ঘাই বস্তুত! সেই দুখন শৰাই দেখিছানে? সেয়া হৰি আৰু হৰৰ। হৰি-হৰই নিৰাকাৰ ব্ৰহ্মক আদৰি আনিছে। চৌৱিছ টা কলেৰে শৰাই সজাইছে, দেখিছানে? সেয়া চৌৱিছ তত্ত্ব বুজোৱাৰ বাবে। বৈকুণ্ঠৰ ঈশ্বৰ আহিছে। আমি কৰুণাময় ঘোষাৰে তেৰাক মাতি ইয়াত থাপনা কৰিছোঁ।"

ভাগ্য ভাল থাকিলে থাপনিৰ দিনাই বৰগায়ন আৰু বৰবায়নৰ নিৰ্মালি প্ৰদান অনুষ্ঠান চাবলৈ পাব। 'ভাগ্য' বুলিছোঁ এইবাবেই যে প্ৰতি বছৰে এনে অনুষ্ঠান নহ'বও পাৰে।

ভোলা বৰগায়নে এশৰাই তামোল-পাণ লৈ আহি বহাতে সত্ৰাধিকাৰ প্ৰভুক সেৱা জনালেহি -- জগত গায়ন আৰু কৃষ্ণ গায়নৰ শিক্ষা সমাপ্ত হৈছেহি; বৰগায়নৰ নিৰ্মালিৰ বাবে 'মহলা'ৰ আজ্ঞা দিব লাগে। সত্ৰাধিকাৰৰ বহাৰ মজিয়াত চাৰিওজন বুঢ়াভকত, জ্যেষ্ঠ বায়ন আৰু গায়নসকলে ইতিমধ্যেই আসন গ্ৰহণ কৰিছেহি। সত্ৰাধিকাৰে আজ্ঞা দিয়াৰ লগে লগে অভিজ্ঞ পৰীক্ষকৰ গাম্ভীৰ্য্য আৰু কৰ্তৃত্বৰে মহলা লোৱা আৰম্ভ কৰিলে সোনাৰাম শৰ্মা বুঢ়াভকতে (স্নাতকোত্তৰ পৰ্য্যায়ৰ পৰীক্ষাত বহি: পৰীক্ষকৰ মৌখিক প্ৰশ্নৰ সন্মুখীন হোৱা সময়খিনিলৈ মনত পৰি বুকু ঢপঢপাই উঠিল)।

"জগত গায়নে 'জয়জয় জগজন তাৰণ কাৰণ' গীতটি সিন্ধুৰা ৰাগত গাব লাগে।"

ভয় খাইছেনেকি জগত গায়নে? ওহোঁ, নিৰ্বিকাৰ মুখভঙ্গী তেওঁৰ। সুন্দৰকৈ গাই দিলে।

" 'সখীহে চলে কানু বিৰিন্দা বনে' গীতটি কৃষ্ণ গায়নে গাব লাগে সুহাই ৰাগত।" নিৰ্বিকাৰ কৃষ্ণ গায়নো। কণ্ঠৰ অপূৰ্ব মাধুৰ্য্য বোৱাই দুয়োজন গায়নে প্ৰায় ছটাকৈ ৰাগৰ গীত কেবাখনো তালত গাই শুনালে; ৰাগ-তাল সম্পৰ্কীয় বহু প্ৰশ্নৰ উত্তৰ দিলে। একেই মুখভঙ্গী।

বুঢ়াভকতৰ মুখত হাঁহি বিৰিঙিল — 'ভাল হৈছে।"

স্বস্তি!

টংকশ্বৰ বৰবায়নে এশৰাই তামোল-পাণেৰে সত্ৰাধিকাৰ প্ৰভুৰ আগত আঁঠু ল'লে — তৰুণ বায়ন আৰু পৰমানন্দ বায়ন বৰদুহৰীয়াৰ যোগ্য হৈছে। মহলাৰ আজ্ঞা দিব লাগে।

এইবাৰ ভোলা বায়নৰ পাল। ৰামেশ্বৰ বৰবায়নে সত্ৰাধিকাৰ প্ৰভুৰ আজ্ঞা ল'বলৈ আগবাঢ়িল। সত্ৰৰ দুজনেই বৰবায়ন; তাৰো এজন বেছিভাগ সময় বাহিৰতে থাকিব লগা হোৱাত আৰু এজন বৰবায়নৰ প্ৰয়োজন অনুভৱ কৰা হৈছে। আমাৰ ভোলা জ্যেষ্ঠ বায়ন, প্ৰায় আটাইখিনি বাজনা আয়ত্ব কৰিছে। বৰবায়নৰ মহলা দিব পৰা হৈছে (বৰবায়নৰ মহলা এনেদৰে নহয়; নটা খোল একেলগে বজাই দেখুৱাব লাগিব, এখন অংকীয়া নাট অকলে চলাব পাৰিব লাগিব - ইত্যাদিৰ পিচতহে 'বৰবায়ন'ৰ নিৰ্মালি পাব)। পিচে সমস্যা হ'ল, আটাইখিনি বাজনা আয়ত্ব কৰিলেও ভোলা বায়ন এতিয়ালৈকে বৰদুহৰীয়াই হোৱা নাই। চিধাই বৰবায়নৰ মহলা দিয়াৰ নজীৰ সত্ৰত নাই।

তেনেহ'লে?

মুহূৰ্ত্ততে সমাধান আহিল ভকতৰ মাজৰ পৰাই — ভোলা বায়নক বৰবায়নৰ মৰ্য্যাদা দিয়া হওক, যাতে তেওঁ কণিষ্ঠসকলক শিক্ষা দিব পাৰে; কিন্তু তেওঁ এবছৰলৈ বৰদুহৰীয়া হিচাপে বৰবায়নৰ ওচৰত শিক্ষানবীচী খাটিব লাগিব। এবছৰৰ অভিজ্ঞতা আৰু যোগ্যতা আহৰণৰ পিচতহে তেওঁক বৰবায়নৰ নিৰ্মালি পোৱাৰ যোগ্য বুলি ধৰি লোৱা হ'ব।

তামোল-পাণৰ শৰাই আগবঢ়াই সত্ৰাধিকাৰ প্ৰভুক সেৱা জনাবলৈ লৈ ভোলা বায়নে হুকহুকাই কান্দি উঠিল। তেওঁ অসুস্থ; কেবাটাও মেজৰ অপাৰেচন কৰাব লগা হৈছে ইতিমধ্যে। অকলে থাকে, আৰ্থিক দুৰ্যোগৰ বাবে লগত কাকো ৰাখিব নোৱাৰে। সত্ৰৰ ভকতসকলে দেখুওৱা মৰম আৰু আস্থাই যেন তেওঁৰ ভিতৰৰ স্পৰ্শকাতৰ মানুহটোক জগাই তুলিলে।

আনন্দ আৰু বেদনাৰ ছাঁ - পোহৰে সত্ৰাধিকাৰৰ বহা টৌৱাই গ'ল।

তৃতীয় দিনা মূল কীৰ্ত্তন। মানুহেৰে উদুলি-মুদুলি সত্ৰ। সত্ৰাধিকাৰ প্ৰভুৰ বহাত লীলা আতে, মহেন্দ্ৰইতে মানুহক সোধপোছ কৰি তৰণি পোৱা নাই। কীৰ্ত্তন ঘৰত ৰাতি নৌ পুৱাওঁতেই আৰম্ভ হৈছে জাগৰণৰ গীত। তাৰ পিচত একাদিক্ৰমে নিত্য-প্ৰসংগ, নাম, ভাগৱত পাঠ, প্ৰসাদ বিতৰণৰ পিচত গায়ন-

বায়নৰ 'বৰপেটীয়া ধেমালি'। এই ধেমালিৰ নাচ এক মনোৰম। ভংগিমান, হস্ত প্ৰয়োগ আৰু পানী পৰুৱাই এই ধেমালি উপভোগ্য কৰি তোলে। ঘোষা গাই থাকোঁতে দেউৰীয়ে বৰবায়ন - বৰগায়নেৰে আৰম্ভ কৰি সকলো বায়ন আৰু গায়নক মালা-নিৰ্মালি, তিলক আদি পিন্ধোৱাৰ দৃশ্যয়ো মন মুহি নিয়ে। আটাইতকৈ চিত্তাকৰ্ষক হ'ল বৰবায়নে নাচি নাচি হাতপাতি দৰ্শকৰ পৰা দক্ষিণা বিচৰাৰ দৃশ্য। ৰামেশ্বৰ বৰবায়ন আৰু টংকেশ্বৰ বৰুশায়নে দুহাত পাতি 'দক্ষিণা' বিচাৰোঁতে আবেগে ডিঙিত সোপা মাৰি ধৰিছিল। আগদিনা কণ কণ নটুৱা কেইজনে নাচৰ মাজতে দক্ষিণা বিচাৰোঁতে আমোদ লাগিছিল; কিন্তু বৰবায়নে বিচাৰোঁতে নাচৰ লগত একাত্ম হ'বলৈ, সমগ্ৰ প্ৰক্ৰিয়াটোত দৰ্শকক অংশীদাৰ হ'বলৈ সুযোগ দিয়া ব্যৱস্থাটোত গৌৰৱবোধ হ'ল, কৃতজ্ঞতাবোধ হ'ল।

ইয়াৰ পিচতে 'ভোজন বিহাৰ' নাচ। এই নাচৰ যোগেৰে বৃন্দাবনত কিশোৰ শ্ৰীকৃষ্ণ আৰু গোপ বালকৰ খেল বা লীলা বৰ্ণোৱা হয়। এই নাচ উচ্চস্তৰৰ আৰু কষ্টসাধ্য। লয়লাস আৰু গাম্ভীৰ্য্য মিহলি এই নাচ আৰম্ভ হওঁতে সকলোৱে থিয় হৈ সন্মান জনোৱাৰ নিয়ম। কৃষ্ণৰ পোছাকত বহু নটুৱাই অংশ গ্ৰহণ কৰা এই নাচত সত্ৰৰ দাঁতি কাষৰীয়া গাঁৱৰ শিল্পীয়েও যোগ দিয়া দেখিছিলোঁ। নটুৱাৰ মাজে মাজে কান্ধত খোল লৈ নাচি থকা ৰামেশ্বৰ বৰবায়নে গীতৰ ঘাত পৰোঁতে চোঁ মাৰি মাৰি গায়নসকলৰ ওচৰলৈ অহা দৃশ্যই আমাৰ প্ৰয়াত অধ্যাপক ৰমেশ্বৰ শইকীয়া বৰবায়নে কোৱা কিম্বদন্তীস্বৰূপ মণিৰাম মুক্তিয়াৰ বৰবায়নৰ কথা মনত পেলাই দিয়ে। চুটি-চাপৰ, ক্ষীণ-মীন দেহাৰ মানুহজনে মণিৰাম মুক্তিয়াৰৰ দৰেই চোঁমাৰি এবাৰ গায়নৰ ওচৰলৈ এবাৰ নটুৱাৰ ওচৰলৈ গৈ গৈ খোল বজাই বজাই নাচিছে!

গধূলিৰ 'ন-ধেমালি'ও আছিল বৰ আকৰ্ষণীয়। টংকেশ্বৰ বৰবায়নে কৰা ভোৰতালৰ নাচে মুগ্ধ কৰি তুলিছিল আমাক। সত্ৰৰ বাহিৰত গায়ন-বায়নৰ নাচ হ'লে সাধাৰণতে এই ধেমালিকে বজায়। আকৰ্ষণীয় পদচালনাৰ এই ধেমালি সাধাৰণতে নাটৰ ভাওনাৰ আৰম্ভণিতে কৰা হয়। ন-ধেমালিৰ পিচতে 'ত্ৰিভুৱনৰ গীত'। এইখিনিৰ পৰাই যেন আৰম্ভ হয় ক'ৰবাত এক কৰুণ সুৰ...।

দুপৰ ৰাতি পৰিৱেশিত হয় 'বৰধেমালি' আৰু যোৰাধেমালি'। কটীৰাম বুঢ়াভকতৰ মতে ন-ধেমালিৰ আনন্দৰ পিচত ত্ৰিভুৱনৰ গীতত মহাপ্ৰভুৰ বৈকুণ্ঠলৈ ঘূৰি যোৱাৰ প্ৰস্তুতি চলে; এই গীত বিৰহৰ। যোৰাধেমালি হৈছে পৃথিৱীৰ পৰা ঘূৰি যাবৰ বাবে শ্ৰীকৃষ্ণক দেৱতাসকলে কৰা স্তুতি।

ঘোষা ধেমালিৰ কথা অধ্যাপকে (প্ৰয়াত ৰসেশ্বৰ শইকীয়া বৰবায়নে) কৈছিল — 'ৰাতি দুই বজাত টুনি নৈ (মাজুলী)ৰ পানীত গা ধুই আহি ভকতসকলে কীৰ্ত্তন ঘৰত গায়ন-বায়ন গাই তলৰ মাটি ওপৰ কৰি থাকে, দৰ্শক এজনো নাথাকে। তোমালোকৰহে দৰ্শক কম হ'লেই আপত্তি!'

কিহৰ তাড়নাত এই চিৰকুমাৰ ভকতসকলে এইদৰে একান্তে কলাৰ চৰ্চা কৰি আহিছে?

"কলা? আমাৰ বাবে এয়া ভগৱৎ বস্তুক পোৱাৰ বাট, আইজনী!"

শেষৰ দিনা 'ভাওনি'। এইদিনাৰ মূল আকৰ্ষণ 'যাত্ৰাঘোষা'। যাত্ৰাঘোষাই কীৰ্ত্তন ঘৰত সৃষ্টি কৰা পৰিৱেশ কথাৰে বৰ্ণোৱাৰ সাধ্য আমাৰ নাই। এয়া বিদায় দিয়া হ'ল মহাপ্ৰভুক বৈকুণ্ঠলৈ — উকা হৈ পৰি ৰ'ল পৃথিৱী!

ঠিক যেন শ্মশান যাত্ৰা। খালী গাত চেলেং মেৰিয়াই লোৱা এদল ভকতে "প্ৰাণ হৰি গৈলা এৰি...." গাই গাই কীৰ্তন ঘৰৰ এমূৰৰ পৰা আনমূৰলৈ ধীৰ খোজেৰে গতি কৰিছে। প্ৰিয়জনক হেৰুওৱাৰ দৰে বেদনাই ভাৰাক্ৰান্ত কৰিব আপোনাকো এই গীতে। সত্ৰাধিকাৰে মূৰত কাপোৰ লৈ চাই ৰয়, বুঢ়াভকত সকলেও; ওৰণি লোৱা কোনো মহিলাই উচুপি উঠে। সকলো থিয় হৈ থাকে।

কীৰ্ত্তনঘৰৰ ইমূৰৰ পৰা সিমূৰলৈ সাত পাক ঘূৰাৰ পিচত হৰিধ্বনিৰে যাত্ৰাঘোষাৰ সামৰণি পৰে । 'চৰিত পাঠ' আৰম্ভ হয়। আবেলিলৈ 'ঘাইবস্তু সামৰা' বা বিসৰ্জন। চাৰিদিনীয়া কীৰ্ত্তন অনুষ্ঠানৰ সামৰণি পৰে।

নিমাও ম্লাও হৈ পৰে সত্ৰ।

আমাৰো ঘূৰি আহিবৰ হয়। সত্ৰাধিকাৰ প্ৰভুৰ স্নেহ ভৰা আশ্ৰয়, বুঢ়াভকতসকলৰ আদৰৰ প্ৰশ্ৰয়, অন্যান্য সকলৰ মৰম-স্নেহ-আশীৰ্বাদে ভৰাই ৰখা দিনকেইটা শেষ হয়। এৰি অহাৰ সময়ত হাঁহাকাৰ কৰি উঠে হৃদয় — কেনেকৈ সুজিম এই মৰমৰ ঋণ! ভকতৰ বহাই বহাই খোৱা কোমল চাউলৰ জলপান, সত্ৰাধিকাৰ প্ৰভুৰ বহাত লীলা আতৈয়ে আথেবেথে আগবঢ়াই দিয়া ভাতসাঁজ, ঠাণ্ডা লাগি কাহ হোৱা দেখি কিশোৰ ভকত দিলীপে ডিঙিত মেৰিয়াবলৈ আগবঢ়াই দিয়া গামোচাখন, মহেন্দ্ৰই গা ধুবলৈ তপতাই দিয়া পানী কলহ, কিনকিনীয়া বৰষুণত ছাতিৰ অভাৱত কণমানি ভকতজনে দৌৰি আহি মূৰৰ ওপৰত ধৰা কঠখন, পুৱা বিছনাত থকাতেই "আইজনী উঠিলানে, গা-টো ভালনে" বোলা শ্ৰদ্ধেয় কণ্ঠীৰাম বুঢ়াভকতৰ মাতষাৰ — এইবোৰ পিচে কেৱল মোৰ বাবে নহয়। আপুনিও পাব একেই আতিথ্য, একেই আদৰ; কেৱল অলপ

মৰমৰ চকুৰে চাওক এই ভকতসকলক, যি নিজৰ জীৱন-যৌৱনৰ স্বপ্নক ভৰিৰে মোহাৰি গুৰুজনাৰ সৃষ্টি আপুৰুগীয়া সংস্কৃতিৰ মহাসম্ভাৰ সাঁচি সামৰি ৰাখিছে আপোনাৰ - মোৰ বাবেই! সজ-সাধু সত্ৰাধিকাৰ শ্ৰীশ্ৰীভক্তকান্ত দেৱগোস্বামীৰ ছাঁয়াত থকা এই ভকতসকলৰ আৰ্থিক কষ্ট ভয়াবহ, কিন্তু কোনেও এই লৈ আপোনাৰ ওচৰত অভিযোগ নকৰে।

যাবনে? গুৰুকীৰ্ত্তনৰ সাংস্কৃতিক সমাহাৰেৰে চকু-মন তৃপ্ত কৰাৰ লগতে সত্ৰৰো খবৰ ল'বলৈ?

ৰ'ব, কেনেকৈ যাব? কমলাবাৰীৰ মূল সত্ৰখন ব্ৰহ্মপুত্ৰৰ বোৱৰণৰা বাচিবৰ বাবে যোৰহাটৰ কাষৰ মহিমাবাৰীলৈ উঠি আহিল। যোৰহাটৰ পৰা তিতাবৰলৈ নিয়মিত বাছ চলে, তিতাবৰৰ পৰা মহিমাবাৰীলৈ। নতুন কমলাবাৰী আৰু উত্তৰ কমলাবাৰীলৈ যাবলৈ যোৰহাটৰ নিমাতীঘাটৰ পৰা ফেৰীৰে পাৰ হ'ব লাগে। দুয়োখন সত্ৰৰে নিজা অতিথিশালা আছে; ৰান্ধিখোৱাৰ ব্যৱস্থা আছে। মাজুলী চাবলৈ অহা বিদেশী পৰ্য্যটকো আহি এই অতিথিশালাত থাকেহি।

কেৱল এটা কথা; যোৱাৰ আগতে মাটিত শুদাভৰিৰে খোজ কঢ়াৰ আৰু মজিয়াত কঠ বা ঢাৰি পাৰি বহাৰ অভ্যাস কৰি যাব। অনভ্যাসত কষ্ট পাব পাৰে।

সত্ৰৰ ভিতৰচ'ৰাৰ নিজস্ব প্ৰশাসন প্ৰণালী আছে। সত্ৰখন নিয়াৰীকৈ চলাৰ নীতি-নিয়ম আছে। সত্ৰলৈ যোৱাৰ আগতে জানিব খুজিলে শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ দেৱগোস্বামীৰ 'সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা'খন পঢ়িব পাৰে।

ওলাব তেনেহ'লে, অহাবাৰ, গুৰুকীৰ্ত্তনত কমলাবাৰী সত্ৰলৈ।

(কেইবছৰমান আগতে শ্ৰীশ্ৰীমাধৱদেৱৰ কীৰ্ত্তন উৎসৱৰ সময়ত তিতাবৰৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰত তিনি ৰাতি থকাৰ সৌভাগ্য হৈছিল। সেইকেইদিনৰ অভিজ্ঞতা মোৰ জীৱনৰ পৰম প্ৰাপ্তি। সত্ৰৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছিলোঁ এই সামান্য লেখাৰে; লেখাটি পূৰ্বতে বাতৰি কাকতত প্ৰকাশ হৈছিল। সম্প্ৰতি তিতাবৰৰ কমলাবাৰী সত্ৰত উদ্‌যাপিত হ'বলগীয়া শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ ৪৬০ তম জন্ম জয়ন্তীৰ পবিত্ৰ ক্ষণত তেখেত দ্বাৰা স্থাপিত সত্ৰখনিৰ প্ৰতি মোৰ সেই একেটা লেখাকেই পুনৰ প্ৰকাশ কৰিবলৈ দি মোৰ ভক্তি অৰ্ঘ্য আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ - লেখিকা)



# ভৰিমান

ড° কেশৱানন্দ দেৱগোস্বামী

গায়ন-বায়নসকলে যোৱা বা গাণিকা আৰু মৃদঙ্গীয়াদলে 'গায়ন গোৱা' অনুষ্ঠানত খোল-মৃদঙ্গৰ বাজনা আৰু তালৰ লগত সঙ্গতি ৰাখি বিভিন্ন প্ৰকাৰৰ ভৰিমান প্ৰয়োগ কৰে। সূক্ষ্ম গাণিতিক ভাগত বিভক্ত এনে ভৰিমানৰ ব্যৱহাৰে অনুষ্ঠান অধিক আকৰ্ষণীয় কৰি তোলে। বিভিন্ন ছন্দেৰে গঠিত এই ভৰিমানসমূহ নাচৰ লগত প্ৰয়োগ হোৱা ভৰিমানতকৈ সম্পূৰ্ণ পৃথক নহয় যদিও এইবোৰৰ বিশেষত্ব হৈছে—খোল বা মৃদঙ্গৰ বাজনাৰ বা বোলৰ লগত মিলাকৈ সুসংযোজন কৰা। ভৰিমানবোৰৰ কিছুমান থলুৱা নাম দিয়া হৈছে। সংস্কৃত নাট্যশাস্ত্ৰ আদিত উল্লেখ থকা পদকৰ্মকে সাধাৰণতে ভৰিমান বুলি ক'ব পৰা যায়। মান শব্দটিয়েও সাধাৰণভাৱে কোনো নিৰ্দিষ্ট মাত্ৰাৰ একোটা তালৰ আৱৰ্তক বুজায়। সেয়েহে সত্ৰীয়া সংগীতৰ তালৰ ক্ষেত্ৰত আৰু বৰগীত বা অঙ্কৰ গীতত ৰাগৰ লগতে কেতিয়াবা তালখনৰ উল্লেখ 'একতালি মান', 'মান—একতালি', 'জৌতিমান' বা 'ধৰণজৌতি মান', 'মান—আঠতলা' আদি ৰূপেৰে কৰা দেখা যায়। তদুপৰি 'মান চোক' বুলি ষড়ছন্দৰ গীতত উল্লেখ আছে। কেতিয়াবা আকৌ মান চোকৰ বাজনা অথবা মান চোকৰ ভঙ্গী বুলিও ব্যৱহাৰ কৰা হয়।

পদকৰ্মক প্ৰথমতে মূলস্থান অৰ্থাৎ নাচৰ কাৰণে প্ৰথমে ল'বলগীয়া অৱস্থানৰ পৰাই নানা ভাগত বিভক্ত কৰি দেখুৱাব পৰা যায়। সেইফালৰপৰা গতি বা গমন আৰু চলন বা চলনা আদিও এই পদকৰ্ম বা ভৰিমানৰে ভিতৰুৱা

বুলি ধৰিব পাৰি। সেয়েহে 'মান চলনা দিয়া' বুলিও কোৱা হয়। আনকি সাধাৰণ অৰ্থতো কোনোৱে কেতিয়াবা হাত-ভৰি জোকাৰি কথা ক'লে 'মান চলনা দি কথা কোৱা' বুলি কয়। ভৰিমান বা পদকৰ্মই হওক, গতি বা চলনাই হওক, সকলো ক্ষেত্ৰতে এক গাণিতিক নিয়ম থাকিবই লাগিব। লেখ অৰ্থাৎ measured নহ'লে ছন্দভঙ্গ অনিবাৰ্য্য। আনহে নালাগে—সাধাৰণভাৱে সকলোৱে খোজকঢ়া বা দৌৰাতো নিৰ্দিষ্ট নিয়মৰ অন্তৰে অন্তৰে পদ প্ৰক্ষেপ কৰা লক্ষ্য কৰিব পাৰি, —সি দ্ৰুতভাৱেই হওক বা বিলম্বিতভাৱেই হওঁক। একোটা আৱৰ্তত সময়ৰ তিলমানো হেৰফেৰ কেতিয়াও হ'ব নোৱাৰিব। এয়ে মাত্ৰাজ্ঞান আয়ত্বৰো সোপান। মৰাল গতি বা ৰাজহংস গতি, গজ গতি, কুঞ্জৰ গামিনী আদি শব্দমালাই ছন্দায়িত গমনৰ কাব্যিকভাৱ প্ৰকাশন ৰূপে অনুকৰণ, সাদৃশ্য লক্ষণ দেখা আদি সূচায় আৰু আনহাতে বিশেষ লয়ৰো নিৰ্দেশ কৰে। এই গতি বা গমনকে চলন, চলনা বুলিও কোৱা হয় আৰু সামগ্ৰিকভাৱে প্ৰথম অৱস্থান গ্ৰহণৰপৰা সকলোখিনি বুজাবলৈ শাস্ত্ৰসমূহত পদকৰ্ম তথা 'চাৰী' আৰু সত্ৰীয়াত ভৰিমান শব্দৰ প্ৰয়োগ হয়। কেৱল মান শব্দটোৱে পদ প্ৰক্ষেপৰ নিৰ্দিষ্ট নিয়মকে নুসূচায সি তালৰ বেলিকাও প্ৰযোজ্য হয় বাবে ভৰি শব্দটো মান শব্দৰ লগত সংযুক্ত কৰি বিশেষ অৰ্থ প্ৰকাশকৰূপে ব্যৱহাৰ হৈছে। নাট্যশাস্ত্ৰ, অভিনয় দৰ্পণ আদিত এই পদকৰ্মক কেইবা ভাগতো বিভক্ত কৰি দেখুওৱা হৈছে। নাট্যশাস্ত্ৰৰ মতে পদৰ ভাগ কৰি ভৰি থোৱা, ৰখা বা দিয়াৰ প্ৰধান ভাগকেইটা বৰ্ণানুক্ৰমিকভাৱে এনে ধৰণৰ— ১। অগ্ৰতল সঞ্চৰ, ২। অঞ্চিত, ৩। উদঘাট্টিত, ৪। কুঞ্চিত আৰু ৫। সমপদ। ইয়াৰ ওপৰতে ভিত্তি কৰি ১। উলাহ, ২। গতি বা গমন, ৩। চলন বা চলনা, ৪। চাৰী, ৫। জাঁপ, ৬। পাক, ৭। ভ্ৰমৰী আৰু ৮। স্থান আদি গঠিত হয়।

সত্ৰীয়া ভৰিমানবোৰৰ গঠন প্ৰক্ৰিয়া আৰু প্ৰয়োগ সম্পৰ্কে তথা সেইবোৰৰ থলুৱা নামৰ বিষয়ে অৱগত হ'বলৈ প্ৰথমতে পূৰ্বে উনুকিওৱা পাঁচবিধ মূল পদকৰ্মৰ অৱস্থানৰ বিষয়ে জনাটো প্ৰয়োজন। শাস্ত্ৰত বৰ্ণিত সেই পাঁচবিধৰ বিৱৰণ তলত দিয়া হৈছে—

১। **অগ্ৰতল সঞ্চৰ** :—গোৰোহা বা গেৰোবাৰে গোৰ মৰাৰ দৰে কৰি, বুঢ়া আঙুলি পোন কৰি ৰাখি বাকীবোৰ আঙুলি কোঁচ খুৱাই ৰখা।

২। **অঞ্চিত** :—কুঞ্চিত (পিছত চাৰি নম্বৰ ভাগ) অৱস্থাৰ বিপৰীত অৰ্থাৎ গোৰোহা বা গেৰোবা মাটিত থৈ ভৰিৰ আগ অংশ ওপৰলৈ তুলি আঙুলিবোৰ মেলি ৰখা।

৩। **উদঘাটিত ঃ**—ভৰিৰ আঙুলিবোৰৰ ওপৰত গা ভৰ দি গোৰোহা বা গেৰোৰা তুলি মাটিত থোৱা। ইয়াক থলুৱাভাৱে খিয় দোপ দিয়া বুলি কোৱা হয়।

৪। **কুঞ্চিত ঃ**— গোৰোহা বা গেৰোৰা ওপৰলৈ তুলি আঙুলিবোৰ বেঁকা কৰি ভৰিৰ মাজভাগ বেঁকা কৰি ৰখা।

৫। **সমপদ ঃ**— দুয়োখন ভৰি সমানে ৰাখি ৰোৱাকে সমপদ বোলা হয়। প্ৰকৃততে সমপদৰপৰাই বাকী ওপৰত দিয়া চাৰিটি অৱস্থা গঠিত হয় কাৰণে প্ৰথমে সমপদৰেই বিৱৰণ দিয়া হৈছে। ইয়াত বৰ্ণানুক্ৰমিকৰূপেহে সমপদৰ স্থান শেষত দিয়া হ'ল।

সত্ৰীয়া নাচৰবাবে প্ৰথম অৱস্থান গ্ৰহণ কাৰ্য বা পদ্ধতি হৈছে—ওৰা। ইয়াক শাস্ত্ৰোক্ত মণ্ডল স্থানৰ লগত তুলনা কৰিব পাৰি। এই ওৰাৰ পৰাই বিবিধ ভৰিমান তথা নাচৰ আৰম্ভ হয়। গতিকে বায়নসকলেও (আৰু কোঁতিয়াবা গায়নেও আৰু সত্ৰীয়া ওজাপালিৰ ওজায়ো) এই ওৰাৰ পৰাই সকলো ভৰিমান আৰম্ভ কৰিব লাগে। ভৰি, আঁঠু, আৰু উৰু বাহিৰফাললৈ মেলি, আঁঠু ভাঙি কঁকালটো কিঞ্চিত তললৈ নিয়াই ওৰা। ওৰাৰ আকৌ কেইবাটাও ভাগ আছে।

এইখিনিতে আন এটা কথাও উল্লেখ কৰিবলগীয়া। এঠাইৰপৰা অন্য এঠাইলৈ ভৰি থোৱা বা খোজ দিয়াকে শাস্ত্ৰীয় ভাষাত 'চাৰী' বোলা হয়; কিন্তু চাৰীত প্ৰকৃততে হাত আৰু দেহৰ নিম্নভাগৰ প্ৰত্যঙ্গৰো কাম সঙ্গতিযুক্তভাৱে হ'ব লাগিব। গতিকে সেই দৃষ্টিৰপৰা নহ'লেও, মৌলিক কথাটোলৈ লক্ষ্য ৰাখি চাৰীকে ভৰিমান বা খোজ বোলা হ'ব পাৰে। আনহাতে চাৰীত হাতৰ কামো হ'ব লাগে যদিও বায়নসকলে সেই কাম কৰাৰ প্ৰায় অৱকাশ নাথাকে; কিন্তু ভৌমি আৰু আকাশীকি— উভয়বিধ চাৰীৰে ব্যৱহাৰ বায়নসকলে কৰিব পাৰে। নতুন শিক্ষাৰ্থীৰ বাবে বিষয়টো অধিক মুকলিকৈ বুজাবৰ কাৰণেহে পদকৰ্মকে ঘাইকৈ ভৰিমান বোলা হৈছে। ইয়াকে খোজ বুলি কোৱা হ'লেও সেই শব্দ ব্যৱহাৰ নকৰাৰ কাৰণ হ'ল—'উঠা খোজ মান' নামৰ এক বিশেষ ভৰিমান এখন সত্ৰীয়াত আছে।

সত্ৰীয়া নাচৰ কৰ্মশালাসমূহত ত্ৰিশখন শাস্ত্ৰোক্ত ভৰিমান গৃহীত হৈছে কাৰণ—সেইবোৰৰ পূৰ্বতে কিবা থলুৱা নাম আছিল যদিও সি লুপ্ত হৈছে, অথচ ব্যৱহাৰ অদ্য পৰিমিত আছে। নাট্যশাস্ত্ৰমতে ১৬ খন ভৌমি আৰু ১৬ খন আকাশীকি চাৰীৰ নাম পোৱা যায়। অভিনয় দৰ্পণত এই তালিকা বেলেগ। সংগীত ৰত্নাকৰৰ মতে ৩৫ খন দেশীয় ভৌমি আৰু ১৯ খন দেশীয় আকাশীকি

চাৰী আছে। দেশীয় চাৰী গঠনৰ সংখ্যাধিক্যই নাচত বিষয়টোৰ মহত্ব আৰু গুৰুত্বৰ কথা সূচায়। ইয়াৰে কেতবোৰৰ বাহিৰেও, থলুৱা নামৰ যিখিনি সত্রীয়াত প্ৰচলিত, তাৰ তালিকাও তলত দিয়া হ'ল । এই তালিকা বৰ্ণানুক্ৰমিক।

(ক) শাস্ত্ৰোক্ত ঃ

১। অড্ডিতা ঃ—অগ্ৰতল সঞ্চৰ এখন ভৰিৰে আনখন ভৰিৰ আগভাগ অথবা পিছৰ অংশ মোহৰা।

২। অতিক্ৰান্তা ঃ—কুঞ্চিত ভৰি তুলি আগলৈ নি পিছত থোৱা।

৩। অধ্যৰ্ধিকা ঃ—বাওঁভৰি অগ্ৰতল সঞ্চৰ কৰি সোঁ ভৰিৰ পিছফালে নি, সোঁ ভৰি অলপ আগলৈ থোৱা।

৪। অপস্যান্দিতা ঃ—স্যান্দিতাৰ বিপৰীত অৰ্থাৎ এখন ভৰি আনখন ভৰিতকৈ পাঁচ 'তল' আঁতৰত ৰাখি, পুনৰ আনখনো তেনে কৰা।

৫। আবিদ্ধা ঃ—কুঞ্চিত ভৰি আগলৈ নি কেৰেপাকৈ ৰাখি পুনৰ আঞ্চিত কৰি আনি মাটিত ৰখা।

৬। উৎস্যান্দিতা ঃ—ভৰি দুখন লাহে লাহে কাষলৈ 'ৰেচক'ৰ দৰে নিয়া।

৭। উৰ্দ্ধজানু ঃ—সত্ৰীয়াত "উঠাল আঁঠু" নামৰ ভৰিমানখনকে শাস্ত্ৰত উৰ্দ্ধজানু বোলা হয়।

৮। উৰুদ্বৃত্ত ঃ—অগ্ৰতল সঞ্চৰ ভৰিৰ গেৰোৱা ওপৰলৈ ৰাখি ভৰিৰ ঠাৰি সামান্য বেঁকা কৰি উৰু ঘূৰোৱা।

৯। এড়কাকীড়িত ঃ—অগ্ৰতল সঞ্চৰ ভৰিৰে বৈ বৈ সমান সময়ৰ অন্তৰত জাঁপ মৰা।

১০। কুট্টন ঃ—ভৰিৰ পিছ অংশৰে মাটিত আঘাত কৰাৰ নাম কুট্টন।

১১। চলন ঃ—আঞ্চিত ভৰিদুখন আগলৈ পৰ্য্যায়ক্ৰমে নিয়া ।

১২। চংক্ৰমন ঃ—ভৰিদুখন দাঙি পৰ্য্যায়ক্ৰমে কতীয়াকৈ দি থোৱা।

১৩। চাসগতি ঃ—প্ৰথমে সোঁভৰি অগ্ৰতল সঞ্চৰ কৰি আগলৈ নি পিছফালে আনি থোৱা আৰু পৰ্য্যায়ক্ৰমে বাওঁ ভৰিও তেনে কৰা।

১৪। জানিতা ঃ—ই সত্ৰীয়াৰ "লাহীওৰা-হাত পকোৱাৰ" লগত একে।

১৫। দোল পাদা ঃ—কুঞ্চিত ভৰি দাঙি ইকাতি-সিকাতি কৰি দুয়োফালে নি, পুনৰ অঞ্চিত অৱস্থাত মাটিত ৰখা।

১৬। নূপুৰ পাদিকা ঃ—সত্ৰীয়াৰ নূপুৰ চলোৱাৰ লগত ই একে।

১৭। বদ্ধা ঃ—ভৰিৰ গাঁঠি বা ঠাৰি কেৰেপাকৈ আনখন ভৰিৰ লগত ৰাখি উৰু কাতি কৰা।

১৮। বিচ্যব্যা ঃ—সমপাদা অৱস্থাৰপৰা ভৰিদুখন আঁতৰাই ঘঁহনি খুৱাই মাটিত তালে তালে আঘাত কৰা।

১৯। বিষম সঞ্চৰ ঃ—সৌভৰি বাওঁভৰিৰ আঙুলিৰ ওপৰত ৰাখি পৰ্য্যায়ক্ৰমে তেনেদৰে কৰা।

২০। বেগিনি চাৰী ঃ—ক্ষিপ্ৰ গতিৰে ভৰিৰ আঙুলিৰে অথবা গোৰোহা বা গোৰোবাৰে গমন কৰা।

২১। ভ্ৰমৰী ঃ—এই শব্দৰপৰাই সত্ৰীয়াত ভাঁউৰীপাক শব্দৰ ব্যৱহাৰ হৈছে। সৌভৰি কুঞ্চিত কৰি আগবঢ়াই তলফালে থৈ ঘূৰাকে ভাঁউৰী বা ভ্ৰমৰী বোলা হয়। সত্ৰীয়াত ই মাটি আখৰাৰ অন্তৰ্ভুক্ত।

২২। মণ্ডলী ঃ—অগ্ৰতল সঞ্চৰ ভৰিৰে পিছলৈ খোজ দি যোৱা আৰু লগে লগে একে ফালৰ হাতো উদ্বেষ্টিত কৰি নিয়া। সত্ৰীয়াত ইয়াৰ নাম চিটিকা।

২৩। লুঠিত ঃ—অগ্ৰতল সঞ্চাৰ ভৰিৰে কেৰেপাকৈ দুপিয়াই চোৱা চাৰীৰ নাম লুঠিত।

২৪। লোলিত ঃ—ধিত অৱস্থাৰ পিছত যদি ভূমি স্পৰ্শ নকৰাকৈ ভৰি চলোৱা হয়, তেন্তে তাৰ নামেই লোলিত।

২৫। শকটাস্যা ঃ—এখন ভৰি অগ্ৰতল সঞ্চৰ কৰি পোন হৈ বুকু ফিন্দাই থকা।

২৬। সমপাদা ঃ—পূৰ্বতে উল্লেখ কৰা সমপদ অৱস্থা।

২৭। সমস্তৰিত মণ্ডলী ঃ- অগ্ৰতল সঞ্চৰ ভৰিৰে পিছফালে ঘূৰা।

২৮। সৰণ ঃ- এখন ভৰিৰ আঙুলিৰে আনখন ভৰিৰ গোৰোহা বা গেৰোৱা স্পৰ্শ কৰি পৰ্য্যায়ক্ৰমে যোৱা।

২৯। স্যন্দিতা ঃ- এখন ভৰি আনখনতকৈ পাঁচ 'তল' আঁতৰত ৰখা।

৩০। স্থিতবৰ্তা ঃ- এখন অগ্ৰতল সঞ্চৰ ভৰি আনখনৰ আগত কেৰেপা খুৱাই ধৰি পুনৰ আনখনেৰে তদ্ৰূপ কৰা।

(খ) থলুৱা নামৰ ভৰিমানবোৰ হৈছে ঃ

১। চলনা, ২। চিটিকা, ৩। চিৰল, ৪। তেৰাই, ৫। নূপুৰ চলোৱা, ৬। মৈৰাছানি ৭। যুতি আৰু ৮। লেছেৰি।

ইয়াৰ উপৰি চিটিকা, চিৰল আৰু যুতিৰ সংমিশ্ৰণত, বিশেষকৈ বৰদোৱা বালিসত্ৰৰ ভাদমাহৰ নাম সামৰাৰ নাচত প্ৰচলিত ভৰিমান বাৰখন আৰু অন্য ছয়খন বেলেগ ভৰিমান হৈছে—১। অদযুতি, ২। উঠা খোজমান, ৩। এপকীয়া চিটিকা, ৪। এপকীয়া চিৰল, ৫। খুবলি পিচল, ৬। খুবলি পিচলা-নূপুৰ চলোৱা, ৭। চিৰল চিটিকা, ৮। তিনিযুতি, ৯। দুপকীয়া চিটিকা ১০। দুপকীয়া চিৰল,

১১। নূপুৰ চলোৱা, ১২। পাক যুতি, ১৩। বগলী খুটিওৱা, ১৪। বৰচলা, ১৫। বৰযুতি ১৬। বহিচিৰল ১৭। সকচলা আৰু ১৮। সৰুযুতি।

ইয়াৰে খুবলি পিচলা কেইবা প্ৰকাৰেও দিয়া দেখা যায়। দুই-তিনিবিধ ভৰিমান মিলায়ো একোটা ৰূপ গঠন কৰা হয়। তদুপৰি খোচৰা, চালনী সৰকা, চোলা ঘূৰোৱা, দলচক্ৰ, লেছেৰি কোবোৱা আৰু হাতীখুজীয়া আদি ভৰিমানো আছে। ইয়াৰ লগত স্থান আৰু গতিৰ গুৰুত্ব সমানে দিয়া হয়। থলুৱা নামৰ ভৰিমানবোৰৰ গঠন এনেদৰে হয়—

**চলনা ঃ** এখন অঞ্চিত ভৰি এখোজ আগলৈ দি, দোপ দি ৰ'ব।

**চিটিকা ঃ** এখন অগ্ৰতল সঞ্চৰ ভৰি সমুখত থৈ, আনখন ভৰি পিছলৈ নি আঁঠুৰ ওচৰত বেঁকাকৈ ৰখা।

**চিৰল ঃ** এখন ভৰিৰ বুঢ়া আঙুলিৰ ওপৰত ভৰ দি এফালৰ পৰা আনফালে নিয়া আৰু আনখন ভৰিও সেইক্ৰমে চোঁচৰাই নিয়া।

**তেৰাহি ঃ** সোঁ অঞ্চিত ভৰি গাৰ সোঁফালে আৰু বাওঁ অঞ্চিত ভৰিও বাওঁফালে সেইদৰে ৰাখি, সোঁ ভৰিখন অগ্ৰতল সঞ্চৰ কৰি ইখনৰ পিছফালে ৰখা আৰু পৰ্য্যায়ক্ৰমে ইখন ভৰিও তেনে কৰা।

**নূপুৰ চলোৱা ঃ** শাস্ত্ৰোক্ত নূপুৰ পাদিকাৰ লগত একে।

**মৈৰা চালি ঃ** বহি বা থিয় হৈ, এখন কুঞ্চিত ভৰি ক্ষিপ্ৰভাৱে সোঁ-বাওঁ দুয়োফালে সমুখত ৰখা আৰু হাতেৰে জলক দেখুওৱা।

**যুতি ঃ** এখন অঞ্চিত ভৰি সমুখত ৰাখি আনখন ভৰি পিছফালে অগ্ৰতল সঞ্চৰ কৰি কেৰেপা খোৱাৰ দৰে কৰি ৰখা।

**লেচেৰি ঃ** উলাহ দি এখন অঞ্চিত ভৰি কাষলৈ ঠেলা মৰাৰ দৰে কৰিব আৰু অগ্ৰতল সঞ্চৰ কৰি মাটিত ৰাখিব; লগে লগে আনখন ভৰি অগ্ৰতল সঞ্চৰ কৰি ইখনৰ পিছত "স্বস্তিক"ৰ দৰে ৰাখিব।

**আদ যুতি ঃ** সোঁভৰি সমুখত বেঁকাকৈ ৰাখি বাওঁভৰি তাৰ পিছলৈ আনিব আৰু আগৰদৰে থ'ব; সোঁভৰি দাঙি পুনৰ মাটিত পেলাব। বাওঁ ভৰিখনেৰে চিৰল কৰাৰ দৰে চোঁচৰাই নিব। গাৰ ভৰ সোঁভৰিৰ ওপৰত ৰাখি বহি, সোঁফালে এপাক ঘূৰিব।

**উঠা খোজমান ঃ** সমপদৰপৰা সোঁভৰি এখোজ আগুৱাই দিব, বাওঁভৰি চোঁচৰাই আনখনৰ সমানে ৰাখিব। তাৰ পিছত উৰ্দ্ধজানু ভঙ্গীৰে এপাক ঘূৰি পুনৰ পূৰ্ব্বৰ অৱস্থালৈ আহিব।

**এপকীয়া চিটিকা ঃ** চিটিকা কৰি বাওঁফালে এপাক ঘূৰি, ভৰি উদঘাটিত কৰি ৰাখিব।

**এপকীয়া চিতল :** প্ৰথমে চিতল কৰি তাৰ পিছত উৰ্দ্ধবৃত্ত চাৰী কৰিব।

**খুবলি পিচলা :** সত্ৰভেদে ইয়াক বেলেগ বেলেগ প্ৰকাৰে দিয়া দেখা যায়। বৰদোৱাৰ নৰোৱা অৰ্থাৎ বৰফালে সোঁভৰি প্ৰথমে অগ্ৰতল সঞ্চৰ কৰি ৰাখে। তাৰ পিছত বাওঁ অগ্ৰতল সঞ্চৰ ভৰি দাঙি পুনৰ মাটিত থয়। তৃতীয়তে সোঁভৰি আকৌ দাঙি মাটিত থয় আৰু বাওঁ ভৰিখন সোঁভৰিৰ সমানে ৰাখে। পুনৰ দুয়োখন ভৰি সমপদ অৱস্থাত ৰাখি বহে তাৰপৰা উঠি আঁঠু বেঁকা কৰি আগলৈ হালি শেষত সমপদত ৰয়।

বালিসত্ৰৰ খুবলি পিচলাখন কিন্তু একে থুলৰ বৰফালৰ খনতকৈ পৃথক। বালিসত্ৰৰখন বৰদোৱা সৰুফাল অৰ্থাৎ সলগুৰি ভাগৰ হাতীখুজীয়া নামৰ ভৰিমানৰ লগতহে মিলে।

অন্য সত্ৰৰ খুবলি পিচলা হৈছে— প্ৰথমে বাওঁ ভৰিৰে গোৰোহানি মাৰি, সোঁভৰিৰ গোৰোৱা বা গোৰোহা আৰু আঙুলি চোঁচৰাই নিব আৰু পুনৰ পৰ্য্যায়ক্ৰমে তেনে কৰিব।

**খুবলি পিচলা-নূপুৰ চলোৱা :** মিশ্ৰ এই ভৰিমানখনিত প্ৰথমে সোঁ অগ্ৰতল সঞ্চৰ ভৰি সোঁফালে আৰু বাওঁখনো পৰ্য্যায়ক্ৰমে সেইদৰে বাওঁফালে ৰাখিব আৰু বাওঁভৰিৰে যুতি কৰিব। তাৰ পিছত ভৰিখন পকাই বাওঁফালে ঘূৰিব আৰু দুবাৰ নূপুৰ চলোৱা কৰি শেষত সোঁহাতে এপাক ঘূৰিব।

**চিৰল-চিটিকা :** ই এখন মিশ্ৰ ভৰিমান। প্ৰথমতে বহি চিৰল দি চিটিকা কৰিব; তাৰ পিছত বগলী খুটিওৱাৰে আগলৈ গৈ "সাৰী পাক" মাৰিব।

**তিনিযুতি :** ওৰা অৱস্থাৰপৰা তিনিবাৰ যুতি কৰি আগলৈ যায়।

**দুপকীয়া চিটিকা :** দুয়োখন ভৰিৰে চিটিকা কৰি বাওঁফালে ঘূৰিব আৰু বাওঁভৰি অঞ্চিত কৰি আগবঢ়াই ৰাখিব। তাৰ পিছত চিটিকা মাৰি সোঁফালে ঘূৰিব।

**দুপকীয়া চিৰল :** চিৰল কৰি উঠি উৰ্দ্ধবৃত্ত চাৰী কৰা।

**নূপুৰ চলোৱা :** শাস্ত্ৰীয় নূপুৰ পাদিকাই সত্ৰীয়াত নূপুৰ চলোৱা।

**পাকযুতি :** একাদিক্ৰমে তিনিবাৰ যুতি কৰি আওপাকে অৰ্থাৎ সোঁফালে ঘূৰি ওৰাত থোৱা।

**বগলী খুটিওৱা :** এখন ভৰি চোঁচৰাই নি আঞ্চিত কৰি আগত ৰাখিব আৰু লগে লগে আনখন ভৰিও তেনেদৰে নি ইখনৰ লগত লগাই ৰাখি আগলৈ হালি যাব।

**ৰবচলা :** প্ৰথমতে দুয়ো ভৰিৰে চিটিকা কৰি বাওঁফালে এপাক ঘূৰি বাওঁভৰি অঞ্চিত কৰি ৰ'ব; লগে লগে অঞ্চিত বাওঁ ভৰিখন চোঁচৰাই নি আগলৈ

এখোজ দিব। তাৰ পিছত বাওঁভৰিৰে চিটিকা কৰি পিছলৈ আহি শেষত সোঁফালে এপাক ঘূৰিব।

**বৰ যুতি :** সৰু যুতি কৰি তিনিখোজ আগুৱাই যাব আৰু চিটিকা কৰি পিছুৱাই আহি আগৰ স্থানত ৰ'ব।

**বহি চিৰল :** বহা অৱস্থাত সোঁ অগ্ৰতল সঞ্চৰ ভৰিখন চোঁচৰাই পিছলৈ নি তাৰ পিছত উৰুদ্বৃত্ত চাৰী কৰা।

**সৰু চলা :** তিনিবাৰ চাষ গতি কৰি বাওঁফালে এপাক ঘূৰিব; পুনু দুবাৰ চাষ গতি কৰি আকৌ এবাৰ ঘূৰি সেই অৱস্থাৰ পৰা আঢ়ৈপাক সোঁফালে ঘূৰিব। মুঠতে আগুৱাই যোৱা পাঁচোটা খোজ পিছুৱাই আহি পূৰ্বৰ স্থানত ৰ'ব।

**সৰু যুতি :** এখন ভৰি আনখনৰ পিছলৈ নি যুতি কৰিব আৰু লগে লগে আনখন ভৰিও পিছলৈ আহি প্ৰথমৰ দৰে অৱস্থান কৰিব।

ইয়াৰ ওপৰঞ্চি বিশেষ কেইখনমান ভৰিমান হৈছে —

**খোচৰা :** নাট্যশাস্ত্ৰত বৰ্ণিত 'অড্ডিত চাৰী'ৰ লগত একে।

**চালনী সৰকা :** বাওঁ আৰু সোঁভৰিৰে পৰ্য্যায়ক্ৰমে দুবাৰলৈ যুতি কৰিব। তাৰ পিছত চিৰল কৰি কেৰেপাকৈ চাৰিখোজ আগুৱাই যাব আৰু বাওঁভৰি পকাই এপাক ঘূৰি, সোঁভৰিৰে যুতি কৰি ৰ'ব।

**চোলা ঘূৰোৱা :** সমপদৰপৰা এখন ভৰি অগ্ৰতল সঞ্চৰ কৰি আগত ৰাখিব আৰু আনখন ভৰি ইখনৰ ওচৰলৈ মাটিত চোঁচৰাই নি এপাক ঘূৰিব।

**দনচক্ৰ :** তিতাবৰ বগীআই এলেঙ্গি সত্ৰৰ এই ভৰিমানখনি নাট্যশাস্ত্ৰত উল্লেখ কৰা 'মণ্ডল'ৰ লগত তুলনীয়।

প্ৰথমতে দুঁয়োখন ভৰিৰে দুবাৰকৈ চিৰল আৰু যুতি কৰিব। তাৰ পিছত স্থিতাৱৰ্তা চাৰী কৰি তিনিখোজ আগুৱাই দোলা দি ৰ'ব। ইয়াৰ পিছত পুনৰ পূৰ্বৰ দৰে কৰিব আৰু উৰ্দ্ধজানু চাৰী কৰি চাৰিখোজ পিছুৱাই আহিব। তেতিয়া ক্ৰমে বাওঁফালে আৰু সোঁফালে ঘূৰিব। শেষত গাটো হলাই দি (আগলৈ) জঁপিওৱাৰ দৰে চাৰিখোজ আগলৈ যাব।

**লেচেৰি কোবোৱা :** লাহী ওৱাৰপৰা আকল পাক দি লেচেৰি কৰিব অৰ্থাৎ সোঁভৰিৰে যুতি কৰি কাষলৈ মাটিত জোৰেৰে আঘাত কৰিব। তাৰ পিছত ফাঁক বা খালিতে সোঁভৰি আগৰ ঠাইত ৰাখি বাওঁভৰিৰে লেচেৰি কৰিব। পুনু বাওঁভৰি পূৰ্বৰ স্থানত থৈ সোঁভৰিৰে লেচেৰি কৰিব।

**হাতীশুঁজীয়া :** সোঁ অগ্ৰতল সঞ্চৰ ভৰি যথাক্ৰমে সোঁফাল আৰু বাওঁফালে সমুখত দি, তাৰপৰা বাওঁভৰিৰ পিছলৈ নি যুতি কৰি ৰ'ব আৰু ভৰিৰ পাক দি এপাক ঘূৰিব।



# অসমৰ মাৰ্গীয় ঐতিহ্য সত্ৰীয়া নৃত্য

ড° প্ৰদীপজ্যোতি মহন্ত

ভাৰতীয় নৃত্যৰ জগতখনক অসমে বিশেষভাৱে সমৃদ্ধ কৰিছে ইতিহাসে ঢুকি পোৱাৰ সময়ৰ পৰাই প্ৰবাহিত হৈ অহা বিবিধ নৃত্যৰ পৰম্পৰাৰ যোগেদি। পুৰাণকল্পিত বা জনশ্ৰুতিসম্ভূত বিবিধ কাহিনীৰ প্ৰসঙ্গ বাদ দিও পঞ্চম-ষষ্ঠ শতিকাৰপৰা প্ৰাপ্ত লিপিসমূহত সংগীত নৃত্যৰে সমৃদ্ধ ঐতিহ্যৰ স্থিতিৰ উমান পাব পাৰি। সপ্তম শতিকাৰ কুমাৰ ভাস্কৰ বৰ্মাৰ ৰাজসভাত ৰাজ অতিথি পৰিব্ৰাজক হিউৱেনচাঙৰ সন্মানাৰ্থে নৃত্য-গীতৰ আয়োজন কৰাৰ প্ৰসঙ্গৰ উপৰিও সংগীত নৃত্যৰ প্ৰতি কুমাৰ ভাস্কৰ বৰ্মাৰ গভীৰ অনুৰাগৰ বিবিধ প্ৰসঙ্গ ড° মহেশ্বৰ নেওগ প্ৰমুখ্যে পণ্ডিতসকলে একাধিকবাৰ উনুকিয়াই থৈ গৈছে। সেই সম্পৰ্কত বহল ভূমিকাৰ অৱতাৰণা নিষ্প্ৰয়োজন। কিন্তু এই প্ৰসঙ্গই এটা কথা দৃঢ়ভাৱে প্ৰতীয়মান কৰে যে কুমাৰ ভাস্কৰ বৰ্মাৰ ৰাজসভাত বহলভাৱে চৰ্চিত অথবা ৰাজ অতিথিৰ সন্মানাৰ্থে সংগীত-নৃত্য পৰিবেশিত হ'ব পৰা অৱস্থালৈ আহিবৰ বাবে তাৰ আগতো শতিকাজোৰা ঐতিহ্যৰ এটা ধাৰা প্ৰবাহিত হৈ আছিল। কিন্তু দুৰ্ভাগ্যৰ কথা সেই সংগীত বা নৃত্যৰ ঐতিহ্যৰ অৱশেষ পৰ্যন্তও দৃষ্টিগ্ৰাহ্যৰূপে সংৰক্ষিত নহ'ল অথবা পৰৱৰ্তীকালত তাৰ ধাৰাবাহিকতা চলি নাথাকিল। মন্দিৰৰ ভাস্কৰ্য্যৰ আধাৰত সম্প্ৰতি দক্ষিণ ভাৰতত বা উৰিষ্যাত নৃত্যৰ পৰিবেশনীয়

পাঠ পুনৰ নিৰ্মাণ হৈছে। কিন্তু কুমাৰ ভাস্কৰ বৰ্মাৰ সমকালীন নৃত্য কলাৰ পাঠ পুনৰ নিৰ্মাণ কৰিব পৰাকৈ বহল সাহিত্যৰ ঐতিহ্য অথবা মন্দিৰ স্থাপত্য-ভাস্কৰ্য্যৰ ঐতিহ্য অসমত তেনেদৰে সংৰক্ষিত হৈ থকা নাই। গতিকে দ্বাদশ-ত্ৰয়োদশ শতিকাৰ আগৰ অসমৰ নৃত্যকলাৰ ঐতিহ্য কেৱল ইতিহাসৰ পাতৰ সাক্ষী হৈ ৰোৱা বুলি কোৱাৰ বাদে তাৰ বস্তুগত বা পৰিৱেশনগত ৰূপায়ণ সম্ভৱপৰ নহয়।

গতিকে অসমৰ নৃত্যকলাৰ মাৰ্গীয় ঐতিহ্যৰ সূত্ৰ খেদি ওজাপালি পৰম্পৰা, নৱবৈষ্ণৱ জাগৰণ অন্যতম সুকৃতি ৰূপে অংকীয়া নাটৰ পৰা উদ্ভৱ হৈ বিকশিত হোৱা সত্ৰীয়া নৃত্য, অসমৰ মন্দিৰ বিশেষত প্ৰচলিত হৈ থকা নটী বা দেৱদাসী নৃত্যৰ আগলৈ নৃত্যৰ যথাযথ পৰিৱেশন পাঠ (Performance text) বিচাৰি যাবলৈ অসুবিধা। পালি আৰু ইতিহাসে প্ৰসংগৰ যোগান ধৰিলেও আগৰ নৃত্যকলা ঐতিহ্যৰ পুনৰ নিৰ্মাণ সম্ভৱ নহয় বাবে ওজাপালিতেই এনে পাঠৰ প্ৰাপ্ত সমলৰ খুঁটি মাৰিব লাগিব। ওজাপালি পৰম্পৰাৰ ব্যাহগোৱা আৰু সুকনানি ধাৰা দুটাৰ ভিতৰৰে সুকনানি পৰম্পৰাক সোতৰ শতিকাৰ আগলৈ নিব নোৱাৰি। চৰ্যাগীতৰ সাংগীতিক ৰূপৰ কিছু প্ৰভাবেৰে পুষ্ট হৈ বিকাশ লাভ কৰা ব্যাহগোৱা ওজাপলিৰ কিছু সাংগীতিক প্ৰভাৱ বিধৃত হৈ আছে সুকনানি ধাৰাৰ সংগীত গাঁথনিৰ মাজত। নৃত্য পৰম্পৰাৰূপেও ব্যাহগোৱা ওজাপালিৰ হস্তকৰ্ম, পদচালনা, দৃষ্টিভেদ আদিৰ সুসংবদ্ধৰূপে আৰু ইয়াৰ পৰিৱেশনৰ মাজে মাজে সঞ্চাৰিত হৈ থকা স্থানীয় লোকজীৱনৰ প্ৰভাৱপুষ্ট কাহিনী বিন্যাস, সেই কাহিনীৰ পৰিৱেশনৰ মাজেদি লোকৰঞ্জনৰ প্ৰয়াস — এই আটাইকেউটা দিশ সামৰি ওজাপালিৰ (ব্যাহগোৱাই হওক বা সুকনানীয়েই হওক) — মাজত বিন্যস্ত হৈ আছে এহাতে অসমৰ নৃত্য কলাৰ ঐতিহ্যৰ মাৰ্গীয়ৰূপ আৰু তাৰ অংগে অংগে খচিত হৈ তাক শোভিত-আকৰ্ষণীয় কৰা লোক বৃত্তিমূলক ৰূপ। আন কথাত ওজাপালি গাঁৱে গাঁৱে উৎসৱে-পাৰ্বনে অনুষ্ঠেয় কলাৰূপে পৰিৱেশিত হৈ অহা বাবে ওজাপালিয়ে প্ৰতিনিধিত্ব কৰি আহিছে পৰিৱেশ্য কলাৰ শাস্ত্ৰীয় লোক পৰম্পৰাৰ সমন্বিত প্ৰবাহৰ।

কোৱা বাহুল্য মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে কৃষ্ণ ভক্তিৰ অমৃতধাৰা বহু সম্প্ৰদায়মিশ্ৰিত চৌপাশৰ সমাজখনত বিয়পাই দিবৰ বাবে মাধ্যমৰূপে গ্ৰহণ কৰিছিল — চিত্ৰৰ পৰা পৰিৱেশ্য কলালৈকে প্ৰায় সকলো কলাকে। কবি, ধৰ্মপ্ৰচাৰক শংকৰদেৱৰ শিল্পকাৰ ব্যক্তিত্ব আৰু শিল্পচেতনাৰ সূক্ষ্ম প্ৰকাশ ঘটিছে এই কলাৰ প্ৰয়োগৰ ভাৱনাৰ মাজতেই নহয়, সৃষ্টিৰ মহত্বৰ মাজতো। এই

সকলোবোৰৰ মাজতো শিল্পকাৰ শংকৰদেৱৰ মহত্তম কৃতি হৈছে অংকীয়া ভাওনা। সংস্কৃতভিন্ন প্ৰান্তীয় নাট্য পৰম্পৰাৰ অন্যতম বাহক অসমীয়া নাট্য পৰম্পৰাৰ প্ৰথম সৃষ্টি, বলিষ্ঠ নাট্য মাধ্যমৰূপে বিৰল গৌৰৱৰ অধিকাৰী আদি বিভূষাৰ পাত্ৰ হোৱাৰ উপৰিও অংকীয়া নাট সংগীত নৃত্য-নাট্যৰ অপূৰ্ব সমাহাৰ। অংকীয়া নাট এহাতে অসমৰ ৰাগ সংগীত পৰম্পৰাৰ যেনেকৈ বাহক, তেনেকৈ অসমৰ নৃত্যকলাৰ ঐতিহ্যৰ প্ৰথম ঢাপ। শংকৰদেৱ-মাধৱদেৱ নাটকেইখনৰ আদিৰেপৰা অন্তলৈকে, পূৰ্বৰঙ্গসদৃশ গায়ন-বায়নৰ জোৰাৰপৰা সামৰণি গীতলৈ প্ৰতিটো অংকৰ মাজত সিঁচৰতি হৈ আছে একোটি নাচ। আন কথাত নাচভিন্ন অংকীয়া নাটত কোনো কৰ্ম বা চৰিত্ৰৰ গতিসম্পন্ন নহয়। শংকৰ-মাধৱৰ নাটসমূহৰ এই অতুলনীয় নৃত্য সম্পদৰ উপৰিও মাধৱদেৱে নাটৰ ভাওনাৰ পৰা স্বতন্ত্ৰকৈ সৃষ্টি কৰা দুই নৃত্যক আধাৰৰূপে লৈ পিছৰ কালত সত্ৰায়ন পটত গুণী সাধকসকলৰ হাতত চলিল সংগীত-নৃত্যৰ ব্যাপক সম্পৰীক্ষা। বিশেষকৈ নিকা সংহতিৰ অন্তৰ্ভুক্ত কমলাবাৰী থুলৰ উদাসীন পৰম্পৰাৰ সত্ৰসমূহত এই সম্পৰীক্ষা এনে সমৃদ্ধিপ্ৰদায়ক হ'ল যে এইকেইখন সত্ৰত নৃত্যই এক স্বতন্ত্ৰ আৰু ধাৰাবাহিক সাধনাৰ ৰূপ পৰিগ্ৰহণ কৰিলে। ইয়াৰ লগত পুৰুষ সংহতি, কাল সংহতি, ব্ৰহ্ম সংহতিভুক্ত সত্ৰসমূহত নিজা নিজা স্বৰত চলি অহা ভাওনাকেন্দ্ৰিক নাচসমূহৰ ধাৰাটোও চলি আছিল। অন্ধ্ৰৰ কুচিপুড়ি আৰু কেৰালাৰ কথাকলি-কুড়িয়াট্টমত নাট্য পৰম্পৰাৰ পৰা উদ্ভূত হৈ স্বতন্ত্ৰ নৃত্যধাৰা এটাই গঢ় লোৱাৰ দৰে অংকীয়া নাটৰ পৰা উদ্ভূত হৈ পিছৰ কালত এই নাচসমূহৰ বিশাল পৰিক্ৰমাই এক স্বতন্ত্ৰ নৃত্যধাৰাৰূপে গঢ় ল'লে যাক যোৱা অৰ্ধশতাব্দীবো অধিককাল 'সত্ৰীয়া নৃত্য' অভিধাৰে সামৰি লোৱা বা চিহ্নিত কৰা হৈছে।

সত্ৰীয়া নৃত্য ধাৰাৰ সৃষ্টিকাল মহাপুৰুষ শংকৰদেৱৰ প্ৰথম নাট্যকল্পনা 'চিহ্নযাত্ৰা'তেই বুলি যিহেতু ধৰিব পাৰি, গতিকে পঞ্চদশ শতিকাৰ ষষ্ঠ-সপ্তম দশকৰ কালছোৱাই ইয়াৰ যাত্ৰাপথৰ শুভাৰম্ভ বুলি ভাবিব পাৰি। গতিকে অসমৰ মাৰ্গীয় ঐতিহ্যৰ ইতিহাস ব্যাহগোৱা ওজাপালিৰ পিছতেই সত্ৰীয়া নৃত্যৰ সৃষ্টি বুলি ঠাৱৰ কৰিব পাৰি। কালিৰাম মেধিৰ দৰে পণ্ডিতে অংকীয়া নাটৰ সূত্ৰধাৰৰ ৰূপকল্পনাত ব্যাহগোৱা ওজাপালিৰ প্ৰভাৱৰ কথা উনুকিয়াইছে। শংকৰদেৱৰ শিল্পচেতনাত ওজাপালিৰ প্ৰভাৱ সম্ভাৱিত হোৱাটো স্বাভাৱিক। সংস্কৃত নাটকৰ সূত্ৰধাৰ আৰু ওজাপালিৰ ওজাৰ সুকীয়া সুকীয়া ব্যক্তিত্বৰ সমন্বিত বিন্যাসৰ লগতে মহাপুৰুষে নিজৰ সৃষ্টিৰ প্ৰতিভাৰ সোণপানী চৰাই সূত্ৰধাৰক বহুমুখীলৈ

আৰু সুউচ্চ স্তৰলৈ নি সংগীত, নৃত্য নাট্যগুণসম্পৃক্ত এক মহৎ সৃষ্টিৰূপত সজাই তুলিল। গায়ন-বায়নৰ পাছৰ পৰা আৰম্ভ কৰি সত্ৰীয়া নৃত্যৰ সকলো অংগৰ ৰূপ কল্পনাত শংকৰ-মাধৱে চৌপাশৰ লোকজীৱনৰ কলাসুলভ সমল বুটলি খাঁজি গৈছিল যদিও অতিশয় অনুষ্ঠানধৰ্মী (ritual) পৰিৱেশনা, ভক্তিপ্ৰধান সেৱাৰ অংগৰূপে, গভীৰ শ্ৰদ্ধাৰ অনুষংগৰূপে নিয়োজিত হৈ অহাৰ বাবে এই নৃত্যাংগসমূহৰ লোকবৃত্তিমূলক সমলবোৰ ইয়াৰ গাঁথনিৰ মাজত সম্পূৰ্ণ যৌগিক ৰূপত নিবিষ্ট হৈ পৰিল আৰু ওজাপালিৰ দৰে গাঁৱে গাঁৱে, উৎসৱে-পাৰ্বনে লোকৰঞ্জনৰ মাধ্যমৰূপে পৰিৱেশিত নোহোৱাৰ বাবে সত্ৰীয়া নৃত্যধাৰাৰ মাজত প্ৰত্যক্ষৰূপত শাস্ত্ৰীয় লোক যুগ্মৰপৰা (Folklite Folk-elite continueum) প্ৰবাহটো তুলনামূলকভাৱে ক্ষীণতৰ হৈ অধিক ৰীতিবদ্ধ পৰিশীলিত ৰূপলৈ পৰিৱৰ্ত্তিত হ'ল বুলি ক'ব পাৰি।

সত্ৰীয়া নৃত্যৰ যিটো ৰূপ সত্ৰৰ সাধকসমূহে যোৱা শতিকাকেইটাৰ মাজেৰে নানা দুৰ্যোগ অতিক্ৰম কৰি ৰক্ষা কৰি আহিছে, তাৰ মাজত স্পষ্টতঃ আমি অংকীয়া নাটৰ লগত সম্পৰ্কিত আৰু নাট ভাওনাৰ পৰা স্বতন্ত্ৰ দুটা ধাৰা পাওঁ। এই দুয়োটা ধাৰা সামৰি সামগ্ৰিকভাৱে সত্ৰীয়া নৃত্যৰ পৰম্পৰাৰ মাজত গভীৰভাৱে মন কৰিবলগীয়া। তলত উল্লেখ কৰা বৈশিষ্ট্যসমূহ নিহিত হৈ আছে।

ক) সত্ৰীয়া নৃত্য আন বহু শাস্ত্ৰীয় নৃত্য পৰম্পৰাৰ দৰে অধুনামৃত অথচ পুনৰুজ্জীৱিত তথা পুনৰ নিৰ্মাণৰ মাজেৰে নতুন গাঁথনিৰে গঢ়ি লোৱা নৃত্যসম্পদ নহয়। নিৰৱছিন্ন ধাৰাৰে আজিও কেবাশতিকাজুৰি প্ৰবাহিত হৈ অহা ই ধৰ্মীয় ভাৱনাসম্পৃক্ত, অনুষ্ঠানধৰ্মী আৰু ৰীতিবদ্ধ এটি কলাৰ পৰম্পৰা।

খ) মৌখিক আৰু গুৰু পৰম্পৰাৰ মাজেদি বাগৰি অহা এটি সুনিৰ্দ্দিষ্ট পদ্ধতিগত পাঠ্যপদ্ধতি সত্ৰীয়া নৃত্যৰ মাজত প্ৰচলিত হৈ আহিছে। আন কথাত ক'বলৈ গ'লে সত্ৰীয়া নৃত্যৰ এক ৰীতিসিদ্ধ মৌখিক ব্যাকৰণ আছে।

গ) সত্ৰীয়া নৃত্য পৰম্পৰাৰ মাজত বহুলৰূপত প্ৰচলিত হৈ অহা এক বিশাল হস্তপ্ৰকৰণ আৰু পদচালনাৰ ক্ৰম আছে। সত্ৰ পৰম্পৰাত সচৰাচৰ নাট্যশাস্ত্ৰ, অভিনয়দৰ্পণ, সংগীত ৰত্নাকৰৰ দৰে সংগীত, নৃত্যশাস্ত্ৰৰ প্ৰসংগ প্ৰচলিত নহয় বা সেই শাস্ত্ৰসমূহৰ সূত্ৰৰ সৈতেও সত্ৰৰ পৰম্পৰাগত শিল্পী-সাধক-ভক্তসকল পৰিচিত নহয়। কিন্তু সাম্প্ৰতিক গৱেষণা বা বিদ্যায়তনিক চিন্তা-চৰ্চাই প্ৰতীয়মান কৰিছে যে সত্ৰীয়া নৃত্যৰ হস্তপ্ৰকৰণ আৰু পদচালনা ৰীতিৰ মাজত আমোদজনকভাৱে আৰু সত্ৰৰ সাধকসকলৰ অজ্ঞাতেই বহু অংশত

নাট্যশাস্ত্র, অভিনয়দর্পণ আৰু সংগীত ৰত্নাকৰ আনকি শ্ৰীহস্তমুক্তাৱলীৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰতিফলন ঘটি আছে। আন কথাত ক'বলৈ গ'লে ভাৰত নাট্যম্‌ৰ দৰে কোনো নৃত্যপৰম্পৰা প্ৰধানতঃ অভিনয়দৰ্পণ আৰু নাট্যশাস্ত্ৰৰ প্ৰতিফলনেৰে ৰীতিসিদ্ধ হৈছে।

ঘ) কিন্তু লগতে এইটোও মন কৰিবলগীয়া কথা যে, নাট্যশাস্ত্ৰৰ পৰা আৰম্ভ কৰি শ্ৰীহস্তমুক্তাৱলীলৈকে বিবিধ তত্ত্বগ্ৰন্থৰ দূৰণিবটীয়া প্ৰতিফলন পৰম্পৰাটোৰ মাজত ঘটি আহিছে যদিও সেই প্ৰভাৱে সত্ৰীয়া নৃত্যৰ স্থানীয় সংস্কৃতিৰ কালিকাটোত ছাঁ পেলাব পৰা নাই। অৰ্থাৎ হস্তপ্ৰকৰণ, পদচালনা, শৰীৰচালনা বা শৰীৰ ভংগিমা আদি সত্ৰীয়া নৃত্যপৰম্পৰাই নিজস্ব দৰ্শন বা গতি নিৰ্মাণ কৰি লৈছে আৰু সেই স্বতঃপ্ৰণোদিত গতিপথেৰেই এই পৰম্পৰা প্ৰবাহিত হৈ আহিছে। ইয়াৰ উপৰিও সেই শাস্ত্ৰোক্ত হস্ত বা পদচালনাৰ বিনিয়োগ পদ্ধতি বহুলাংশে সত্ৰীয়াৰ নিজা। লগতে বিভিন্ন শাস্ত্ৰত নথকা অথচ সত্ৰীয়া পৰম্পৰা বহুল প্ৰয়োগ থকা নিজা হস্ত বা হাত আৰু বিশেষকৈ পদচালনা ৰীতিৰেও অসমৰ এই মাৰ্গীয় ধাৰাটি সমৃদ্ধ হৈছে।

ঙ) অন্যান্য শাস্ত্ৰীয় নৃত্যপৰম্পৰাসমূহৰ সমান্তৰালৰূপত সত্ৰীয়া পৰম্পৰাৰ নিজস্ব এক সংগীত পদ্ধতি আছে। বৰগীতসমূহৰ লগতে নাটৰ গীতসমূহৰ পৰা উদ্ভূত ৰাগ আৰু তালৰ বিশাল গাঁথনিৰে এই পদ্ধতি নিৰ্মিত হৈছে আৰু সত্ৰীয়া নৃত্য পৰম্পৰা এই সংগীত পদ্ধতিৰ মাজত আৱৰ্তিত হৈছে। দুয়োজনা মহাপুৰুষে বৰগীত নাটৰ গীতসমূহৰ মাজেদি সৃষ্টি কৰা ৰাগ আৰু তালক আধাৰ কৰি পিছৰ কালত সত্ৰসমূহত গুণী সাধকসকলে নৃত্যকেন্দ্ৰিক ভাবপ্ৰসাৰ সম্পৰীক্ষাৰে ৰাগ পদ্ধতিৰ লগতে তাল পদ্ধতিকো সম্প্ৰসাৰিত কৰিলে। শংকৰদেৱ-মাধৱদেৱৰ হাতত সৃষ্টি হোৱা প্ৰায় দহখন তালৰ ঠাইত সম্প্ৰতি সত্ৰীয়া সংগীত নৃত্য পদ্ধতিত প্ৰায় চল্লিশখন তালৰ প্ৰচলন আছে। ইয়াৰ উপৰিও বিবিধ তালৰ সংযোগত নিৰ্মিত নাম নোহোৱাকৈ থকা কিছু তালৰ প্ৰয়োগো চলি আছে।

চ) সত্ৰীয়া নৃত্য পৰম্পৰাৰ মাজত নিহিত আন এক বিশেষত্ব হ'ল ইয়াৰ বিশাল সাহিত্যিক ঐশ্বৰ্য। কেৱল শংকৰ-মাধৱৰ বিশাল সৃষ্টিৰাজি বিশেষকৈ বৰগীত, নাটৰ গীত, কীৰ্ত্তন, দশম, বিবিধ কাব্য, নামঘোষা আদিয়েই সত্ৰীয়া নৃত্য পৰম্পৰাৰ প্ৰেক্ষাপটত সাহিত্যৰ এক পিৰামিডসদৃশ সৌধ সৰ্বকালৰ সম্পদৰূপে গঢ়িছিত হৈ আছে। ভাৰত নাট্যম প্ৰভৃতি ভাৰতীয় অন্যান্য

নৃত্যপৰম্পৰাগত ত্যাগৰাজ, শ্যামলাস্ত্ৰী, মুথুস্বামী দীক্ষিতাৰ প্ৰভৃতিৰ বিবিধ সংগীত ৰচনাৰ উপৰিও পূৰ্ব্বৰ্তী-পৰৱৰ্তীকালৰ প্ৰখ্যাত-অখ্যাত কবি সংগীতজ্ঞৰ ৰচনাক লৈ ন ন সম্পৰীক্ষা চলি আছে। সত্ৰীয়া নৃত্যৰ বাবে শংকৰ-মাধৱৰ উপৰিও পিছৰ যুগৰ কবিসকলৰ অপৰ্যাপ্ত ৰচনাৰাজি ন ন পৰীক্ষামূলক নৃত্যাংগ ৰচনাৰ বাবে ঐশ্বৰ্যৰ খনিৰূপে খুন্দ খাই আছে। এক কথাত ক'বলৈ গ'লে আন যিকোনো শাস্ত্ৰীয় নৃত্য পৰম্পৰাৰ তুলনাতে সত্ৰীয়া নৃত্যৰ ক্ষেত্ৰত সাহিত্যৰ ঐশ্বৰ্যৰ ব্যাপ্তি বিশালতৰ।

ছ) সত্ৰীয়া নৃত্য পৰম্পৰাগত আন সৰহভাগ নৃত্যধাৰাৰ বিপৰীতে বিশাল পৰিমাণৰ নৃত্যাংগ আৰু পুৰুষ-স্ত্ৰী ভংগিমাৰ (তাণ্ডৱ আৰু লাস্যধৰ্মী) সুকীয়া ধাৰা আছে।

এনে পৰিপ্ৰেক্ষিতত এই পাৰম্পৰ্যৰ মাজেদি সত্ৰীয়া নৃত্য অসমৰ মাৰ্গীয় কলা পৰম্পৰাৰ বাহকৰূপে স্বীকৃত, চৰ্চ্চিত আৰু বন্দিত হৈ আহিছে।



# অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ আৰু নাট্যশাস্ত্ৰৰ পূৰ্ব্বৰঙ্গ

পৰমানন্দ কাকতি বৰবায়ন

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱদ্বাৰা ৰচিত বিশাল নাট্যৰাজিয়েই হ'ল, পৰৱৰ্ত্তী শিষ্য সকলদ্বাৰা নামাঙ্কিত অংকীয়া নাট বা অংকীয়া ভাওনা। গুৰু দুজনাৰ ৰচিত নাটসমূহত তেওঁসকলে অংক বা অংকীয়া বুলি উল্লেখ কৰা নাছিল। অংকীয়া শব্দটো অৰ্ব্বাচীন। চৰিত্ৰকাৰসকলেহে অংকীয়া শব্দটি উল্লেখ কৰি গৈছে। গুৰু দুজনাই নাটসমূহক নাটক, নাট, যাত্ৰা, নৃত্য আদি শব্দহে ব্যৱহাৰ কৰিছিল।

গুৰুদুজনাৰ সৃষ্টি এই অংকীয়া নাট্যলানি ভৰতৰ নাট্যশাস্ত্ৰত বৰ্ণিত পূৰ্ব্বৰঙ্গৰ আদৰ্শ অনুসৰণ কৰিয়েই গঢ়লৈ উঠিছে। অৱশ্যে নাট্যশাস্ত্ৰৰ পূৰ্ব্বৰঙ্গ আৰু অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গৰ মাজত বহুতো সাদৃশ্য আৰু ব্যৱধান দেখিবলৈ পোৱা যায়। অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গক গুৰুজনাই সংস্কৃত নাটৰ আদৰ্শেৰে সেই সময়ৰ দেশ কাল পাত্ৰ আৰু হৰি ভক্তিৰ লগত খাপ খোৱাকৈ নিজস্ব কৌশলেৰে ধুনীয়া পৰম্পৰা ৰচিত এক সুকীয়াকৈ অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ সৃষ্টি কৰি উলিয়ালে। অৱশ্যে ইয়াৰে কিছু নাট্য শাস্ত্ৰৰ লগত সাদৃশ্য দেখিবলৈ পোৱা যায়। তলত নাট্যশাস্ত্ৰ পূৰ্ব্বৰঙ্গ আৰু অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গৰ বিষয়ে সীমিত জ্ঞান বুদ্ধিৰে আলোচনা

কৰা হৈছে।

নাট্যশাস্ত্র মতে পূৰ্ব্বৰঙ্গ হ'ল—
যস্মাৎ ৰঙ্গ প্ৰয়োগোহমং
পূৰ্ব্বমেৱ প্ৰযুজ্যতে।
তস্মাৎ অয়ং পূৰ্ব্বৰঙ্গ বিজ্ঞেয়োহত্ৰ দ্বিজোত্তমাঃ।।

অৰ্থাৎ ঃ— হে ব্ৰাহ্মণসকল। যিহেতু এই ৰঙ্গ প্ৰয়োগ পূৰ্ব্বতেই প্ৰযুক্ত হয় সেইকাৰণে ইয়াক পূৰ্ব্বৰঙ্গ বোলে।

পূৰ্ব্বৰঙ্গ সম্বন্ধে বিশ্বনাথ কবিৰাজেও সাহিত্য দৰ্পণত সুন্দৰ ব্যাখ্যা দাঙি ধৰিছে। তেওঁ কৈছে যে নাটকৰ মূল বিষয়বস্তু আৰম্ভ হোৱাৰ আগতে নাট্য গৃহৰ বিঘিনি দূৰ কৰিবৰ কাৰণে বাদ্যকাৰসকলে অনুষ্ঠান কৰে, তাকে পূৰ্ব্বৰঙ্গ বোলে।

নাট্যশাস্ত্ৰই পূৰ্ব্বৰঙ্গক দুটা ভাগত ভাগ কৰি দেখুৱাইছে যেনে— ১) বহিৰ্যৱনিকা আৰু ২) অন্তৰ্যৱনিকা। ইয়াৰে বহিৰ্যৱনিকা দহ প্ৰকাৰ আৰু অন্তৰ্যৱনিকা 'ন' প্ৰকাৰ— মুঠ উনৈশ প্ৰকাৰ পূৰ্ব্বৰঙ্গৰ ভাগ পোৱা যায়।

১) বহিৰ্যৱনিকা হ'ল— ১) গীত বিধি ২) উত্থাপন, ৩) পৰিৱৰ্ত্তন, ৪) নান্দী, ৫) শুষ্কাৱ কৃষ্টা, ৬) ৰঙ্গদ্বাৰ,৭) চাৰি, ৮) মহাচাৰি, ৯) ত্ৰিগত, ১০) প্ৰৰোচনা।

২) অন্তৰ্যৱনিকা— ১) প্ৰত্যাহাৰ ২) অৱতৰণ, ৩) আৰম্ভ, ৪) আশ্ৰাৱনা, ৫) বক্তপানী, ৬) পৰিঘটনা, ৭) সংঘোটনা, ৮) মাৰ্গাসাৰিত ৯) আসাৰিত।

সংস্কৃত নাট অভিনয়ত নিৰ্ব্বিঘ্নভাৱে অভিনয় সু-সম্পন্ন কৰিবৰ উদ্দেশ্যে পূৰ্ব্বৰঙ্গত প্ৰথমতে মৃদঙ্গধ্বনি কৰে। ইয়াক অন্তৰ্যৱনিকাৰ প্ৰত্যাহাৰ বোলে। ইয়াৰ পিছত আশ্ৰাৱনা অংশত গায়ক, বাদকসকলে বাদ্যযন্ত্ৰত সুৰ মিলাই নিজ ঠাই অধিকাৰ কৰে। আশ্ৰাৱনাৰ পাছত গীত আৰু সূত্ৰধাৰৰ নৃত্যৰ লগতে জৰ্জ্জৰ দণ্ড বা পতাকা উত্তোলন কৰি ইন্দ্ৰৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰে। লগে লগে শান্তি জল ফুল ছটিয়াই ৰঙ্গমঞ্চ পৱিত্ৰ তথা বিঘ্নিশূন্য কৰি লোৱা হয়। বিদূষক সূত্ৰধাৰে মঞ্চ প্ৰদক্ষিণ কৰে। জৰ্জৰ দণ্ড অভিবাদন জনায়। এইখিনি কাৰ্য্য সম্পন্ন কৰাৰ পাছতেই সূত্ৰধাৰে নান্দীশ্লোক গাই তাণ্ডৱ লাস্য উভয়বিধ নৃত্য প্ৰদৰ্শন কৰি নাটকৰ মূল কথাবস্তুৰ আঁত ধৰি সংস্কৃত নাটকৰ অভিনয় আৰম্ভ কৰায়।

অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গৰ ক্ষেত্ৰত ইয়াৰ কিছু পাৰ্থক্য দেখা যায়। অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ হিচাপে গায়ন-বায়ন বা ধেমালি অংশক ধৰিব পাৰি। অৱশ্যে

পূৰ্ব্বৰঙ্গ আৰু ধেমালিৰ মাজত ব্যৱস্থাৰ দৃষ্টিতো কিছু ভিন্নতা আছে। প্ৰথম কথা হ'ল ধেমালি অংশ পূৰ্ব্বৰঙ্গৰ সম্পূৰ্ণতাৰ সূচক নহয়। নাট্যশাস্ত্ৰৰ পূৰ্ব্বৰঙ্গৰ দৰে মঞ্চ পবিত্ৰ কৰা আৰু বিঘিনিশূন্য কৰা প্ৰভৃতি কাম ধেমালি অংশত নাই। অংকীয়া নাটত গায়ন-বায়ন আৰম্ভ হোৱাৰ আগতেই গুৰু আসনত ভাগৱত প্ৰতিষ্ঠা কৰা থাকে। তথাপি নাট্যশাস্ত্ৰৰ পূৰ্ব্বৰঙ্গত দণ্ড স্থাপন, পৰিক্ৰমন, অভিবাদন, প্ৰভৃতি লক্ষণসমূহ গায়ন- বায়নৰ ন ধেমালি, বৰ ধেমালিৰ বাজনাৰ লগত থকা নৰ্ত্তন ভংগী আৰু বিভিন্ন পদ চালনা, পানী পকৰা আদিত ইয়াৰ লক্ষণ প্ৰত্যক্ষ কৰিব পাৰি আৰু ৰাগ গীতৰ সংযোগ, গুৰুৰ ঘাতৰ সংযোগ, ঘোষা ধেমালি অংশত বিভিন্ন অৰ্থব্যঞ্জক নৃত্য হস্ত প্ৰয়োগেৰে দেৱতাৰ আবাহন, পূজন প্ৰভৃতি, নাট্যশাস্ত্ৰৰ পূৰ্ব্বৰঙ্গৰ সাদৃশ্য ধেমালি বা গায়ন-বায়ন অংশত আছে যেন লাগে।

যি কি নহওক মহাপুৰুষ গুৰুজনাই মানবাত্মাক ভগৱদমুখী কৰি নিজে ভগৱদমুখী হোৱাকৈ শব্দ ব্ৰহ্মক অৱগাহন কৰি অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ হিচাপে যি গায়ন-বায়ন জোৰা গোৱাৰ সৃষ্টি কৰিলে তাৰ দৰ্শনে আজিও দৰ্শকৰ মনত এক আধ্যাত্মিক ভাবাবেশ আৰু ভক্তি আনন্দৰ জোৱাৰ অন্তৰ আত্মাত ভহাই তোলে।

যদিও নাট্যশাস্ত্ৰৰ পূৰ্ব্বৰঙ্গ আৰু অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ একেই নহয়, তথাপি মহাপুৰুষ গুৰুজনাই নাট্যশাস্ত্ৰৰ আদৰ্শ অনুসৰণ কৰিয়েই নাট্য অনুষ্ঠান আৰম্ভ হোৱাৰ আগতেই আধ্যাত্মিকভাৱে সেই স্থান আৰু দৰ্শকসকলৰ মনত ভক্তিৰ ভাৱ জাগৃত কৰিবলৈ পূৰ্ব্বৰঙ্গৰ আধাৰত গায়ন-বায়নক মাধ্যম হিচাপে লৈ তাত আলঙ্কাৰিক বাজনা সংযোগ ঘটায়, নৃত্ত হস্তৰ লগতে শাস্ত্ৰীয় সিদ্ধান্ত মুক্ত পাদভেদ সংযোগ ঘটাই, গায়ন-বায়নক এক ৰঙ্গানুষ্ঠানৰ ৰূপত গঢ়ি তুলিলে।

নাটৰ আৰম্ভণিতে অগ্নিগড়ৰ নৱধা ভক্তিৰ তলেৰে গায়ন-বায়ন প্ৰৱেশ কৰি, সত্য শুভ্ৰ বসন পৰিহিত আহাৰ্যৰে শ্ৰৱণ আৰু কীৰ্ত্তন সদৃশ আৱিয়াৰ আলোকেৰে ৰঙ্গস্থলী পবিত্ৰ হোৱাৰ লগতে ভিন্নসুৰী অৱচেতন মনক ভক্তিৰ সোঁতত বিলীন হ'বলৈ বাধ্য কৰালে এই পূৰ্ব্বৰঙ্গ অৰ্থাৎ গায়ন-বায়নেই। গতিকে গুৰুজনাৰ সৃষ্ট এই গায়ন-বায়নেই অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ বুলি স্বীকৃতি দিব পাৰি।

ইয়াৰ বাহিৰে নাট্যশাস্ত্ৰ পূৰ্ব্বৰঙ্গত বহিৰ্যৱনিকাৰ যি দহ প্ৰকাৰ বিধি উল্লেখ কৰিছে; ইয়াকো অংকীয়া নাটৰ লগত মিলাই চাব পাৰি। যেনে—

১) গীত বিধি— অৰ্থাৎ দেৱতাৰ প্ৰশস্তিমূলক গীত। গীত বিধিক অংকীয়া

নাটত বিচাৰ কৰিলে দেখা যায় অংকীয়া নাটতো প্ৰশস্তিমূলক অৰ্থাৎ ভগৱানৰ গুণ বৰ্ণনাসূচক শ্লোক গীত পোৱা যায়। উদাহৰণস্বৰূপে ৰুক্মিণী হৰণ নাট—

য়া পাদ পঙ্কজ ৰজঃ শিৰসা সুৰেসা

ৰাম বিজয় নাটত -

য়ন্নাম্ খিল লোক শোক সমনং

অংকীয়া নাটৰ এই ভগৱানৰ গুণ-বৰ্ণনাসূচক শ্লোক, গীতেই নাট্যশাস্ত্ৰৰ গীত বিধিৰ আখ্যা দিব পাৰি।

২) **উত্থাপন**— নাট্যশাস্ত্ৰৰ উত্থাপন মানে নান্দী শ্লোকৰ আবৃত্তি। সংস্কৃত নাটকৰ সূত্ৰধাৰে নান্দী শ্লোক আবৃত্তি কৰি নাটকৰ কাহিনীৰ বিষয়ে দৰ্শকৰ আগত বৰ্ণনা কৰে। অংকীয়া নাটতো নাটকৰ কাহিনী বৰ্ণনাসূচক শ্লোক পোৱা যায়। অংকীয়া নাটত ইয়াক "অপিচ" বোলে। এই "অপিচ" শ্লোকেই নাট্যশাস্ত্ৰৰ "উত্থাপন"ৰ অন্তৰ্গত। যেনে—

"খগেন্দ্ৰ সমাৰুহ্য নিৰ্জ্জিত্য শক্ৰম্ (পাৰিজাত হৰণ নাট)

৩) **পৰিবৰ্ত্তন**— অৰ্থাৎ ত্ৰিভূৱনৰ দেৱতাসকলৰ উদ্দেশ্যে কৰা স্তুতি।

অংকীয়া নাটসমূহ সাধাৰণতে নটবৰ কৃষ্ণ আৰু ৰামচন্দ্ৰক কেন্দ্ৰ কৰিহে ৰচনা হৈছে। আনহাতে গুৰুজনাৰ ধৰ্মভাগৰেই উপাস্য দেৱতা বিষ্ণু, সেয়েহে ইয়াত একমাত্ৰ বিষ্ণুকহে স্তুতি কৰা হয়। গতিকে অংকীয়া নাটৰ প্ৰথম নান্দী গীতটোৱেই ভগৱদ স্তুতি বিষয়ক। লগতে ইয়াৰ থুলমূল কাহিনীও থাকে, এতেকে ওপৰত উল্লেখ কৰা উত্থাপন আৰু পৰিবৰ্ত্তন, দুয়োটা একেলগে সামৰিব পাৰি।

৪) **নান্দী**—নান্দী মানে প্ৰস্তাৱনা বা আমুখ। সংস্কৃত নাটকত মূল কাহিনী আৰম্ভ হোৱাৰ আগতেই সূত্ৰধাৰ, নটী, বিদূষক সঙ্গী আদিৰ সৈতে নাট্যবস্তুৰ কিঞ্চিৎ আভাস দি পৰস্পৰে যি সংলাপ কৰে তাকে প্ৰস্তাৱনা বা আমুখ বোলে। আনহাতেদি উত্থাপনত নান্দী শ্লোকৰ পৰিবৰ্ত্তনত অধিদেৱতাৰ উদ্দেশ্যে কৰা প্ৰশস্তিয়েই নান্দী আছিল। ইয়াত পুনৰ নান্দীক পৃথক কৰি দেখুৱাইছে। যি কি নহওক, অংকীয়া নাটৰ 'অপিচ' নান্দীশ্লোক আবৃতি কৰাৰ পিছত সূত্ৰধাৰে—

"আহে সঙ্গী কি বাদ্য বাজত" সঙ্গীয়ে কয় "আঃ দেব দুন্দুভী বাজত, দেব দুন্দুভী বাজত।" গতিকে সূত্ৰধাৰ আৰু সঙ্গীৰ এই বাক্যাংশই প্ৰস্তাৱনা বা আমুখ। অৰ্থাৎ নান্দীৰ দ্বিতীয় ভাগ বুলিব পাৰি।

৫) **শুষ্কাৱকৃষ্টা**— অৰ্থাৎ জৰ্জ্জৰ শ্লোকসূচক আৰু অৰ্থহীন গানৰ আখৰা। অংকীয়া নাটত জৰ্জ্জৰ প্ৰতিষ্ঠা আৰু প্ৰশস্তি নহয়। তাৰ ঠাইত ভাগৱত প্ৰতিষ্ঠা

আৰু ভগৱৎ প্ৰশস্তি হয়। ইয়াত অৰ্থহীন গীত আদিও নাই। নাটৰ আৰম্ভণিৰ পৰা সকলোবোৰে নানা ৰসসমৃদ্ধ হৈ বিশেষভাৱে ভক্তি ৰসৰ দ্বাৰা পুষ্ট হৈ থাকে। এতেকে "শুস্কাৰ্ব কৃষ্টা" ভাগটো আধ্যাত্মিক ৰূপত প্ৰতিফলিত হৈছে।

৬) ৰঙ্গদ্বাৰ— অৰ্থাৎ সংস্কৃত নাট্য গ্ৰন্থত বা নাটকানুষ্ঠানৰ সূত্ৰপাত। এই ক্ষেত্ৰত অংকীয়া নাটৰ সূত্ৰধাৰে নান্দীশ্লোক, গীত, ভটিমাৰ পিছত কথা সূত্ৰত কোৱা " আহে সামাজিক আৰু, যে জগতক গুৰু যাহেৰি সয়াল সংসাৰ, ব্ৰহ্মা, মহেশ বন্দিত পৰম পুৰুষ পুৰুষোত্তম, ৰুক্মিণী সত্যভামা সহিত ওহি সভা মধ্যে প্ৰবেশি কহোঁ নৰকাসুৰ বধ পাৰিজাত হৰণ লীলা যাত্ৰা পৰম কৌতুকে কৰব। তাহে সাৱধানে দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।" গতিকে অংকীয়া নাটৰ কথাসূত্ৰৰ এই বাক্যাংশই ৰঙ্গদ্বাৰ বা নাট্য অভিনয়ৰ প্ৰথম সূত্ৰপাত।

৭) চাৰি —নাট্যশাস্ত্ৰৰ মতে চাৰি হ'ল শৃঙ্গাৰসূচক অঙ্গি-ভঙ্গি। অংকীয়া নাটতো শৃঙ্গাৰসূচক অঙ্গি-ভঙ্গি বা শৃঙ্গাৰ ৰসাত্মক উক্তিৰ উদাহৰণ পোৱা যায়। যেনে—

"ৰময়া কৰু মদন খেলা খেলে সঙ্গে ৰঙ্গে গোপৰমণি মেলা।
কাহাকু হৰি হাসি কৰু মান। কাহাকু চুম্বন চৰ্চ্চন দান।।

(কেলিগোপাল নাট)

৮) মহাচাৰি— অৰ্থাৎ ভয়ানক বা ৰৌদ্ৰসূচক অঙ্গি-ভঙ্গি। অংকীয়া নাটত ভয়ানকসূচক অৰ্থাৎ মহাচাৰিৰ উদাহৰণ বহুতো পোৱা যায়। তলত এটি উদাহৰণ দাঙি ধৰা হ'ল—

আশ্ৰম যাইতে ঋষিক উচাট। পেখিয়ে তাড়কা বেধল বাট।।
মিলল ভক্ষ্য পিশাচিনী হাসে। কাম্পে কৌশিক পৰিয়া তৰাস।।

(ৰাম বিজয় নাট)

৯) ত্ৰিগত— সংস্কৃত নাটকত বিদূষক সূত্ৰধাৰ আৰু পাৰিপাৰ্শ্বিকৰ লগত সংলাপ হয়, তাকে ত্ৰিগত বোলে। কিন্তু অংকীয়া নাটত বিদূষক, সূত্ৰধাৰ পাৰিপাৰ্শ্বিকৰ মাজত সংলাপ নাই। অৱশ্যে সূত্ৰধাৰৰ লগত দুজন পাৰিপাৰ্শ্বিক আছে তেওঁলোকে কিন্তু আঁৰ কাপোৰহে ধৰে, সংলাপ নাই। বিদূষক বুলি ক'লে অংকীয়া নাটৰ বিশ্বামিত্ৰৰ লগত ওলোৱা "গালৱ" আৰু নাৰদৰ লগত ওলোৱা চাটুৱা শিষ্য হিচাপে থকা চৰিত্ৰকে বিদূষক আখ্যা দিব পাৰি।

১০) প্ৰৰোচনা— অৰ্থাৎ সূত্ৰধাৰৰ দ্বাৰা দৰ্শকসকলৰ প্ৰতি ভাষণ। অংকীয়া নাটত সূত্ৰধাৰৰ প্ৰায়বোৰ কথা সূত্ৰ শ্লোকেই দৰ্শক সকলৰ উদ্দেশ্যি

দিয়া ভাষণ। যেনে—

ভো ভো সভাসদঃ যূযং শৃনুত সাৱধানতঃ

কেলি গোপাল নামেদাং নাটকং মুক্তি সাধকম্।।

নাট্যশাস্ত্রত উল্লেখ থকা পূৰ্ব্বৰঙ্গৰ বহির্যবনিকাৰ যি দহ প্ৰকাৰ ভাগ উল্লেখ আছিল, ইয়াৰ লগত অংকীয়া নাটৰ লগত হুবহু মিল দেখা যায়। কিন্তু অন্তৰ্যৱনিকাৰ ভাগসমূহ অংকীয়া নাটৰ লগত মিল নাই বুলিয়েই ক'ব পাৰি। তথাপি ইয়াৰ নাম সমূহ আৰু ব্যৱধানসমূহ আলোচনা কৰা হৈছে।

অন্তৰ্যৱনিকা— আভ্যন্তৰীণভাৱে হোৱা কাৰ্যই হ'ল অন্তৰ্যৱনিকা। অংকীয়া নাটত প্ৰায় সকলোখিনি বাহ্যিকভাৱেই অৰ্থাৎ দৰ্শকে সকলো দেখাকে হয়।

(ক) প্ৰত্যাহাৰ— অৰ্থাৎ বাদ্যযন্ত্ৰৰ স্থাপন। অংকীয়া নাটৰ আৰম্ভৰ প্ৰাক্‌মুহূৰ্ত্তত খোল, তাল, দবা, শঙ্খ দোৱাৰত স্থাপন কৰাকে প্ৰত্যাহাৰ বোলে।

(খ) অৱতৰণ— বাদকসকলৰ আসন গ্ৰহণ। অংকীয়া নাটৰ গায়ক-বাদকসকলে আসন গ্ৰহণ কৰাই অৱতৰণ।

(গ) আৰম্ভ— মানে গীতৰ আৰম্ভ। অংকীয়া নাটৰ সূত্ৰধাৰ নৃত্যৰ পিছতে যেতিয়া ৰাগ দি নান্দী গীত আৰম্ভ কৰে তাকে আৰম্ভ বোলে।

(ঘ) আশ্ৰৱনা— বাদ্য-যন্ত্ৰৰ সুৰ আৰোপন। অংকীয়া নাটত বাদ্যাদিত সুৰ আৰোপন কৰা নহয়। গায়ন-বায়নে আগতেই খোলৰ মাত ঠিক কৰি ৰাখে।

(ঙ) বক্তপালি— বাদ্যযন্ত্ৰ বাদনৰ আখৰা। অংকীয়া নাটত বাদ্য যন্ত্ৰ বাদনৰ আখৰা নহয়। নাটৰ আখৰা কৰোতেই গীত, বাদ্য, নৃত্য, অভিনয় সকলোৰে আখৰা হয়।

(চ) পৰিঘটনা— বাদ্যযন্ত্ৰৰ তাঁৰ সতেজ কৰা। অংকীয়া নাটত তাঁৰ সতেজ কৰা কাৰ্য নাই। অৱশ্যে খোলৰ বৰতি টনা কাৰ্য দোল খুওৱা কাৰ্য হয়। বৰ্ত্তমান অৱস্থাত তন্ত্ৰযুক্ত বাদ্য ব্যৱহাৰ তন্ত্ৰ সতেজ কাৰ্য হ'বলৈ লৈছে।

(ছ) সংঘোটনা—তালসূচক বিভিন্ন প্ৰকাৰৰ হস্ত সঞ্চালন। অংকীয়া নাটত গায়ক-বাদকসকলে বিভিন্ন প্ৰকাৰৰ অৰ্থযুক্ত হস্ত সঞ্চালন কৰে। কথিত আছে—

"মুখে গীত হাতে অৰ্থ পাৱে ধৰে তাল।

গৰুড় সদৃশ ভ্ৰমে সেহি ওজা ভাল।।

(জ) মাৰ্গাসাৰিত— বাদ্যসমূহৰ যুগপৎ বাদন। অংকীয়া নাটত যুগপৎ বাদ্য বজোৱা হয়। উদাহৰণস্বৰূপে নাটৰ মূল চৰিত্ৰ ৰাম বা কৃষ্ণ প্ৰৱেশৰ সময়ত

খোল, তাল, ডবা, শঙ্খ, নেগেৰা, কাঁহ আদি বজোৱাই হ'ল "মাৰ্গাসাৰিত"।

(ঝ) আসাৰিত— সঙ্গীতৰ তাল ঠিক কৰা কাৰ্য। অংকীয়া নাটতো তাল ঠিক কৰা কাৰ্য নোহোৱা নহয়। সংগীতৰ তাল ঠিক নহ'লে সংগীতেই নহয়। মাত্ৰ অংকীয়া নাটত আগতেই তাল ঠিক কৰা থাকে। এতেকে আসাৰিত অংকীয়া নাটতো প্ৰযোজ্য হয়।

এনেকৈয়ে নাট্যশাস্ত্ৰ বৰ্ণিত পূৰ্ব্বৰঙ্গৰ উনৈশটা ভাগ সত্ৰীয়া নীতিত অৰ্থাৎ অংকীয়া নাটত কম বেছি পৰিমাণে পালিত হৈ আছে। আনহাতে সত্ৰীয়া সংস্কৃতিৰ সকলো কলা সংগীতেই ভক্তিমূলক। হয়তো সেইবাবেই নাট্যশাস্ত্ৰৰ সকলো আদৰ্শ মানি চলিব পৰা নাই। আচলতে গুৰুজনাই অংকীয়া নাটত কলাক মাধ্যম হিচাপে লৈ জনসাধাৰণৰ আচৰণ আৰু ৰুচিক মাৰ্জিত ৰূপ দিবৰ কাৰণে চেষ্টা কৰিছিল। ইয়াত কলা মূল বস্তু নহয়। ইয়াত অভিনেতাৰ অভিনয়তকৈ দৰ্শকৰ মনত সাত্ত্বিক ভাবৰ সঞ্চাৰ কৰি আধ্যাত্মিক উপলব্ধিৰ পৰিবেশ সৃষ্টি কৰাহে অংকীয়া নাটৰ মূল লক্ষ্য।



# সত্ৰীয়া সংগীত

তৰুণ বৰা বায়ন

গোবিন্দকৃষ্ণ বৰা বায়ন

পঞ্চদশ শতিকাৰ একেবাৰে শেষৰফালে বা ষোড়শ শতিকাৰ আগভাগতে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে নৱবৈষ্ণৱ ধৰ্ম্মৰ মূল অনুষ্ঠান 'সত্ৰ' অসমত প্ৰতিষ্ঠা কৰে। সত্ৰ শব্দটোৰ প্ৰয়োগ কেতিয়াৰপৰা কি অৰ্থত হৈ আহিছে সেই বিষয়ে সংক্ষেপতে কোৱাতো জটিল। এতিয়ালৈকে জানিবলৈ পোৱা মতে যৰ্জুবেদৰ শতপথ ব্ৰাহ্মণৰ দ্বাদশ কাণ্ডত থকা দ্বাদশ সত্ৰৰ বৰ্ণনেই এই বিষয়ক প্ৰাচীন বৰ্ণনা। অসমত বৈষ্ণৱ গুৰুসকলে ভগৱন্তৰ ঐশ্বৰিক মহিমা বন্দনা, উপাসনা কৰি ইয়াৰ তত্ত্ব ব্যাখ্যা আৰু শিক্ষা দিবলৈ আশ্ৰমৰ আৰ্হিত স্থাপন কৰা ধৰ্মীয়স্থানকে সত্ৰ বোলা হয়। য'ত ঈশ্বৰৰ উদ্দেশ্যে নৃত্য, গীত, ভাওনা আদিৰে ভগৱন্তক পাবলৈ কামনা কৰি থাকে তাকেই সত্ৰ বোলা হয়। অসমত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে বৰদোৱাত প্ৰথমেই সত্ৰ স্থাপন কৰে। মহাপুৰুষ শংকৰদেৱে দেখুৱাই থৈ যোৱা আৰ্হিৰে পৰৱৰ্ত্তী কালত তেওঁৰ শিষ্য মাধৱদেৱ আৰু বৈষ্ণৱ গুৰুসকলে ধৰ্মৰ অনুষ্ঠান সত্ৰ অসমত প্ৰতিষ্ঠা কৰে।

সংগীতৰ পণ্ডিতসকলৰ মতে পৃথিৱীত যেতিয়াৰপৰাই প্ৰকৃতি, জীৱ-জন্তু, চৰাই-চিৰিকটিৰ সৃষ্টি হয় তেতিয়াৰে পৰা সংগীতৰো সৃষ্টি হয়। প্ৰকৃতি

জগতত সংঘটিত শব্দ আৰু ক্রিয়া-কলাপৰ আধাৰতে সংগীতৰ উৎপত্তি হৈছিল। আদিম মানৱে অজানিতে সৃষ্টি কৰা চৌষষ্ঠি কলাৰ ভিতৰত সংগীত হৈছে শ্রেষ্ঠ কলা। আদিম যুগত মানুহে নিজৰ সুখ-দুখ, আনন্দ প্রকাশৰ উদ্দেশ্যে শ্রম কৰি ভাগৰ পলোৱাৰ বাবে আৰু কেতিয়াবা ঈশ্বৰক সন্তুষ্ট কৰাৰ বাবে সংগীতৰ মাধ্যমেৰে মনৰ ভাব প্রকাশ কৰিবলৈ চেষ্টা কৰিছিল।

সত্রীয়া সংগীত বুলি ক'লে নৃত্য, গীত আৰু বাদ্যৰ সংমিশ্রণকে বুজোৱা হয়। য'ত সত্রীয়া নৃত্য, বৰগীত, খোলৰ একত্রিত শব্দেৰে ছন্দ মধুৰ কৰে তাকে সত্রীয়া সংগীত বুলি কোৱা হয়। সত্ৰৰ ভিতৰত যি সংগীতৰ শিক্ষা আৰু চর্চ্চা কৰা হয় তাকে সত্রীয়া সংগীত বোলা হয়। 'সর্বগুণাকৰ' মহাপুৰুষ শ্রীমন্ত শংকৰদেৱ আৰু মাধৱদেৱে অসমীয়া জাতিক সাংস্কৃতিক ক্ষেত্রত চহকী কৰিবলৈ এক অভিনৱ সংগীত সৃষ্টি কৰিলে। মহাপুৰুষজনাই নানান দেশ ভ্রমণ কৰি নানা নৃত্য কলাৰ সাৰমৰ্ম্ম আহৰণ কৰি তেওঁৰ নিজৰ বহুমুখী প্রতিভাৰে নৃত্য, গীত, বাদ্যৰ ক্ষেত্রত নতুন সৌধ নির্মাণ কৰিলে।

শংকৰদেৱ বা দুৰ্গাবৰৰ গীতত উল্লেখ কৰা ৰাগবোৰ, আনকি চৰ্য্যাপদৰ ৰাগ-তালবোৰো ভাৰতীয় ৰাগ সংগীতৰ ঐতিহ্যপ্রসূত। বৰগীতো ৰাগ-তাল বান্ধি ৰচনা কৰিলেও বৰগীতৰ এটা স্বকীয় বৈশিষ্ট্য আছে। শংকৰদেৱৰ ভাওনাত সূত্রধাৰ থাকিলেও বা সংস্কৃত নাটৰ প্রভাৱ থাকিলেও ভাওনা শংকৰদেৱৰ নিজা সৃষ্টি। সাধনাৰ অৰ্থে থলুৱা প্রয়োজন অনুসৰি পৰিৱেশন কৰিবলৈ দিহা কৰিছিল। নৃত্যৰ ক্ষেত্রতো এই কথা খাটে। হস্ত, লয়, তাল-মান আদিত ভাৰতীয় নৃত্যশাস্ত্রসমূহৰ লক্ষণ থাকিলেও চালি নাচ, ঝুমুৰা নাচ, সূত্রধাৰ নাচ আদিত তাল আৰু বোলৰ স্বকীয় বৈশিষ্ট্য আছে। কমলাবাৰী সত্ৰৰ বজাৱৰীয়া চালি নাচত চীন আৰু থাইলেণ্ডৰ নাচৰ আৰ্হি দেখা পোৱা যায়। বাদ্যসমূহৰ ক্ষেত্রতো ভাৰতৰ অন্যান্য ঠাইত ব্যৱহাৰ নোহোৱা বাদ্যও ইয়াত দেখা পোৱা যায়। খোল, মঞ্জীৰা, খুটিতাল, পাতিতাল, ৰামতাল, টোকাৰী আদিৰ কথা উদাহৰণস্বৰূপে আঙুলিয়াব পাৰি। আনহাতে মৃদঙ্গ, খোল, তবলা আদি সর্বভাৰতীয় বাদ্যও প্রচলিত।

সত্ৰৰ লগত জড়িত সত্রীয়া নৃত্য-পদ্ধতিয়ে সর্বভাৰতীয় শাস্ত্রীয় নৃত্যৰ অন্তৰ্গত এক বিশেষ পদ্ধতি বুলি ইতিমধ্যে স্বীকৃতি লাভ কৰিছে। মুখ্যতঃ বৰগীতৰ আধাৰত বিকশিত হ'লেও বৰগীতৰ চাৰিসীমাৰ বাহিৰবো বহুক্ষেত্ৰ অধিকাৰ কৰি লোৱা যাইকে সত্রত পালিত আৰু বৰ্দ্ধিত এই বিশিষ্ট সংগীত পদ্ধতিকো

বহলভাৱে সত্ৰীয়া সংগীত আখ্যা দিয়া হয়।

বৰগীতত যদিও স্বৰাশ্ৰয়ী যন্ত্ৰৰ ব্যৱহাৰ নাই, খোল আৰু তালৰ সংগত কিন্তু অপৰিহাৰ্য্য। খোল বা মৃদঙ্গৰ বিচিত্ৰ তালৰ ভিতৰতো স্বতন্ত্ৰভাৱে সত্ৰীয়া সংগীতৰ উপাদান। ৰাগৰ ক্ষেত্ৰত থকাৰ নিচিনাকৈ তালৰ ক্ষেত্ৰতো সত্ৰীয়া সংগীতৰ স্বকীয় বৈশিষ্ট্য আছে।

সকলোফালৰপৰা সত্ৰীয়া নৃত্যৰ নিজস্ব বৈশিষ্ট্য আছে। সত্ৰীয়া নৃত্যৰ মূলভাৱ হ'ল আধ্যাত্মিক। যি নৃত্যসমূহৰ মাজেদি অংগ, প্ৰত্যংগবোৰৰ সঞ্চালনৰ সহযোগত ভগৱানক আৰাধনা কৰা হয় সেই নৃত্যকে সত্ৰীয়া নৃত্য বুলি কোৱা হয়। সত্ৰীয়া নৃত্যসমূহত নৃত্ত, নৃত্য আৰু নাট্য এই তিনিওটাই বিৰাজমান। সেয়ে সত্ৰীয়া নৃত্যই ভাৰতীয় উচ্চাঙ্গ নৃত্য হিচাবে স্বীকৃতি লাভ কৰে।

সত্ৰীয়া সংগীতত ব্যৱহাৰ হোৱা বাদ্যসমূহ হৈছে ঃ— ১) খোল, ২) মৃদঙ্গ, ৩) খুটিতাল, ৪) ভোৰতাল, ৫) পাতিতাল, ৬) মঞ্জীৰা, ৭) ডবা, ৮) বাঁহী, ৯) শঙ্খ, ১০) বেহেলা, ১১) কাঁহ, ১২) কালি, ১৩) ঘণ্টা, ১৪) তানপুৰা, ১৫) ভেঁৰি, ১৬) নাগাৰা, ১৭) হাৰমণিয়াম ইত্যাদি। এই বাদ্যসমূহ আকৌ চাৰিটা ভাগত বিভক্ত — ১) অৱনদ্ধ বাদ্য, ২) ঘন বাদ্য, ৩) সুচিৰ বাদ্য আৰু ৪) তত্ বাদ্য।

**১) অৱনদ্ধ বাদ্য ঃ-** অৱনদ্ধ বাদ্যক আনন্দ বাদ্য বুলিও কোৱা হয়। বাঁহ, কাঠ, মাটি আদি বিভিন্ন ধাতুৰে নিৰ্মিত খোলাৰ মুখখন বিভিন্ন জীৱ-জন্তুৰ ছালেৰে বা চামৰাৰে বন্ধ কৰি নিৰ্মাণ কৰা বাদ্যসমূহক অৱনদ্ধ বাদ্য বুলি কোৱা হয়। এই শ্ৰেণীৰ বাদ্যসমূহক হাতৰ আঙুলি বা মাৰিৰে চামৰাৰ ওপৰত আঘাত কৰি ধ্বনি উৎপন্ন কৰি বজোৱা হয়। যেনে— খোল, ঢোল, ঢোলক, তবলা, নাগাৰা, পাখোৱাজ, ডফলী, ডম্বৰু, দুন্দুভি, ডবা, মাদল, ঢাক, ডগৰ ইত্যাদি।

**২) ঘন বাদ্য ঃ-** এই বাদ্য কাঁহ, পিতল, ৰূপ আদি ধাতুৰে তৈয়াৰ কৰা হয়। এনেধৰণৰ বাদ্যত জোৰেৰে আঘাত কৰি শব্দ উৎপন্ন কৰা হয়। ভোৰতাল, ৰামতাল, পাতিতাল, খুটিতাল, কৰতাল, মঞ্জীৰা, ঘণ্টা, নূপুৰ, টিলিঙা, জুনুকা আদি এই শ্ৰেণীৰ বাদ্য।

**৩) সুষিৰ বাদ্য ঃ-** যিবোৰ বাদ্যত মুখেৰে ফুঁৱাই বায়ুৰ সহায়ত ধ্বনি উৎপন্ন কৰা হয় সেইসমূহ বাদ্যকে সুষিৰ বাদ্য বোলে। যেনে— বাঁহী, কালি, ভেৰি, পেঁপা, গগণা, শঙ্খ, ক্লাৰেণ্ট, চিফুং মুৰুলী, চেহনাই, শিঙা আদি।

**৪) তত্ বাদ্য ঃ-** পণ্ডিতসকলে তত্ বাদ্যক দুটা ভাগত বিভক্ত কৰিছে।

এটা হ'ল তত্ আনটো হ'ল বিতত্ বাদ্য। যিসমূহ বাদ্যক আঙুলিৰে আঘাত কৰি বজোৱা হয় তেনে বাদ্যক তত্ বাদ্য বোলে। যেনে — তানপুৰা, দোতোৰা, বীণা, টোকাৰী, একতাৰা, গীতাৰ আদি। আনহাতে যিবিলাক বাদ্যৰ তাঁৰত গঁজৰ দ্বাৰা আঘাত কৰি ধ্বনি তোলা হয় তাক বিতত্ বাদ্য বোলে। যেনে— বেহেলা, সাৰেংগী, এচৰাজ, চেৰেঙা ইত্যাদি।

সত্ৰীয়া সংগীতৰ মুখ্য বাদ্য হৈছে খোল আৰু তাল। অসমৰ সত্ৰীয়া সংগীত বৰ্ত্তমান অসমৰ চুকে-কোণে বিয়পি পৰিছে। লগে লগে সত্ৰীয়া সংগীত ভাৰতৰ প্ৰায়বোৰ প্ৰদেশতে প্ৰচাৰ আৰু পৰিৱেশন হোৱাৰ উপৰিও পৃথিৱীৰ প্ৰায়বোৰ দেশতে প্ৰচাৰ আৰু পৰিৱেশন হোৱা দেখা গৈছে। অসমৰ সত্ৰীয়া নৃত্য-শাস্ত্ৰীয় নৃত্যক ৰূপে সংগীত নাটক অকাডেমিয়ে ২০০০ চনৰ ১৫ নবেম্বৰ তাৰিখে শাস্ত্ৰীয় নৃত্যৰূপে স্বীকৃতি দিয়ে।



# সত্ৰীয়া নৃত্যত মাটি আখৰাৰ ভূমিকা

প্ৰিয়ম্বদা ভাৰতী

পঞ্চদশ শতিকাৰ শেষৰফালে বা ষোড়শ শতিকাৰ আগভাগতে অসমীয়া জাতিৰ জনক তথা বৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্ত্তক "মহাপুৰুষ শ্ৰীশ্ৰী শংকৰদেৱে" বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ অৰ্থে সত্ৰবোৰক কেন্দ্ৰ কৰি অসমীয়া জাতীয় জীৱনত এক আলোড়নসৃষ্টি কৰি আহিছে। গুৰুজনাই এই কাৰ্য্যক বিশ্বৰ দৰবাৰত ৰজিতা খুৱাব পৰাকৈ অসমীয়া জাতিৰ কলা-সংস্কৃতিকো এক স্বকীয় বৈশিষ্ট্য অক্ষুণ্ণ ৰক্ষা কৰিব পৰাকৈ সত্ৰবোৰকে কেন্দ্ৰ কৰি ভাৰতবৰ্ষৰ অন্যান্য শাস্ত্ৰীয় গীত-মাত নৃত্যৰ দিশতো পদক্ষেপ গ্ৰহণ কৰে। তাৰেই নিদৰ্শন আজি সত্ৰীয়া নৃত্য। এই সত্ৰীয়া নৃত্য বৰ্ত্তমানে গোটেই বিশ্বৰ কলাপ্ৰেমী মানৱ জাতিৰ মাজত সমাদৃত হ'বলৈ ধৰিছে। সেয়েহে গুৰুজনাই আৰম্ভ কৰা সত্ৰীয়া নৃত্য যাতে প্ৰতিটো স্তৰতে শাস্ত্ৰসম্মত আৰু সৰ্ব্বজনৰ গ্ৰহণযোগ্য হ'ব পাৰে তাৰ বাবে সূত্ৰ আকাৰে মাটি আখৰাৰ সৃষ্টি কৰা হয়।

মাটি আখৰানো কি! ইয়াৰ সমিধান একে আষাৰে ক'বলৈ হ'লে কচৰৎ বা ব্যায়াম। যিকোনো নৃত্যত শৰীৰৰ প্ৰতিটো অংগ প্ৰত্যংগৰ সঞ্চালন অতি আৱশ্যক যদিহে নৃত্যৰ তাল-মান-অভিনয়ৰ সমন্বয় ঘটাবলৈ হয়। সেয়েহে মাটি আখৰাৰ ভূমিকা অত্যন্ত গুৰুত্বপূৰ্ণ। মাটি আখৰাক আন এক দৃষ্টিৰে বৰ্ণাবলৈ

ইয়াকো ক'ব পৰা যায় যে— শৰীৰৰ সাধনা, হস্তৰ সাধনা আৰু কণ্ঠৰ সাধনা। সত্ৰীয়া নৃত্য যাতে সৰ্ব্বস্তৰত সমাদৃত, সৰ্ব্বগৃহীত হয় অৰ্থাৎ তাল-মানৰ ৰক্ষা হয় তাৰেই মূল আধাৰ হ'ল মাটি আখৰা। এই আখৰা বা সাধনা কৰোঁতে, প্ৰতিটো ক্ষণতে মাটিৰ লগত জড়িত হৈ বা সংযোগ ৰাখি অভ্যাস কৰা বাবেও মাটি আখৰা বোলা হয়। নৃত্য প্ৰদৰ্শনৰ সময়ত শৰীৰৰ লাস্যময় প্ৰকাশভঙ্গী মধুৰতম কৰিবলৈ তথা শৰীৰৰ শিথিলতা দূৰ কৰিবলৈ ইয়াৰ অতি আৱশ্যক আৰু সেয়া একমাত্ৰ সম্ভৱ মাটি আখৰাৰ যিমান বেছি অভ্যাস তথা ব্যৱহাৰিক দিশত প্ৰয়োগ কৰিব। অন্যথা শৰীৰৰ অৱয়ব বা বাহ্যিক দৃষ্টিটো দৃষ্টিকটু হৈ পৰাৰ পূৰামাত্ৰাই থল থাকে। সত্ৰীয়া নৃত্যক যিসকলে জীৱনৰ আধাৰ হিচাপে গ্ৰহণ কৰি আহিছে তেওঁলোকলৈ লক্ষ্য কৰিলে দেখা পোৱা যায় যে— নৃত্য-বিশাৰদ বা সিদ্ধহস্ত হোৱা সত্বেও মাটি আখৰা চৰ্চা কৰাৰপৰা বিৰত নাথাকে বৰঞ্চ নিৰন্তৰ জাৰী ৰাখে।

মাটি আখৰা কেইবিধ! মাটি আখৰা বিভিন্ন সময়ত বিভিন্নজনে বিভিন্ন প্ৰকাৰৰ দাঙি ধৰি আহিছে যদিও বৰ্ত্তমানে সৰ্ব্বগৃহীত হৈছে ৬৪ টা। কমলাবাৰী সত্ৰত মাটি আখৰাৰ বৰ্ণনা ৭০ টা পোৱা যায়। ঠিক তেনেকৈ স্বৰ্গীয় মণিৰাম দত্ত বায়ন মুক্তিয়াৰদেৱৰ বৰ্ণনামতে ৪৪ টা মাটি আখৰা পোৱা যায়। আনহাতে শ্ৰীযুত গোবিন্দ শইকীয়াদেৱৰ বৰ্ণনাত ১০৮ টা মাটি আখৰা পোৱা যায়। ৰসেশ্বৰ শইকীয়াদেৱৰ বৰ্ণনাত ৬৪ টা মাটি আখৰা পোৱা যায়। এনেধৰণৰ বিসংগতিবোৰ আঁতৰাবলৈকে বিশেষকৈ অসমৰ বিভিন্ন সত্ৰৰ সত্ৰাধিকাৰৰ সমূহীয়া প্ৰচেষ্টাত গুৱাহাটীত অৱস্থিত "শংকৰদেৱ কলাক্ষেত্ৰ"ত সময়ে সময়ে কৰ্মশালা পাতি সত্ৰীয়া নৃত্য সম্পৰ্কে বিশদভাৱে আলোচনা-বিলোচনা আৰু গৱেষণাৰ মাধ্যমেৰে এক সিদ্ধান্তত উপনীত হয় আৰু বৰ্ত্তমানে ৬৪ টা মাটি আখৰাই মান্যতা লাভ কৰে। এই ক্ষেত্ৰত উল্লেখ কৰা অতি প্ৰয়োজন যে মাটি আখৰাসমূহৰ নিজাববীয়াকৈ কোনো বোল নাথাকে— ই নৃত্যৰ মাজতে সন্নিবিষ্ট হৈ থাকে। তথাপি সত্ৰীয়া নৃত্যত বিলীন হৈ থকা মাটি আখৰাৰ স্তৰ অনুযায়ী ৮ ভাগত এনেদৰে বৰ্ণোৱা যায়—

১। ওৰা ২। চতা ৩। জলক ৪। চিটিকা ৫। পাক ৬। জাঁপ ৭। লন ৮। খৰ

উপৰি উক্ত স্তৰত সন্নিবিষ্ট হৈ থকা ৬৪ টা মাটি আখৰা হ'ল— দণ্ডৱৎ (খচকা), পুৰুষ ওৰা আৰু প্ৰকৃতি ওৰা, ওৰাত বহা উঠা, হাড়-ভঙ্গা, পচলা তোলা, পানীসিঁচা, জলক, তিনিটিয়া জলক, সিংহজলক, গেৰুৱা চোৱা, থিয় চটা বা

ওৰা চটা, বহা চটা, উধা চটা, কাতিচটা, সমুখলৈ চটা, থিয়মুৰুকা, বহা মুৰুকা, যাতনী, চিটিকা, পদচালনা, হাত-ভৰি চালনা, চলনা, তেৱাই হাত সলোৱা, হাত পকোৱা, কঁকিলা খোচা, ওৰাত জাঁপ, সমুখলৈ জাঁপ, বেং জাঁপ, বাঘজাঁপ, পুৰুষ পাক, প্ৰকৃতি পাক, আকল পাক, গেৰীপাক, পিঠিপাক, শাৰীপাক, কাতিপাক, চেৰেকীপাক , উৰুপাক, টুকুৰাপাক, উধাচেৰেকি পাক, ঠেংমেলা টুকুৰাপাক, উৰুপাক টুকুৰা, মোৰোপা, খহকি, কেটেলা আঁঠুৱা, ছত্ৰাৱলী, কাছবান্ধ, কাছই পানী খোৱা, ম'ৰাই পানী খোৱা, আঁঠুলন কাতিলন, থিয়লন, তমাল মোচোৰা, উধালন, কামীটনা, যোৰ কামীটনা, তেলটুপী, বুকুচোৱা, লুটিখৰ, চিতখৰ, আৰু কাতিখৰ।

মাটি আখৰাৰ স্তৰ অনুযায়ী কেইটামান বোলৰ নমুনা দাঙি ধৰা হ'ল—

(১) ওৰা ঃ বোল

ত্বাক ধিনা ধেনি দাও

তাতৃতা খিতা খিত্বাতাখি ত্বাও

(২) চটা ঃ কাটি চটা

ধিনা খিত্ধেই দাওতা খিত্ধেই

দাওতা খিত্ধেই ন্যাধেই ন্যাধেই

(৩) জলক ঃ সিংহ জলক

জ্বিদ্ধেই তাত্তাও খিতাও ত্বাক

ধেই ১১ খিতি ১১

(৪) চিতিকা ঃ

১না ১ধেই ১না ১ধেই

১ন্যাধেই ন্যাধেই ন্যাধেই ১১

(৫) পাক ঃ পুৰুষ পাক

ধেৰ জিথে নিতা ১১

খিৰ ত্বাথে নিতা ১১

(৬) জাঁপ ঃ বেংজাঁপ

দিধিনা ধেই ত্বাধিনা ধেই

দিধিনা দিধিনা ত্বাধিনা ধেই

(৭) লন ঃ আঁঠুলন

ধেনি ত্বাখি ৰাতা খিতি

তানি তাখি ৰাতা ঽক

(৮) খৰ ঃ লুটিখৰ

ধেনি তাখি ৰাতা খিতি

তানি তাখি ৰাতা ঽক

সেয়েহে সত্ৰীয়া নৃত্যক অধিকতম মনোগ্ৰাহী আৰু আকৰ্ষণীয় কৰিবলৈ হ'লে মাটি আখৰাৰ চৰ্চ্চা আৰু প্ৰয়োগ নিৰন্তৰ জাৰী ৰখাটো অতীব প্ৰয়োজন আৰু মাটি আখৰাৰ ভূমিকা অত্যন্ত গুৰুত্বপূৰ্ণ।



# কমলাবাৰী সত্ৰৰ নৃত্য পৰম্পৰাত বৰ্ত্তমানৰ ভূমিকা

গোবিন্দ শইকীয়া

শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষ দুজনাই সৃষ্টি কৰা নৃত্য ধাৰাটোৰ নাম "সত্ৰীয়া নৃত্য" বোলা হৈছে। এই দুজনা গুৰুৰ সৃষ্টি নৃত্য ধাৰাক মহাপুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতাই মাধৱদেৱৰ গা-বদলি উজনিত ধৰ্ম প্ৰচাৰ কালত মাজুলীৰ এঠাইত কমলাটেঙাৰ বাৰী কাটি তাত সত্ৰ প্ৰতিস্থা কৰি নাম ধৰ্ম মূল মন্ত্ৰ সত্ৰ স্থাপন কৰি নাম ৰাখে কমলাবাৰী সত্ৰ।

সেইদিন ধৰি ক্ৰমাগতভাৱে এই কমলাবৰীয়া সত্ৰীয়া নৃত্য সুন্দৰভাৱে মাজুলীৰ কমলাবাৰী সত্ৰত চৰ্চ্চা, প্ৰচাৰ, প্ৰসাৰ হৈ আহিছে। এই সত্ৰ এখন দুখন কৰি বৰ্তমান সাত ভাইৰ দৰে সাত ঠাইত প্ৰতিষ্ঠিত হৈ তিনিজনা গুৰু শ্ৰীশ্ৰীশংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ আৰু শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ জন্ম আৰু মৃত্যু তিথি প্ৰতিবছৰে পালন কৰি আহিছে। সৌভাগ্যৰ কথা যে কমলাবাৰী সত্ৰত ভাদ মাহত এই তিনিওজনা গুৰুৰ তিথি অগা-পিচাকৈ পালন কৰে অতি উলহ-মালহেৰে। বিশেষভাৱে লক্ষণীয় দিশ এই যে জন্ম উৎসৱতকৈ মৃত্যুৰ উৎসৱহে অতি আনন্দেৰে পালন কৰে। এই তিনিজনা গুৰুৰ তিথি একেলগে সাত ঠাইত সাত ভাইয়ে প্ৰতি গৰাকীৰে চাৰি দিনীয়াকৈ পালন কৰে। এই চাৰিওদিন সত্ৰীয়া

নৃত্য, গীত, বাদ্যৰে ৰজনজনাই থাকে সত্ৰৰ চৌদিশ। সত্ৰসমূহত ভক্ত বৃন্দই ৰাতি দিন ভৰি থাকে। প্ৰতিখন সত্ৰৰে নিজস্ব পৰম্পৰা আছে। আছে কমলাবাৰী সত্ৰৰ নৃত্যৰ বৈশিষ্ট্য। মাজুলীত স্থাপিত পুৰণা কমলাবাৰী সত্ৰই বৰ্তমান যোৰহাট তিতাবৰৰ মহিমাবাৰীত প্ৰতিষ্ঠা কৰি ত্ৰাত গুৰুৰ অক্ষয় বন্তি গছি জ্বলাই ৰাখিছে। আন কেইখন কমলাবাৰী সত্ৰ হ'ল—নতুন কমলাবাৰী সত্ৰ মাজুলীৰ দক্ষিণফালে অৱস্থিত ভাগু সত্ৰ। উত্তৰফালে স্থাপিত বাবে উত্তৰ কমলাবাৰী সত্ৰ। নাৰায়ণপুৰত আছে বেলগুৰী সত্ৰ আৰু আছে বদলা সত্ৰ। ভোগপুৰ সত্ৰ মাজুলীৰ পূব দিশত।

সাত ভাইঃ ১) কমলাবাৰী সত্ৰ। (তিতাবৰ মহিমাবাৰী)

২) নতুন কমলাবাৰী সত্ৰ (মাজুলী)

৩) উত্তৰ কমলাবাৰী সত্ৰ (মাজুলী)

৪) ভোগপুৰ সত্ৰ (মাজুলী)

৫) বেলগুৰী সত্ৰ (নাৰায়ণপুৰ)

৬) বদলা সত্ৰ (নাৰায়ণপুৰ)

৭) জৰাবাৰী সত্ৰ (শিৱসাগৰ)

এই সাতখন সত্ৰৰ নীতি-নিয়ম গোৰা বজোৰা, নাচ-গান সকলোৰে বৈশিষ্ট্য একেই। কমলাবাৰী সত্ৰীয়া নৃত্যৰ কিছুমান পৰম্পৰা বৈশিষ্ট্য এনে ধৰণৰ—এখন সত্ৰৰ ৰাগ, তাল, গীতৰ সুৰ, নৃত্য, যেনে—বাকী কেইখনতো একেই দেখা যায়। পৰম্পৰাত শিক্ষা পদ্ধতি সাত ভাইৰ একে। খোল বাদ্য শিকিলে প্ৰথমে হস্ত সাধনা চাৰি শব্দ যেনে—তাও, তাক, ধেই, খিত শিকিব লাগে। গীত শিকিলে বৰাৰী, ধনশ্ৰী আসোৱাৰী আদি ৰাগ শিকিব লাগে। নৃত্য বেলিকা প্ৰথমে মাটি আখৰা আৰু হস্তাহি শিকাৰ অন্তত নাচৰ শিক্ষা দিয়া হয়। কমলাবাৰী সত্ৰ পৰম্পৰাত শাস্ত্ৰীয় গুণ সম্পূৰ্ণ প্ৰবাহিত হৈ আছে। পিন্ধনৰ ক্ষেত্ৰত কমলাবাৰী ভকতৰ সাজ-পাৰ একে। অধিকাৰ, বুঢ়াভকত, ডেকাভকত, আলধৰালৈকে সকলোৰে একেই সাজপাৰ, একেই চন্দনফুৰণ। এজনে মাতিলে আনজনে ৰাম বুলি ভগৱানৰ নাম উচ্চাৰণ কৰিহে মাতসাৰ দিয়ে। যেনে—অ' গোবিন্দ! তেতিয়াই গোবিন্দই মাত লগায় "ৰাম" আৰু পাছত অন্য কথা বতৰা। তেনেদৰে পিন্ধনত সত্ৰৰ ভিতৰত ভকতসকলে গাত এখন বগা ধুতি আৰু এখন চেলেং চাদৰ বা এখন গামোচা। বাহিৰলৈ গ'লে চোলা ব্যৱহাৰ কৰে। কিন্তু মই আগতেই কৈছোঁ কমলাবাৰী সত্ৰৰ নিজস্ব বৈশিষ্ট্য আছে। অধিকাৰৰপৰা আলধৰালৈকে প্ৰতিজন ব্যক্তিয়ে অতি সুন্দৰভাৱে ধুতি পিন্ধিব জানে। সেই

ধুতিৰ পোন্ধ (লেংটি) সোঁফালে অৰ্থাৎ সোঁফলীয়া সোঁভৰিক কেন্দ্ৰ কৰি পোন্ধ কৰা নিয়ম। সেয়েহে কমলাবাৰী সত্ৰৰ ভকতক দেখিলেই সকলোৱেই জানে কোন সত্ৰৰ ভকত। সোঁফালে পোন্ধ মৰা হেতুকে পুৰুষ নৃত্যৰ সুবিধা হয়। কমলাবাৰী পৰম্পৰাত নৃত্য শিল্পী গৰাকীয়ে প্ৰথমে পাক বাওঁফালে মাৰিব লাগে তাৰ পিচত হে সোঁফালে ঘূৰণ কাৰ্য্য কৰে। কিন্তু এই পৰম্পৰা ভেদ কৰি কিছুমান নতুন ভূমিকা পালন কৰা দেখা গৈছে।

১৯৫৮ চনৰ কথা। ড° মহেশ্বৰ নেওগদেৱ সংগীত নাটক অকাডেমীৰ সদস্য হয়। তাৰ পিছত আৰম্ভ হ'ল এজন সুদক্ষ ব্যক্তিক সংগীত অকাডেমীয়ে বঁটা প্ৰদান কৰিব। কিন্তু এই বঁটা সকলো ব্যক্তিৰ বাবে নহয়। নৃত্য-গীত, বাদ্য, নাট্য, ৰং-ৰহণ, অভিনেতা, অভিনেত্ৰী আদি ব্যৱহাৰিক দিশত পাকৈতজনৰ বাবেহে এই বঁটা। সাহিত্যিক বা কবিসকলৰ বাবে আছে আৰু সত্ৰাদিত ঘূৰি পকি এজন নিপুণ ব্যক্তি বিচাৰি নেপালে। এজনক প্ৰশ্ন এটা সুধিলে শুদ্ধভাৱে উত্তৰ দিব নোৱাৰে। তাৰ কাৰণ কি? অথচ কমলাবাৰী সত্ৰ, কমলাবাৰী সত্ৰৰ কলাকৃষ্টি যেন এটি সোণৰ খনি। কমলাবাৰী সত্ৰৰ সাংস্কৃতিক ভঁৰাল পৰিপূৰ্ণ। সংস্কৃতিৰ অজস্ৰ সম্পদ। এনে সম্পদ অসমৰ আন কোনো সত্ৰতেই নাই।

যি কি নহওঁক নেওগদেৱে অৱশেষত ক'তো এজনো গুণী ব্যক্তি নাপাই কমলাবাৰী সত্ৰৰ কাষ চাপিল। ইখনৰ পিছত সিখনলৈ গৈ দেখিলে সাত ভাইৰ নীতি-নিয়ম, গোৱা-বজোৱা, খোৱা-বোৱা, শিক্ষা-পদ্ধতি, কৰ্মপদ্ধতি সকলো শাস্ত্ৰীয় সন্মত। এটা প্ৰশ্নৰ এজনৰ যি উত্তৰ সদস্যজনৰো একেই উত্তৰ। সেয়েহে সকলোৰে পূজ্য, বয়োজ্যেষ্ঠ মূল কমলাবাৰী সত্ৰৰ বৰবায়ন স্বৰ্গীয় মণিৰাম দত্ত মুক্তাৰ বৰবায়ন দেৱক নিৰ্বাচন কৰিলে। প্ৰথম সংগীত নাটক অকাডেমীৰ বঁটাৰ বাবে। সেইদিন ধৰি সত্ৰীয়া নৃত্যৰূপে কেইবাজনো ব্যক্তিয়ে কমলাবাৰী সত্ৰলৈ অসমৰ হৈ গৌৰৱ কঢ়িয়াই আনিবলৈ সক্ষম হৈছে। ১)* মণিৰাম দত্ত মুক্তাৰ বৰবায়ন (পুৰণা কমলাবাৰী সত্ৰ) ২) *বাপুৰাম বায়ন আতৈ, (নতুন কমলাবাৰী সত্ৰ) ৩) *ৰসেশ্বৰ শইকীয়া বৰবায়ন (উত্তৰ কমলাবাৰী সত্ৰ) ৫) শ্ৰীঘনকান্ত বৰবায়ন (কমলাবাৰী সত্ৰ)।

কমলাবাৰী সত্ৰৰ ঐতিহ্য আৰু পৰম্পৰা নিৰৱচ্ছিন্নভাৱে চলি থাকিব যদিহে এই অক্ষয় বন্তি গছিত শুদ্ধ ভেদ শুদ্ধ নিয়মেৰে দি থাকিব। কিন্তু পৰম্পৰাত বৰ্তমান কেৰোণ ধৰা যেন পৰিলক্ষিত হৈছে। সকলো ব্যক্তিয়েই জানে কমলাবাৰী সত্ৰৰ নৃত্যত ৰসদান, গীতৰ নাচ, আৰু মেল নাচ আছে। ৰামদান আৰু মেলা

অংশ শুদ্ধ নৃত্য তালশ্ৰয়ী। গীতৰ অংশটিত কোনো কোনোৱে অভিনয় কৰিছিল কোনো কোনোৱে নকৰিছিল। সত্ৰত তিনিধৰণে দেখা যাব— নৃত্ত, নৃত্য, আৰু নাট্য। ঝুমুৰা, চালি, ৰাম দানি, মেলা আদি তাল নৃত্য। গীতৰ অভিনয় বা শ্লোকাভিনয় আদি নৃত্য। শংকৰদেব-মাধৱদেবৰ নাটক সমূহ নাট। বিৰহীয়া ওজাপালিও নৃত্য। নৃত্য তালাশ্ৰয়ী, নৃত্য ভাবাশ্ৰয়ী আৰু নাট্য ৰসাশ্ৰয়ী। সত্ৰৰ চাৰিবেৰৰ ভিতৰত ধৰ্মৰ মূল হিচাবে নামঘৰত ভগৱান সন্তুষ্টিৰ কথা প্ৰদৰ্শনৰ লগত বৰ্তমান মঞ্চত হাজাৰ হাজাৰ দৰ্শকৰ চকুৰ তৃপ্তি মনৰ খোৰাক জগাবৰ কাৰণে কিছু এক ভূমিকা পালন কৰা দেখা গৈছে। যিহেতুকে ২০০০ চনৰ ১৫ নবেম্বৰত সত্ৰীয়া নৃত্যই ৰাষ্ট্ৰীয় মৰ্য্যাদা লাভ কৰিলে। তাৰ পিছৰপৰা সত্ৰীয়া নৃত্য , গীত, বাদ্য, সত্ৰক ভাল নোপোৱা ব্যক্তি বহুতেই এতিয়া এইবোৰক ভাল পাবলৈ ধৰিছে। ভালপোৱাৰ বহুত কাৰণ থাকিব পাৰে। সেইকাৰণবোৰ মই উনুকিয়াবলৈ নাযাওঁ। এবাৰ কথা মই আগত লিখিছো যাৰ গুৰু নাই, যিজনে নিজ গুৰুৰ নাম ক'ব নোৱাৰে সেই ধৰণৰ ব্যক্তি আবিৰ্ভাৱ হৈ এই সত্ৰীয়া নৃত্য, গীত, বাদ্য, কলা সংস্কৃতিক যাতে মৃত্যু মুখলৈ ঠেলি দিয়াৰ ভূমিকা পালন নকৰে তাৰবাবে সেইসকলক সানুনয়ে অনুৰোধ জনাইছোঁ। যিসকলে ২০০০ চনৰ আগলৈকে সত্ৰীয়া নাম ক'লে বা শুনিলে গা জিকাৰ খাই উঠে, খঙত তিণ্ডিৰি তুলা হয় সেইসকল ব্যক্তি ২০০০ চনৰ পিচৰ সত্ৰীয়া নিমৰ্জিত হোৱাত আমি আনন্দিত আৰু গৌৰাবান্বিত। কমলাবাৰী সত্ৰৰ সংস্কৃতিৰ পৰম্পৰাত কালিমা সনাৰ ভূমিকা যাতে পালন নকৰে তাৰবাবে ভগৱানৰ চৰণ কমলত হৃদয়ৰ পুষ্পাঞ্জলিৰে প্ৰণিপাত জনাইছোঁ। অধ্যাপক সত্ৰীয়া নৃত্যৰ লাইখুটাস্বৰূপ স্বৰ্গীয় ৰসেশ্বৰ শইকীয়া বৰবায়নদেৱে এখন সভাত এবাৰ কথা বিৰবি বিৰবি কোৱা মনত পৰে—কমলাবাৰী সত্ৰৰ নৃত্য পৰম্পৰাক আমি ভৰিৰে গচকি মোহাৰী জলাঞ্জলী দি ব্ৰহ্মপুত্ৰ নদীত পেলাই দিব নোৱাৰোঁ। তাক ধুই পখালি পৰিষ্কাৰ কৰি লব লাগিব। আমাৰ নৃত্যৰ নিজস্ব বৈশিষ্ট্য আছে। আমি তাক সুন্দৰভাৱে ৰক্ষণা বেক্ষণ দি যাম। দুজনা গুৰুৰ সাংস্কৃতিক অক্ষয় বন্তিগছি চিৰদিন পূৰ্ণিমাৰ জোনৰ দৰে উজ্জ্বলিত হৈ ৰ'ব।



# সত্ৰীয়া-সঙ্গীত জগতলৈ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ অৱদান আৰু সমসাময়িক সমস্যা

**খগেন শৰ্মা**

**পাতনি ঃ** অসমৰ সাংস্কৃতিক পৰিৱেশৰ অন্যতম প্ৰধান উপাদান হৈছে সত্ৰানুষ্ঠান। ভাৰতৰ অন্য ৰাজ্যত বা পৃথিৱীৰ কোনো ঠাইতে এনে ধৰণৰ অনুষ্ঠান দেখা পোৱা হোৱা নাই। অসমৰ সাংস্কৃতিক জীৱনৰ বিকাশলৈ সত্ৰসমূহৰ দান অপৰিসীম। ধৰ্ম আৰু সাংস্কৃতিক ক্ষেত্ৰ চেৰাই সময় বিশেষে কোনো কোনো সত্ৰই ৰাজনৈতিক বুৰঞ্জীতো প্ৰভাৱ পেলোৱা দেখা যায়। বিভিন্ন পৰ্য্যায়ৰ মাজেৰে আহি সত্ৰসমূহে একবিংশ শতিকাত ভৰি দিছে। সত্ৰসমূহ বৰ্তমান বিভিন্ন ধৰণৰ সমস্যাত পৰিছে। কিন্তু প্ৰতিখন সত্ৰৰে সমাজলৈ কিবা নহয় কিবা এটা বৰঙণি আছে। এই লেখাত পুৰণা কমলাবাৰী সত্ৰৰ সত্ৰীয়া-সঙ্গীত জগতলৈ অৱদান আৰু সত্ৰখনে বৰ্তমানে সন্মুখীন হোৱা সমস্যাসমূহৰ বিষয়ে চমুকৈ আলোচনা কৰা হৈছে।

শ্ৰীশ্ৰী কমলাবাৰী সত্ৰৰ এটা পৰম্পৰা আছে যে ইয়াৰ ভকতসকল কৰ্মী আৰু লগতে শিল্পীও। সত্ৰীয়া-সঙ্গীত অবিৰতভাৱে চৰ্চা কৰাৰ বাবে আৰু সত্ৰীয়া-সঙ্গীত জগতলৈ আগবঢ়োৱা বৰঙণিৰ বাবে এই সত্ৰখন চিৰনমস্য হৈ থাকিব।

কিন্তু বিভিন্ন কাৰণত সত্ৰৰ ভকতৰ সংখ্যা কমি আহিছে। ই শুভ লক্ষণ নহয়— সত্ৰখনৰ বাবে তথা সমগ্ৰ ৰাজ্যখনৰ বাবে।

নিকাসংহতিৰ এই সত্ৰখন প্ৰতিষ্ঠা কৰে শ্ৰীশ্ৰী বদলা পদ্ম আতাই ১৬৭৩ চনত। মাজুলী কমলাবাৰীৰপৰা প্ৰায় ৮ কিঃমিঃ পশ্চিমে টুনী আৰু ব্ৰহ্মপুত্ৰ নদীৰ মাজৰ অঞ্চলতে এই সত্ৰ প্ৰথমে স্থাপিত হৈছিল। ১৭৮০ চনত এই সত্ৰত ৩০০ জন উদাসীন ভকত আছিল। পদ্ম আতাৰপৰা এতিয়ালৈকে মুঠ ২৫ জন সত্ৰাধিকাৰে গাদীত বহিছে। ইয়াৰে ৯ জন ব্ৰাহ্মণ আৰু বাকীসকল কায়স্থ। বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰী ভৱকান্ত দেৱগোস্বামী।

সত্ৰখন দুবাৰ স্থানান্তৰিত হ'ব লগা হ'ল। প্ৰথমবাৰ সত্ৰ স্থাপনৰ ২০৫ বছৰৰ পাছত ১৮১০ চনত আৰু আনবাৰ ১৯৭৪ চনত। ১৯৭৫ চনত এই সত্ৰক তিতাবৰ ৰাজহ-চক্ৰৰ মহিমাবাৰীত পুনৰ সংস্থাপন কৰা হয়। শ্ৰীশ্ৰী কমলাবাৰী সত্ৰখন এতিয়ালৈকে তিনিবাৰ বিভাজিত হৈছে। সত্ৰৰ চাৰিখন শাখা-সত্ৰ আছে ঃ (১) সক্ৰাহী (২) মেৰগাঁও (৩) ২ নং বৰজহা আৰু (৪) মুদৈজান

**সত্ৰৰ ভকতবৃন্দ ঃ** এখন সত্ৰৰ মূল চালিকা শক্তি হ'ল ইয়াৰ ভকতসকল। শ্ৰীশ্ৰী কমলাবাৰী সত্ৰত অতীজতে ভালেসংখ্যক ভকত আছিল। ইয়াৰ সঠিক পৰিসংখ্যা নেপালেও ১৭১২ চনত ৩০০ জন, ১৯৩৬ চনত ২০০ জন আৰু ১৯৭৪ চনত ১২০ জন ভকত থকাৰ কথা পোৱা যায়। নদীৰ খহনীয়াৰ সময়ত ৭০ জন ভকত তিতাবৰৰ মহিমাবাৰীলৈ আহিছিল যদিও ১৫ জন মাজুলীলৈ ঘূৰি গৈ নতুন সত্ৰ পাতে। বৰ্তমান সত্ৰত ২৮ খন বহাত ৫১ জন ভকত আছে। ভকতৰ কিছু কিছুৱে সত্ৰ এৰি গৃহস্থী হয়। এই প্ৰৱণতাতো মহিমাবাৰীত বৃদ্ধি পাইছে। ১৯৭৫ চনৰপৰা ২০০০ চনলৈকে এটা হিচাপত ৭০ জন ভকতে সত্ৰ এৰি গৃহস্থী হৈছে। সত্ৰত ৫০ বছৰৰ ওপৰৰ ১২ জন ভকত আছে। ১০ বছৰৰ তলৰ ভকতৰ সংখ্যা কম। বৰ্ত্তমানৰ ভকতসকল প্ৰধানকৈ যোৰহাট, নগাঁও আৰু লক্ষীমপুৰ জিলাৰ।

শ্ৰীশ্ৰী কমলাবাৰী সত্ৰৰ ভকতসকলৰ বিশেষ কিছুমান বৈশিষ্ট্য দেখা যায়। এইবিলাক সত্ৰখন মাজুলীত থাকোঁতে বিশেষভাৱে দেখা গৈছিল। এতিয়া মহিমাবাৰীৰ নতুন পৰিৱেশত কিছু শিথিলতা অহা দেখা গৈছে যদিও সম্পূৰ্ণ বিলীন হৈ যোৱা নাই। সত্ৰৰ ভকতসকলে ৰীতি-নীতি সম্পূৰ্ণকৈ মানি চলে; 'ফুৰা' আৰু 'সজ' এই দুটা শব্দ ইয়াত শুনা যায়, ভকতসকল ঘৰুৱা আৰু পথাৰ উভয়তে পুৰুষ আৰু মহিলাৰ সকলো কামতে পাৰ্গত। সত্ৰৰ ভকতসকল কঠোৰ

পৰিশ্ৰমী, নিৰ্দ্দিষ্ট কামৰ বাবে নিৰ্দ্দিষ্ট সময় থাকে। নৃত্য-গীত শিকাৰ বাবেও নিৰ্দ্দিষ্ট সময় আছে। সাধাৰণ শিক্ষাৰ প্ৰতি বৰ বেছি মনোযোগ নাই। সত্ৰীয়া শিক্ষাৰ প্ৰতিহে আগ্ৰহী। অন্য উদাসীন সত্ৰৰ ভকতৰ দৰে এই সত্ৰৰ ভকতেও ওলাই আহিব পাৰে।

**মহিমাবাৰীৰ নতুন পৰিৱেশত কমলাবাৰী সত্ৰ ঃ** তিতাবৰ ৰাজহচক্ৰৰ মহিমাবাৰীত ১৯৭৫ চনত সত্ৰখন পুনৰ সংস্থাপন কৰা হয়। অসম চৰকাৰে সত্ৰক ১০০ বিঘা মাটি দান কৰিছিল। সত্ৰৰ স্থানলৈ তিতাবৰৰপৰা দূৰত্ব ১০ কিঃমিঃ। মাজুলীৰ নদী চাপৰি আৰু মহিমাবাৰীৰ বাগানীয়া পৰিৱেশৰ মাজত আকাশ-পাতাল পাৰ্থক্য। তথাপি বাধ্যত পৰিয়েই পৰিৱেশৰ লগত খাপ খুৱাই সংগ্ৰামৰ মাজেদিয়েই এতিয়ালৈকে ৩১ বছৰ অতিক্ৰম কৰিলে। প্ৰথম অৱস্থাত মাজুলীৰ প্ৰাচুৰ্য্য আৰু স-গোত্ৰী আৰু সবান্ধৱ তথা অন্যান্য প্ৰয়োজনীয় বস্তুৰ অভাৱ ইয়াত বাৰুকৈয়ে ভকতসকলে অনুভৱ কৰিছিল। সেয়ে প্ৰায় ২০ জনমান ভকতে এই ঠাই এৰি পুনৰ মাজুলীলৈকে গুচি গৈছিল।

**সত্ৰীয়া-সঙ্গীতলৈ অৱদান ঃ** অসমৰ অন্যান্য সত্ৰৰ দৰে কমলাবাৰী সত্ৰৰো অসমৰ সমাজ জীৱনত অনবদ্য অৱদান আছে। নীতি-কাষ্ঠাৰপৰা ধৰি সাহিত্য, সংগীত, কলা-ভাস্কৰ্য্যৰ উপৰি আনকি ভাৰতৰ স্বাধীনতা সংগ্ৰামতো এই সত্ৰৰ বৰঙণি আছে। ইয়াত অকল সংগীতৰ দিশটোহে চমুকৈ আলোচনা কৰা হ'ল।

এই সত্ৰ সত্ৰীয়া-সঙ্গীতত অতি চহকী। আদিৰেপৰা অবিৰতভাৱে ইয়াৰ চৰ্চা সত্ৰখনত চলি আহিছে। সত্ৰৰ ৯৫% ভকতেই শিল্পী। সত্ৰত শিক্ষাৰ বাবে বিভিন্ন বিভাগ আছে, যেনে— বায়ন, গায়ন, ওজা, পাঠেক, নামলগোৱা ইত্যাদি। এজন অধ্যাপকৰ ওচৰত সৰুতে এখৰাহি গুৱা , পাণ, বস্ত্ৰ, দক্ষিণা দি গুৰু ভজে। তেতিয়াৰেপৰাই প্ৰতিদিনে এই বিদ্যাৰ 'মহলা' দি বৰগায়ন আৰু বৰবায়ন উপাধি পাবৰ যোগ্য হয়।

সত্ৰৰ সত্ৰাধিকাৰসকলেই সত্ৰখনত এই সঙ্গীতধাৰাৰ পৃষ্ঠপোষকতা কৰি আহিছে। উদাহৰণ স্বৰূপে সত্ৰাধিকাৰ শ্ৰীশ্ৰী কৃষ্ণকান্ত দেৱগোস্বামীয়ে ১৯১২ খৃঃ লক্ষী বায়নৰ ৰাগ শিকিছিল। শ্ৰীশ্ৰী লক্ষ্মীকান্ত দেৱগোস্বামী অধিকাৰে লিখা ৰাজসূয় যজ্ঞ নাটকখনে সেই সময়ত প্ৰচুৰ সমাদৰ লাভ কৰিছিল। শিল্পী ভকতসকলে সত্ৰত সন্মান আৰু আদৰ পায়।

প্ৰকৃততে সত্ৰত পালন কৰা তিনি তিথিৰ বাবেই (বদলা পদ্ম আতা, শঙ্কৰদেৱ, মাধৱদেৱৰ মৃত্যু তিথি) আৰু এই নৃত্য-গীত পৰম্পৰাগতভাৱে চলি

আহিছে আৰু ই আজিও জীৱন্ত হৈ আছে। এই তিনিটা তিথিতে সত্ৰত যিমানখিনি নৃত্য-গীত আছে তাক পৰিৱেশন কৰা হয় আৰু এখন হ'লেও অঙ্কীয়া ভাওনা কৰা হয়। ইয়াৰ বাবে ব'হাগ মাহৰপৰাই আখৰা চলে। তিথি উপলক্ষে নৃত্য-গীতৰ শিক্ষা দিয়াৰ বাবে নিৰ্দ্দিষ্ট পৰিমাণৰ মাননী আগবঢ়ায়। ইয়াৰ উপৰি পাৰ্গত নতুৱা, গায়কসকলক প্ৰশংসা কৰে আৰু সন্মান যাচে। প্ৰকৃততে এই অবিচ্ছিন্ন পৰিৱেশৰ বাবেই সত্ৰীয়া সঙ্গীত ইমান বছৰে জীৱন্ত হৈ থাকিল আৰু ই ৰাষ্ট্ৰীয় স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছে।

এই সত্ৰৰ আগৰেপৰা এটা নাম আছে সত্ৰীয়া নাচৰ বাবে। ভকতসকল ইয়াৰ চালিকা শক্তি। লাহে লাহে সত্ৰীয়া নৃত্য জনপ্ৰিয় হোৱাত সত্ৰৰ শিল্পী ভকতসকলে বাহিৰত ইয়াৰ শিক্ষা দিয়া আৰম্ভ কৰিলে। তেনে কৰোঁতে বহুতো শিল্পী-ভকত সত্ৰৰপৰা ওলাই গৃহস্থী হ'ল আৰু এই শিক্ষাদানৰ যোগেদিয়েই তেওঁলোকে জীৱন নিৰ্বাহ কৰি আছে। গতিকে সত্ৰখনৰ এটা ব্যৱহাৰিক দিশ আছে। ইয়াক এখন বিশ্ববিদ্যালয়ৰ লগত তুলনা কৰিব পাৰি। যেনেকৈ বিশ্ববিদ্যালয়ৰ শিক্ষা আৰু ডিগ্ৰী লৈ চাকৰি কৰিব পাৰি, তেনেকৈ এই সত্ৰত নৃত্য-গীতৰ শিক্ষা লৈও চাকৰি লৈছে বা ব্যক্তিগত টিউশ্বন লৈ জীৱিকা নিৰ্বাহ বিভিন্নজনে কৰিছে।

সত্ৰখনৰ আৰু এটা উল্লেখযোগ্য দিশ হ'ল যে সত্ৰীয়া নৃত্যত ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা ৩ জন শিল্পী প্ৰয়াত মণিৰাম দত্ত মোক্তাৰ বৰবায়ন, প্ৰয়াত ৰসেশ্বৰ শইকীয়া বৰবায়ন আৰু শ্ৰীঘনকান্ত বৰা বৰবায়ন এই সত্ৰৰে। এনেদৰে এখন সত্ৰৰপৰা তিনিজন শিল্পীয়ে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰাটোৱে সত্ৰখনৰ সঙ্গীতৰ গৌৰৱময় দিশটোৰ কথাকে আঙুলিয়াই দিয়ে। কমলাবাৰী সত্ৰৰপৰা এতিয়ালৈকে ৪২ জন সত্ৰীয়া শিল্পীয়ে এই নৃত্য-গীত শিকোৱাকে বৃত্তি হিচাপে লৈ জীৱিকা নিৰ্বাহ কৰিছে। তাৰে ৮ জন সত্ৰতে আছে আৰু বাকী ৩৪ জনেই বাহিৰত আছে। তলত এইসকলৰ তালিকা দিয়া হ'ল।

সত্ৰীয়া শিক্ষা দিয়া কমলাবাৰী সত্ৰ মূলৰ শিল্পীৰ তালিকাঃ

| জিলা | সংখ্যা |
|---|---|
| যোৰহাট জিলা | ১০ জন |
| লক্ষীমপুৰ ,, | ১০ ,, |
| ডিব্ৰুগড় ,, | ৩ ,, |
| নগাঁও ,, | ৩ ,, |

| | | |
|---|---|---|
| কামৰূপ ,, | ৩ | ,, |
| মৰিগাঁও ,, | ২ | ,, |
| ধেমাজি ,, | ২ | ,, |
| তিনিচুকীয়া,, | ১ | ,, |
| মুঠ | ৩৪ জন | |

উৎস—ক্ষেত্ৰ অধ্যয়ন শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ।

সত্ৰীয়া নৃত্যৰ বহুল প্ৰসাৰৰ বাবে সত্ৰৰ ওচৰতে এখন সঙ্গীত বিদ্যালয় আৰম্ভ কৰিছে। ওচৰৰ বাগানকেইখনতো এই সঙ্গীত ধাৰাৰ প্ৰচাৰ কৰিছে। চাহ বাগানৰ এগৰাকী ছাত্ৰীয়ে (CCRT) বৃত্তি পাইছে। সত্ৰৰ বৰবায়ন ৰামেশ্বৰ খাটনীয়াৰৰ পৰিচালনাত এতিয়ালৈকে ২৬ জন ছাত্ৰ-ছাত্ৰীয়ে এই বৃত্তি লাভ কৰিছে। ১৯৯৯-২০০০ চনত সত্ৰই ১৯ ঠাইত সাংস্কৃতিক কাৰ্য্যক্ৰমত অংশ গ্ৰহণ কৰিছিল।

**সমস্যা ঃ** সত্ৰৰ আগৰ সন্মান নাই। সত্ৰ এতিয়া এশ এবুৰি সমস্যাৰে ভাৰাক্ৰান্ত। আধুনিক তথা পাশ্চাত্য শিক্ষাৰে শিক্ষিত সমাজত সত্ৰৰ আগৰ স্থান নাই। কমলাবাৰী সত্ৰই মাজুলীৰপৰা মহিমাবাৰীত সংস্থাপিত হওঁতে বহুতো সমস্যাৰ সন্মুখীন হৈছিল। মাজুলীৰ প্ৰাচুৰ্য্যৰপৰা আহি ইয়াত সকলোফালে অভাৱত পৰিবলগা হ'ল। আৰ্থিক দিশটো টনকিয়াল নোহোৱাৰ কাৰণে সত্ৰৰ শিল্পী-ভকতসকলে নিজৰ সংস্থাপনৰ বাবে সত্ৰ ত্যাগ কৰি গুচি যাব লগা হৈছে। আধুনিক শিক্ষা লাভ কৰা ভকতৰ ল'ৰাই সত্ৰৰ উদাসীন জীৱন কষ্টকৰ বুলি ভাবি সত্ৰৰপৰা ওলাই গৈছে। সত্ৰত ভকতৰ সংখ্যা কমি অহাটো ভাল লক্ষণ নহয়। সত্ৰৰ শিল্পী-ভকতসকলেই সত্ৰৰ প্ৰাণ। এই ভকতসকলেই অতীতৰপৰা নিৰৱচ্ছিন্নভাৱে সত্ৰীয়া নৃত্য-গীত চৰ্চাৰ পৰম্পৰাটো চলাই আহিছে। ব্যক্তিগতভাৱে এজনে কেতিয়াও ইয়াক চৰ্চ্চা কৰি বৰ্ত্তাই ৰাখিব নোৱাৰে। সামূহিকভাৱে সত্ৰত চৰ্চ্চা কৰি অহাটো আমাৰ বাবে শুভ। ১৯৯৫ চনৰপৰা সত্ৰলৈ নতুন ল'ৰা অহা নাই। সত্ৰত ১২ বছৰৰ তলৰ মাত্ৰ ১৬ জনহে ভকতৰ ল'ৰা আছে। ১৯৮০ চনৰপৰা ২০০২ চনলৈ ৩০ জন ভকত সত্ৰৰপৰা ওলাই গৈছে। ইয়াৰ ভিতৰত ১২ জন গুণী শিল্পী ভকতো আছে। এই ক্ষেত্ৰত অৰ্থনৈতিক কাৰকতকৈ সামাজিক কাৰকেহে বেছিপ্ৰভাৱ বিস্তাৰ কৰিছে। মাজুলীৰপৰা নদীৰ খহনীয়াত গুচি আহিব লগা হোৱাটোৱেই সত্ৰখনৰ বাবে ডাঙৰ ট্ৰেজেদি। উদাসীন সত্ৰীয়া পৰিৱেশ প্ৰকৃততে মাজুলীৰ পৰিৱেশতহে উপযুক্ত। বহুতে উদাসীন জীৱন

নির্বাহত বীতশ্ৰদ্ধ হৈয়ো ইয়াত সত্ৰ ত্যাগ কৰিছে। বহুতে সত্ৰখনক অনাথ আশ্ৰম হিচাপেহে ব্যৱহাৰ কৰা যেন লাগে।

সত্ৰীয়া নৃত্যৰ প্ৰতি কিছু লোকৰ আগ্ৰহ বঢ়াৰ লগে লগে সত্ৰৰ শিল্পী ভকতসকলেও গৃহ শিক্ষকতা বা সঙ্গীত বিদ্যালয়বিলাকত সত্ৰীয়া নৃত্য-গীতৰ শিক্ষা দিবলৈ ধৰে। সত্ৰৰ বাহিৰত বেলেগ পৰিৱেশত থাকি থাকি সত্ৰলৈ আহিবলৈ মন নকৰা হয়। আগতে সত্ৰৰ বিচাৰত নৃত্য-গীতৰ শিক্ষা ভকতৰ ল'ৰাক বিনামূলীয়াকৈ দিয়াটো নিয়মেই আছিল। কিন্তু দিন যোৱাৰ লগে লগে বাহিৰত নৃত্যৰ 'টিউশ্বন' কৰি টকা উপাৰ্জন কৰাৰ বাবে সত্ৰৰ ভিতৰত বিনামূলীয়া শিক্ষাত ব্যাঘাত জন্মিল। ই প্ৰায় বন্ধ হোৱাৰে উপক্ৰম হৈছে। সেয়ে সত্ৰৰ ভিতৰত ইয়াৰ চৰ্চা কমি আহিল। এই বছৰ মাত্ৰ ৩ ভকতৰ ল'ৰাহে শিকাৰু হিচাপে আছে। সত্ৰীয়া নৃত্যই ৰাষ্ট্ৰীয় স্বীকৃতি পোৱাৰ পাছত বাহিৰত যিমান চৰ্চা হৈছে সত্ৰৰ ভিতৰত তাৰ এগুণো হোৱা নাই। সত্ৰাধিকাৰেও এই দিশত গভীৰ মনোনিবেশ কৰা দেখা নাই। সত্ৰৰ নৃত্য-গীতৰ শিক্ষা দিয়াজনক মাহিলি মাননী এটা দিয়াৰ ব্যৱস্থা নকৰিলে আৰু তেওঁক সত্ৰৰ ভিতৰত শিক্ষা দিয়াটো বাধ্যতামূলক নকৰিলে সত্ৰৰ আগৰ গৌৰৱ মাৰ যাবলৈ বেছি দিন নেলাগিব।

যোগাযোগৰ সমস্যা এটাও এইক্ষেত্ৰত আছে। যোৰহাটৰ পৰা গড়আলি হৈ সঘনে গাড়ী চলাচল কৰাৰ ব্যৱস্থা কৰিলে সত্ৰলৈ অহা যাত্ৰীৰ সংখ্যা বাঢ়িব। কিন্তু বৰ্তমানৰ পথটো মটৰ পৰিবহণৰ উপযুক্ত নহয়। তেনেদৰে দাংধৰাৰপৰা সত্ৰ সংযোগী পথটো পকী কৰিলেও যোগাযোগৰ ক্ষেত্ৰত ভাল হ'ব। যাত্ৰীসকলৰ বাবে এটা যাত্ৰী নিবাসৰ অতি প্ৰয়োজন। ওচৰতে বাচন-বৰ্তন বা অন্যান্য আহিলা-পাতি ভাড়াত পোৱাৰ ব্যৱস্থা হ'লেহে যাত্ৰীসকল সহজে আহিব পাৰিব ৰাতি থকাৰ বাবে। তেনেদৰে উপযুক্ত মূল্যৰ বিনিময়ত চাব পৰাকৈ এটি সত্ৰীয়া সংগ্ৰহালয় থাকিব লাগে। উপযুক্ত মাচুলৰ বিনিময়ত সত্ৰীয়া নৃত্য-গীতৰ কাৰ্য্যক্ৰম দেখুৱাই অৰ্থ উপাৰ্জন কৰি শিল্পী-ভকতসকলক সত্ৰতে ৰখাৰ ব্যৱস্থা কৰিব পাৰে।

**সম্ভাৱনা ঃ** সত্ৰীয়া নৃত্যৰ ৰাষ্ট্ৰীয় স্বীকৃতিৰ লগে লগে ইয়াৰ প্ৰসাৰ বাঢ়িব। ইয়াৰ বিভিন্ন দিশ চালি-জাৰি চাই প্ৰকৃত দিক্ নিৰ্দ্দেশনা দিব পাৰিব এনে ধৰণৰ সত্ৰকেইখনেহে। সেয়ে এই সত্ৰখনকো সত্ৰীয়া সঙ্গীত শিকাৰ সৰ্বোচ্চ কেন্দ্ৰ হিচাপে প্ৰতিষ্ঠা কৰাৰ থল আছে। সত্ৰীয়া নৃত্যৰ উৎস সত্ৰ। গতিকে এই সত্ৰখনৰো উৎকৰ্ষ সাধন কৰিলেহে সত্ৰীয়া নৃত্যয়ো প্ৰসাৰ লাভ কৰি থাকিব। সত্ৰখনপৰা

যোৱা গুণী শিল্পী-ভকতসকলক আনি সত্ৰৰ ওচৰতে সংস্থাপন দি বা অস্থায়ীভাৱে আনি মাহিলি এটি মাননী দিয়া হ'লেও সত্ৰয়েই এই নৃত্য ধাৰাৰ অধিক চৰ্চ্চাত ব্ৰতী হ'ব লাগে। চৰকাৰেও এই ক্ষেত্ৰত সত্ৰখনকে সহায় কৰিব লাগে। এনেধৰণৰ সত্ৰকেইখনকে সত্ৰীয়া কলাক্ষেত্ৰ ৰূপে গণ্য কৰি বিভিন্ন ঠাইৰ, বিভিন্ন প্ৰদেশৰ লোকক সত্ৰীয়া নৃত্যৰ শিক্ষা দিয়াই অসমৰ বাহিৰৰ প্ৰদেশতো ইয়াৰ প্ৰচাৰৰ ব্যৱস্থা কৰিব লাগে।

সত্ৰখনত হাতৰ কাম জনা বহু লোক-আছে। মুখা, আ-অলংকাৰ, যুদ্ধৰ অস্ত্ৰ, ভাওনাৰ আৰু সত্ৰীয়া নৃত্যৰ পোছাক আদিৰ উপৰি বিচনী, গছা, নাও আদি তৈয়াৰ কৰিও তেওঁলোকে জীৱিকা নিৰ্বাহ কৰিব পাৰে। এনে ধৰণৰ বস্তু সৰু সৰুকৈ সাজি ড্ৰয়িং ৰুমৰ শোভাবৰ্দ্ধনকাৰী বস্তু ৰূপেও বিক্ৰী কৰিব পাৰে। সত্ৰত এনে ধৰণৰ বস্তু বিক্ৰী কেন্দ্ৰ এটা থাকিলে ভ্ৰমণৰত যাত্ৰীসকলে কিনি নিব পাৰিব। আমি আগতেই উল্লেখ কৰিছোঁ যে সত্ৰক এটা সৰু পৰ্য্যটন কেন্দ্ৰ ৰূপে গঢ় দিব পাৰি।

বৰ্তমানৰ সত্ৰাধিকাৰদেৱৰ মতে সত্ৰখন চলাবলৈ বছৰি প্ৰায় ১ লাখ টকা লাগে, কিন্তু চৰকাৰে সত্ৰৰ ভূমি অধিগ্ৰহণ কৰাৰ বাবে বছৰি দিয়ে ৬৬,০০০.০০ টকাহে। সেয়েহে সত্ৰৰ কামখিনি নিয়াৰিকৈ চলাবৰ বাবে প্ৰয়োজন হোৱা ১ লাখ টকা বিচাৰি চৰকাৰৰ ওচৰত দাবী জনাইছে। অলপতে সত্ৰাধিকাৰে সঙ্গীত নাটক অকাডেমীৰ ওচৰত গুৰুকুল সদৃশ অনুষ্ঠান এটি স্থাপন কৰি এই সঙ্গীত ধাৰাৰ প্ৰসাৰৰ বাবে ব্যৱস্থা ল'বলৈ এটি প্ৰকল্প প্ৰেৰণ কৰিছে।

**সামৰণি ঃ** অসমৰ সত্ৰানুষ্ঠান ভাৰতৰ ভিতৰতে অনন্য দুৰ্লভ সাংস্কৃতিক অৱয়ৱ। অতীজত ইয়াৰ অৱদান আছিল অসীম। কিন্তু বৰ্তমান সভ্যতাৰ উচ্চ স্তৰত সত্ৰৰ সেই আগৰ স্থান নাই। বৰ্তমান সত্ৰৰ প্ৰধান সমস্যা হ'ল আধুনিকতা আৰু নদীৰ খহনীয়া। আধুনিক সভ্যতাত সত্ৰৰ পুৰণিকলীয়া নীতি-নিয়ম নচলা হ'ল। বিশেষকৈ উদাসীন বা কেৱলীয়া সত্ৰকেইখনত আধুনিক সভ্যতাৰ আৰু অধিক প্ৰভাৱ সোমালে কিমানদিন সেই অৱস্থাত থাকিব সন্দেহ। উদাসীন সত্ৰকেইখনৰ কেইবাখনো সত্ৰ নদীৰ খহনীয়াত অন্য ঠাইলৈ স্থানান্তৰিত হ'ব লগা হৈছে। এই ক্ষেত্ৰত নতুন ঠাইত সত্ৰসমূহে বিশেষকৈ উদাসীন সত্ৰই খাপ খাব নোৱাৰা হয়। তেনে পৰিস্থিতিয়েই হৈছে তিতাবৰৰ কমলাবাৰী সত্ৰত। সেয়ে ডেকা ভকতসকলে সত্ৰত থাকিবলৈ মন নকৰে। অলপমান সত্ৰীয়া শিক্ষা লৈয়ে সত্ৰ ত্যাগ কৰে আৰু অৰ্থ উপাৰ্জনত মনোনিবেশ কৰে। কিন্তু সম্পূৰ্ণকৈ আয়ত্ত

নকৰি আধাডুখৰীয়াকৈ সঙ্গীত শিকিলে কাৰো কামত নাহে। সেয়ে এই দিশত সকলোৰে মনযোগ দিয়াটো উচিত। সত্ৰাধিকাৰ আৰু প্ৰধান অধ্যাপকৰ দ্বৈত স্বাক্ষৰযুক্ত প্ৰমাণ পত্ৰৰ ভিত্তিতহে শিক্ষক নিযুক্তিৰ ব্যৱস্থা হ'লে এই সমস্যা সমাধান হ'ব বুলি ভাবিছোঁ।

সত্ৰত ভকত হ'লে যে গোটেই জীৱন সত্ৰতে থাকিব লাগিব তেনে ধৰাবন্ধা নিয়ম নাই। সত্ৰৰপৰা যাবও পাৰি। সেয়ে অভিভাৱকসকলে নিজৰ সন্তানক অন্ততঃ শিক্ষা লাভৰ বাবেও থ'ব পাৰে। অন্ততঃ কমলাবাৰী সত্ৰৰ নিচিনা অনুষ্ঠানত থ'লে ব্যৱহাৰিক শিক্ষালৈ সাধাৰণ শিক্ষা লোৱা এজনতকৈ যে বহু সুখত থাকিব পাৰিব সি ধুৰুপ। উদাহৰণ স্বৰূপে গুৱাহাটীত থকা সত্ৰৰ প্ৰাক্তন ভকতসকলকে দেখুৱাব পাৰি।

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ দৰে এখন প্ৰায় চাৰে তিনিশবছৰীয়া সত্ৰৰ অৱস্থা যদি ভকতৰ অভাৱত শোঁতা হ'বলৈ ধৰে তেনেহ'লে সত্ৰীয়া সংস্কৃতিৰ দিশত আমি বহুত পিছ পৰি যাম। পৃথিৱীত আজি বিপদসংকুল প্ৰাণীবিলাকক সংৰক্ষণ কৰাৰ বাবে আন্দোলন হৈছে। সত্ৰবিলাকো বৰ্তমান ক্ষয় হ'বলৈ ধৰিছে। ইয়াক ৰক্ষা কৰাটো আমাৰ দায়িত্ব। কাজিৰঙাখনক যেনেকৈ আমি অভয়াৰণ্য হিচাপে ধৰি ৰক্ষা কৰিছোঁ, তেনেদৰেই ঐতিহ্যমন্দিত পৌৰাণিক ব্যৱহাৰিক জ্ঞান দিয়া সত্ৰানুষ্ঠানসমূহকো সংৰক্ষণ কৰাটো আমাৰ সকলোৰে কৰ্ত্তব্য।

---

সহায়ক গ্ৰন্থপঞ্জী

১।শৰ্মা, সত্যেন্দ্ৰ নাথ ঃ দি নিউ বৈষ্ণভাইত মু'ভমেণ্ট এণ্ড দি সত্ৰ ইন্সটিটিউশ্যন অব আছাম।
২। গোস্বামী, শ্ৰীশ্ৰী নাৰায়ণচন্দ্ৰ ঃ সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা
৩। দেৱ গোস্বামী ড° কেশৱানন্দ ঃ সত্ৰ সংস্কৃতিৰ ৰূপৰেখা
৪। শৰ্মা, খগেন ঃ সত্ৰীয়া নৃত্য , ঐতিহ্য আৰু প্ৰচাৰ। দৰং মহাবিদ্যালয় আলোচনী ৩০ তম সংখ্যা।
৫। দেৱগোস্বামী, ড° পীতাম্বৰঃ সত্ৰীয়া উৎসৱৰ পৰিচয় আৰু তাৎপৰ্য্য।



# কমলাবাৰী সত্ৰৰ সাংস্কৃতিক অৱদান

**কমলাকান্ত ভূঞা**

কমলাবাৰী সত্ৰখন স্থাপন কৰা হৈছিল ১৫৯৫ শক (১৬৭৩ খ্ৰীষ্টাব্দ) ৰ আঘোণ মাহৰ শুক্লা একাদশী তিথিৰ দিনা। প্ৰতিষ্ঠাপক আছিল জগৎগুৰু শ্ৰীমন্ত শংকৰদেৱৰ পৰামৰ্শানুসৰি মহাপুৰুষ মাধৱদেৱে নিজৰ গাৰ বদলি উজনিত ধৰ্ম প্ৰচাৰ কৰিবৰ কাৰণে পঠোৱা বদলা আতা। আতা নিজৰ দশ নামৰ ভিতৰত বা দশ নামৰ বাহিৰত 'কমলাকান্ত আতা' নামেৰে প্ৰখ্যাত আছিল। আতাৰ নামেৰেই সত্ৰখনিৰ নামকৰণ কৰা হয় 'কমলাবাৰী'। কমলাবাৰী মানে কমলাকান্ত আতাৰ বাসস্থান। কমলাবাৰী সত্ৰ অসমৰ বৈষ্ণৱ ধৰ্ম প্ৰকাশৰ এখন উল্লেখযোগ্য সত্ৰ। অসমৰ ধ্ৰুপদী গীত-মাত, নৃত্যৰো ই ৰক্ষা মঞ্চ।

কমলাবাৰী সত্ৰত ভাল কণ্ঠৰ শিল্পীসকলক গায়নৰ আৰু বাহুত জোৰ থকাসকলক বায়নৰ শিক্ষা দিয়াৰ প্ৰথা আছে। শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাৰ বৰগীত আৰু নাটত সৰ্বমুঠ ২৫ টা ৰাগ আৰু মাধৱদেৱৰ সাতোটা ৰাগ প্ৰৱৰ্ত্তিত হয়। কমলাবাৰী সত্ৰত ৰাগ দুই প্ৰকাৰ আছে— (১) মেলা ৰাগ আৰু (২) বন্ধা ৰাগ। মেলা ৰাগৰ প্ৰৱৰ্ত্তক দুজন মহাপুৰুষ আৰু বন্ধাৰাগসমূহ কমলাবাৰী সত্ৰৰ ভকতসকলে ১৮০৮ ৰ পৰা ১৮১৮ ৰ ভিতৰত সৃষ্টি কৰে। মেলা ৰাগ বা অংকীয়া ৰাগৰ মুঠ সংখ্যা ৩২ টা। এই সত্ৰৰ যোগেদি ৰাগ, বৰগীত আৰু অংকীয়া গীতৰ চৰ্চ্চাই জনসাধাৰণক ভক্তিমুখী কৰি তুলিছে।

আজিৰপৰা প্ৰায় ১৭৭ বছৰমানৰ আগতে কমলাবাৰী সত্ৰত 'ফৌজীয়া ভাওনা' নামৰ এবিধ ভাওনাৰ প্ৰৱৰ্তন হয়। ইয়াৰ প্ৰৱৰ্তক কমলাবাৰী সত্ৰৰ মুকুটমণি প্ৰথিতযশা পণ্ডিত সঙ্গীতজ্ঞ বৈকুণ্ঠগত সত্ৰাধিকাৰ স্বৰ্গীয় কৃষ্ণকান্ত গোস্বামী প্ৰভু। সত্ৰত বৰ্তি থকা বন্ধা ৰাগৰ প্ৰৱৰ্ত্তনো সেই সময়ৰপৰাই হৈছে। অসমত পুতলা ভাওনা প্ৰাচীন কালৰেপৰা চলি আহিছে আৰু কমলাবাৰী সত্ৰ সেই স্বাদৰপৰা এতিয়াও বঞ্চিত হোৱা নাই। ১৮৯১ ৰ পৰা ১৮৯৩ ৰ ভিতৰত এই সত্ৰত ধুৰা ভাওনা আৰু জুৰি ভাওনা নামৰ দুবিধ ভাওনাৰ প্ৰচলন হয়। উক্ত ভাওনাত চোক্ৰা গানৰ পৰিৱেশ কৰা হয়। গুৰুজনাই পূৰ্বে বৈকুণ্ঠৰপৰা ১৪ টা প্ৰসঙ্গ আনি নিৰূপণ কৰিছিল। নিকা সংহতিৰ এই সত্ৰৰ সত্ৰাধিকাৰ আৰু ভকতসকলে সেই ১৪ টি প্ৰসঙ্গ কৰি গুৰু দুজনাৰ কৃষ্টিসমূহ অক্ষুন্ন ৰখাৰ লগতে শিষ্য-প্ৰশিষ্যসকলক শ্ৰৱণ-কীৰ্ত্তন, শৰণ-ভজনৰ মাধ্যমেৰে পৰলোকৰ পথ প্ৰদৰ্শনত মুখ্য ভূমিকা গ্ৰহণ কৰি আহিছে। সেই ১৪ প্ৰসঙ্গৰ ভিতৰত নাম-প্ৰসঙ্গ, ভাগৱত পাঠ, উপদেশ, গুণমালা,কীৰ্ত্তন আদি অন্তৰ্ভুক্ত হৈ আছে।

কমলাবাৰী সত্ৰত ৪০ খন তাল আৰু ১২ খন ধেমালি আছে। তালসমূহ ক্ৰমেঃ— (১) একতালি, (২) পৰিতাল, (৩) ৰক্ততাল, (৪) থাক তাল, (৫) ব্ৰহ্মতাল, (৬) মাঠ তাল, (৭) ৰূপক, (৮) খৰা ৰূপক, (৯) সৰু বিষম, (১০) বৰ বিষম, (১১) ৰূপ গঞ্জল, (১২) দোমানি, (১৩) তিনিমানি, (১৪) চাৰিমানি, (১৫) পাঁচমানি, (১৬) দোৱাজ, (১৭) জামান, (১৮) বিৰূপ, (১৯) আচতলা, (২০) দশবাৰী, (২১) চুটকলা, (২২) চুটা, (২৩) ধৰম যতি, (২৪) উনযতি, (২৫) খন যতি, (২৬) থেকেচা যতি, (২৭) খৰমান, (২৮) মেলা চুটা, (২৯) মান চোক, (৩০) মাঠ যতি, (৩১) দুখনীয়া, (৩২) চাৰিখনীয়া, (৩৩) দোপদৰ ঠেলা, (৩৪) ঠেলা, (৩৫) ধূলনা, (৩৬) গুৰু ঘাত, (৩৭) লনা ঘাত, ( ৩৮) বাৰ গজল, (৩৯) মুকুনি তাল, (৪০) ৰাগ সচাৰ।

**ধেমালিঃ**— (১) ধেই ধেই ধেমালি, (২) তাতা তাতা (৩) তাধেনিতি-তাধিনাও (৪)খিনা খিতা, (৫) ৰণযতি, (৬) বং ধেমালি, (৭) গুৰু বন্দনা, (৮) ৰৰপেটীয়া, (৯) চোৰ ধেমালি, (১০) ৰাম ধেমালি, (১১) ন-ধেমালি, (১২) ঘোৱা-ধেমালি (ঘোৱা-বাদ্য) । কেউখন ধেমালিৰ পাৰমাৰ্থিক তত্ত্ব বিচাৰেৰে ভগৱন্তৰ লীলানুষ্ঠান উদযাপন কৰা হয়। কমলাবাৰী সত্ৰৰ সাঁচতীয়া সম্পদ সত্ৰীয়া নৃত্য। মহাপুৰুষ গুৰু দুজনাই পঞ্চদশ শতিকাত ৰৰঅসমৰ বিভিন্ন ধৰ্মাৱলম্বী, মতাদৰ্শৰ সমাজখনক সুশৃংখলিত কৰাৰ মানসেৰে সত্ৰানুষ্ঠান প্ৰতিষ্ঠা

কৰি সংহতি, সম্প্ৰীতি আৰু সমন্বয়ৰ সেতু বান্ধিছিল ৰাষ্ট্ৰীয় চ'ৰাৰ ধ্ৰুপদী গুণসম্পন্ন সত্ৰীয়া নৃত্য-নাট্যই। এই নৃত্যৰ ভিতৰত আছে—

(১) মাটি আখৰা, (২) ঝুমুৰা নৃত্য, (৩) নাদু ভংগী, (৪) চালি নৃত্য, (৫) বৰ প্ৰবেশৰ নৃত্য, (৬) বিহাৰ নৃত্য, (৭) সূত্ৰধাৰী নৃত্য, (৮) গোসাঁই নৃত্য, (৯) গোপীৰ নৃত্য, (১০) তাল ঘূৰোৱা নৃত্য, (১১) বিয়াহৰ ওজাপালি নৃত্যাভিনয় আদি। কমলাবাৰী ধাৰাতে ইয়াৰ সফল প্ৰয়োগ দেখা যায়। প্ৰকাৰভেদে চালি নৃত্যৰ দুটা ভাগ আছে— (১) শুদ্ধ বা অংকীয়া চালি নাচ, (৮ খন) আৰু (২) ৰজাঘৰীয়া চালি নাচ ( ৪ খন ), মুঠ ১২ খন। আজিৰ পৰা প্ৰায় ১২০ বছৰৰ আগতে আৰু মাজভাগতো কমলাবাৰী সত্ৰৰ বিশিষ্ট সংগীত ভকতৰদ্বাৰা শ্ৰুতিমধুৰ ৰাগৰ সুৰ বৰগীত বা অংকীয়া গীতত সংযোগ কৰি চালি নাচৰ সৃষ্টি কৰিছিল। ই জনশ্ৰুতি নহয়, সেইবাবেই ৰজাঘৰীয়া। পূৰ্বতে ৰজাঘৰত প্ৰদৰ্শনৰ কাৰণে কেইখনমান নাচ ভকতসকলে প্ৰস্তুত কৰি থৈছিল কাৰণে ইয়াৰ নাম 'ৰজাঘৰীয়া চালি নাচ'। উল্লেখ্য, সত্ৰীয়া গীত, বাদ্য, নৃত্যৰ উপৰি অংকীয়া নাট সূচিকৰ্ম, মুখা তৈয়াৰ কৰা, পুতলা নাচ আদিৰ আনুষংগিক পোচাক-পৰিচ্ছদ তৈয়াৰ কৰাকে ধৰি সকলো দিশতে কমলাবাৰী সত্ৰৰ মৌলিকতা বিৰাজমান।

সাম্প্ৰতিক সময়ৰ তাৎপৰ্যপূৰ্ণ দিশটো হ'ল, 'গীতং বাদ্যং তথা নৃত্যং ত্ৰয়ং সংগীতমুচ্যতে' বোলা সংগীতৰ এই সজ্ঞাটোৰ ব্যৱহাৰিক প্ৰচাৰ-প্ৰসাৰৰ ওপৰত জোৰ দিয়াটো এই ক্ষেত্ৰত প্ৰথমেই সোঁৱৰণ কৰিব লাগিব এজন প্ৰাতঃস্মৰণীয় সত্ৰীয়া সংগীতৰ গৱেষক, বৈষ্ণৱ সাহিত্যৰ পণ্ডিত, বৰ্তমান মাজুলী (নতুন) কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী নাৰায়ণ চন্দ্ৰ গোস্বামী প্ৰভু ঈশ্বৰক। তেৰাৰ নেতৃত্বত ভকতসকলে সমগ্ৰ মাজুলী তথা অসমৰ বিভিন্ন প্ৰান্তৰ লগতে ভাৰতৰ প্ৰায়খন প্ৰদেশতে সত্ৰীয়া সঙ্গীতৰ প্ৰচাৰ-প্ৰসাৰ ঘটাইছে। ইয়াৰ উপৰি সত্ৰাধিকাৰগৰাকীৰ অহোপুৰুষাৰ্থতেই সত্তৰ দশকৰ মাজভাগত সুদূৰ ইণ্ডোনেছিয়াত সত্ৰীয়া নৃত্য আৰু অংকীয়া ভাওনা প্ৰদৰ্শন কৰি ইণ্ডোনেছিয়ানসকলৰ প্ৰশংসা লাভ কৰিছিল। এই ক্ষেত্ৰত অসমবাসীৰ লগতে সমগ্ৰ ভাৰতবৰ্ষই গৌৰৱ অনুভৱ কৰিছে বুলি সত্ৰাধিকাৰগৰাকীলৈ লিখা ভাৰতৰ তেতিয়াৰ ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলী আহমেদৰ চিঠিত স্পষ্টভাৱে প্ৰকাশ পাইছে। গুৱাহাটী বিশ্ববিদ্যালয় আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰেফাৰেঞ্চ বুক ক্ৰমে 'সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা' আৰু সম্পাদিত গ্ৰন্থ 'শ্ৰীশ্ৰীশংকৰদেৱৰ কীৰ্ত্তন ঘোষা আৰু নামঘোষা' গ্ৰন্থ দুখনিৰ উপৰি 'কীৰ্ত্তন ঘোষা আৰু নামঘোষাৰ

তত্ত্বার্থ সমীক্ষা', 'ব্ৰজাবলী ভাষাৰ ব্যাকৰণ আৰু অভিধান' আদি বৈষ্ণৱ সাহিত্যৰ অধিক গুৰু গ্ৰন্থসমূহ ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে আৰু সত্ৰসমূহৰ গৌৰৱ উচ্চ শিখৰত তুলিবলৈ সমৰ্থ হৈছে এইজনা সত্ৰাধিকাৰে। সত্ৰীয়া সংগীতৰ প্ৰচাৰ-প্ৰসাৰত কমলাবাৰী সত্ৰৰ আৰু এটি খ্যাতি আছে। সেয়া হ'ল— চালি নাচত বায়ন উঠি নেগেৰাত বোল দি নাচ দেখুৱাই ৰজাক আমোদ দিয়াৰ বাবে এই সত্ৰৰ এগৰাকী বিখ্যাত সংগীতজ্ঞ স্বৰ্গীয় বাপিৰাম ওজা আতৈক (কন্দৰ্পেশ্বৰ সিংহ ৰজাই) এখন প্ৰশংসা পত্ৰ, এডাল কুহমফুলীয়া পাগুৰি আৰু ২-১ পদ বিশেষ বস্তু দি সন্মান কৰিছিল। এই আপাহতে দুটা কথা উল্লেখ কৰাটো অপৰিহাৰ্য। প্ৰথম কথা—কমলাবাৰী সত্ৰৰ পাঁচজন শিল্পী বৈষ্ণৱে (ওজা) ৰাষ্ট্ৰীয় পুৰস্কাৰ পাইছে। সেইসকল হ'ল ক্ৰমে—(১) স্বৰ্গীয় মণিৰাম দত্ত বায়ন মুক্তিয়াৰ, (২)স্বৰ্গীয় বাপুৰাম বায়ন (৩) স্বৰ্গীয় ৰোষেশ্বৰ শইকীয়া বায়ন, (৪) পৰমান্দ বায়ন আৰু (৫) ঘনকান্ত বৰা ।

দ্বিতীয় কথা হ'ল—মহাৰাণী ভিক্টোৰিয়াৰ জুবিলীত শিৱসাগৰত আয়োজন কৰা নাট্যাভিনয় প্ৰতিযোগিতাত কমলাবাৰী সত্ৰই 'ৰাজসূয় যজ্ঞ' নাট্যাভিনয়ত প্ৰথম স্থান লাভ কৰি পুৰস্কাৰ হিচাপে পোৱা সম্পদসমূহ। সেই সম্পদকেইপদ হ'ল—(১) কমলাবাৰী মৌজা, (২) মাজুলী (কমলাবাৰী) থানা, (৩) কমলাবাৰী ডাকঘৰ, (৪) কমলাবাৰী চিকিৎসালয় আৰু (৫)কমলাবাৰী ঘাট।

২০০০ ৰ ১৫ নৱেম্বৰত সত্ৰীয়া নৃত্যই ৰাষ্ট্ৰীয় স্বীকৃতি পায়। ইয়াৰ মূলতে স্বীকাৰ কৰিব লাগিব অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সত্ৰীয়া নৃত্য প্ৰচাৰ কৰি তাক শিপাই পেলোৱা সেইসকল গুণী-জ্ঞানী শিল্পীক, যিসকলে মহান উদ্দেশ্য লৈ আগবাঢ়ি গৈছিল এই সত্ৰৰপৰাই। সেইসকল হ'ল—তিনিচুকীয়াৰ 'প্ৰাগজ্যোতিষ কলা পৰিষদ'ৰ পৰা আৰম্ভ কৰি গুৱাহাটীৰ 'সংগীত সত্ৰ' প্ৰতিষ্ঠাপক সত্ৰীয়া নৃত্যগুৰু ৰোষেশ্বৰ শইকীয়া বৰবায়ন। একেদৰে গুৱাহাটী সংগীত আকাশ মুখৰিত কৰি সত্ৰীয়া নৃত্যক মৰ্যাদা সহকাৰে প্ৰচাৰমুখী কৰা ৰাজ্যিক সংগীত মহাবিদ্যালয়ৰ অধ্যাপক ঘনকান্ত বৰা বৰবায়ন, শৈলেন শইকীয়া আৰু গোবিন্দ শইকীয়া। ইয়াৰ উপৰি অসমৰ লগতে ভাৰতৰ বিভিন্ন প্ৰান্তত অংকীয়া ভাওনা আৰু সত্ৰীয়া নৃত্য প্ৰচাৰত বিশেষ অৰিহণা আগবঢ়াওঁতা হৰিচৰণ ভূঞা বৰবায়ন আৰু হৰিপ্ৰসাদ শইকীয়া বায়নৰ ভূমিকাও অন্যতম। শৰণ-ভজন, শ্ৰৱণ-কীৰ্তন, কলা-কৃষ্টিৰ অৱধাৰণাৰ সফল ৰূপায়ণ কৰি তথা এজন দক্ষ গায়ক, বাদক আৰু হস্ত বিশাৰদ হিচাপে পৰিচয় দিয়াত কমলাবাৰী সত্ৰ সিদ্ধহস্ত আৰু অগ্ৰণী তথা ই পূৰ্ণতা লাভ কৰিছে। এই পূৰ্ণতা যিমানেই সবল আৰু কাৰ্যক্ষম হ'ব সিমানেই সাংস্কৃতিক সৌধটো গগনচুম্বী হ'ব।

# পঞ্চম খণ্ড

## 'সন্তাৱলী' পুথিৰ পৃষ্ঠাৰ পৰা

শ্ৰীশ্ৰীদ্বাৰিকানাথ দ্বিজ ৰচিত দুষ্প্ৰাপ্য পুথি 'সন্তাৱলী' সম্প্ৰতি এই গ্ৰন্থৰ সম্পাদক (সূৰ্য্য হাজিৰকা)ৰ সম্পাদনাত প্ৰকাশ হৈ ওলাইছে। পুথিখনত থকা কেইটিমান অধ্যায় এইগ্ৰন্থৰ বিষয়বস্তুৰ লগত পঢ়ুৱৈ ৰাইজৰ বাবে প্ৰয়োজনীয় অনুভৱ কৰি সম্পাদিত ৰূপত কেইটিমান পাঠৰ অংশ ইয়াত প্ৰকাশ কৰা হ'ল। প্ৰায় ৯০০ পৃষ্ঠাৰে প্ৰকাশ পোৱা উক্ত গ্ৰন্থখন ইচ্ছুক পঢ়ুৱৈয়ে বিস্তৃত ভাৱে অধ্যয়ন কৰিব বিচাৰিলে বেলেগে সংগ্ৰহ কৰি ল'ব পাৰে।

সম্পাদক



# সন্তাৱলী

শ্ৰীশ্ৰীদ্বাৰিকানাথ দ্বিজ ৰচিত 'সন্তাৱলী' নামৰ গ্ৰন্থৰ পৰা নিম্নোক্ত স্তৱকসমূহ সম্পাদিত ৰূপত উদ্ধৃত কৰা হৈছে - [সম্পাদক]

## উদাসীন ভকতৰ লক্ষণ

।।পদ।।

শুনিয়োক সভাসদ আন্ত অনন্তৰ।
চৰিত্ৰ শুনিয়ো উদাসীন ভকতৰ।।
দিনেক বংশীগোপালে বোলে মাধৱক।
এগুটি কথাক কহো উত্তৰ দিয়োক।।১।।
কাক বোলে উদাসীন কমন লক্ষণ।
সাৱশেষে সিটো কথা কৰিয়ো বৰ্ণন।।
মাধৱে বোলয় মোৰ আছিল মনত।
ইটো কথা এক দিনা কৰিবো বেকত।।২।।
উদাসীন ধৰ্ম্ম তোবা কৰিছা গ্ৰহণ।
শুনিয়োক কহো উদাসীনৰ লক্ষণ।।
আঠু নাম কৰি কেহো ভুনি লিপিছিব।
গামোচা পিন্ধিয়া সৱে বহল কৰিব।।৩।।
নবাখিবে গোঁফ ভাটি কৰিব মুণ্ডন।

গোষ্পদ সমান কেশ কৰিব ৰক্ষণ।।
শৌচ কৰি তেত্তিক্ষণে কৰিবেক স্নান।
ভকতিৰ সদাচাৰ জানিবা সোপান।।৪।।
গৃহস্থীত কৰি দুই গুণ সদাচাৰ।
কৰিবেক উদাসীনে সদা ব্যৱহাৰ।।
একসন্ধ্যা মাত্র সদা কৰিব ভোজন।
উষ্ণ চাউল সামিষাদি কৰিবে বৰ্জ্জন।।৫।।
ৰোগী জনে দুই সন্ধ্যা কৰিবে ভোজন।
মাংস মধ্যে মৎস্য মাত্র কৰিবে ভক্ষণ।।
মৎস্য মাংস তেজিলেয়ো পৰম ভোজন।
জাল পল বাই নধৰিবে মৎস্যগণ।।৬।।
মৎস্য আদি জীৱ জন্তু ভক্তে নবধিব।
অহিংসা পৰম ধৰ্ম্ম বুলিয়া জানিব।।
একঘৰে একজন উদাস থাকিব।
দুই তিনি জন একগৃহে নথাকিব।।৭।।
স্ত্রীৰ চিত্র মৃন্ময় বা কাষ্ঠৰ গঠন।
নকৰিবে উদাসীনে দৰ্শন স্পৰ্শন।।
উদাসীনে স্ত্রীক ভক্তি কদাচ নিদিব।
বিষয়ী জনৰ ভক্তি বিষয়ী ধৰিব।।৮।।
হস্তে কৰ্ণে স্বৰ্ণ মণি নিপিন্ধিব।
পট্টবস্ত্র ফুল চিত্র ইসব ত্যজিব।।
তুলসী কাষ্ঠৰ মালা শৰীৰে ধৰিব।
কদাচিতো স্বৰ্ণ ৰৌপ্য মণি নিপিন্ধিব।।৯।।
কেৱলে বানত মাত্র কৰিব গ্রহণ।
লোম জাত শুদ্ধ বস্ত্র শঙ্কৰ বচন।।
মুণ্ডে বস্ত্র হাতে লাঠি কৰিব গ্রহণ।
ছত্র ত্যজি জাপি লৈয়া কৰিবে গমন।।১০।।
গমনৰ কালে ৰাম নাম উচ্চৰিব।
উদাসীন ভক্তগণে চোলা নিপিন্ধিব।।
ভাং আফু ধূম্র পত্র কৰিব বৰ্জ্জন।

নকৰিব সঙ্গীতত প্ৰীতি কদাচন।।১১।।
দ্যুত ক্ৰীড়া সুগন্ধি তৈলক পৰিহৰি।
ব্ৰত ধৰি থাকিবেক ৰামকৃষ্ণ স্মৰি।।
ৰসায়ন স্বাদু দ্ৰব্য কৰিব বৰ্জ্জন।
মঞ্চ ত্যজি পৃথিবীত কৰিব শয়ন।।১২।।
উদাসীন আচাৰ্য্য হইবে যত জন।
অক্ষুণ্ণতা ভাবে তাৰা কৰিব পালন।।
উপাসক উপাস্যৰ একেই ব্যৱস্থা।
জিতেন্দ্ৰিয় শুদ্ধ হয়া থাকিব সৰ্ব্বথা।।১৩।।
আক নকৰিয়া যিটো কৰে বিপৰীত।
তাক দেখিলেয়ো পাপ হোৱয় নিশ্চিত।।
পুং মৈথুন ক্ৰময়ঃ ক্ৰীত হস্তৰ মৈথুন।
হাস্য পৰিহাস বেশ্যা নটী আলাপন।।১৪।।
চোৰ শঠ মিথ্যা ভাষী উদাস হইব।
তাক দেখি চান্দ্ৰায়ন ব্ৰত আচৰিব।।
বাণিজ্য ব্যৱসা কৰি জীৱিকা কৰয়।
কেন মতে ধনী হৈবো সদায়ে বাঞ্ছয়।।১৫।।
উদাস হইয়া গৃহ  বাৰ্ত্তাক পুছয়।
মোৰ অংশ আছে বুলি পিতৃ অংশ লয়।।
কুটুম্ব বিচাৰি ঘৰে ঘৰে খাই ফুৰে।
উদাসীন নোহে সিটো হেন কৰ্ম্ম কৰে।।১৬।।
কন্যা মাত্ৰ হীন ধন সম্পত্তি আছয়।
তাক উদাসীন ভক্ত বিজনে বোলয়।।
সিয়োজন পৰকালে নৰ্কত পৰিব।
স্ত্ৰীৰ হাতে উদাসীনে জল নখাইব।।১৭।।
স্বৰ্ণ ৰৌপ্য মণি মুক্তা হাতে নচুইব।
কদাচিতো উদাসীনে ধন নুপুজিব।।
হাতী ঘোঁৰা ম'হ গৰু দ্ৰব্যাদি আছয়।
মৎস্য মাংস ঘৃত চেনি মিঠাই ভুঞ্জয়।।১৮।।

নট বেশ ধৰি ঘসে সুগন্ধি চন্দন।
উদাস হইয়া যদি কৰয় এমন।।
তাক দেখিলেয়ো পাপ কহিবোহো কিক।
পৰম পাতকী সিটো চাণ্ডালতোধিক।।১৯।।
বাল্যাবধি উদাসীন হোৱে যিটোজন।
ইসব কৰ্ম্মক সিটো কৰিবে পালন।।
বিহা কৰি পৰে উদাসীন যিটো হয়।
তাৰ একো ব্যৱহাৰ নাহিকে নিৰ্ণয়।।২০।।
বিহা কৰি পুত্ৰ হাতে গৃহস্থীক দিব।
নিজ গুৰু গৃহে গৈয়া বসতি কৰিব।।
ইটো উদাসীন ভক্ত পৰম শোভন।
শাস্ত্ৰমতে শুনাইলো উদাস লক্ষণ।।২১।।
উদাসীন এই চাৰি অক্ষৰ অন্বয়।
শুনিয়োক প্ৰতি প্ৰতি অৰ্থ সমুদয়।।
উদাসীনে জপিবেক মন্ত্ৰ সুনিশ্চয়।
উচ্চাৰিবে উচ্চৰাইবে নামৰ নিৰ্ণয়।।২২।।
সৰ্ব্বভূতে উদাৰতা উদাৰ লক্ষণ।
উ-কাৰ শব্দৰ অৰ্থ কৰিলো বৰ্ণন।।
দয়া কৰি থাকিবেক সকলো জীৱক।
দৃঢ়ভাবে চিন্তনা কৰিবে কেশৱক।।২৩।।
দয়া ধৰ্ম্ম সদা ব্যক্ত দায়াক নেৰিব।
দকাৰ শব্দৰ অৰ্থ ইসব জানিব।।
সৰ্ব্বকাৰ্য্যে সৰ্ব্বপুণ্যে সিশক্তা হইব।
সদা সৰ্ব্বক্ষণে সত্য ধৰ্ম্মে প্ৰবৰ্ত্তিব।।২৪।।
সদাচাৰ ধৰি চিত্তে সত্য সনাতন।
সীকাৰ শব্দৰ জানা ইসব লক্ষণ।।
নকৰিব জীৱহিংসো মিথ্যা নকহিব।
নিত্ত ধৰ্ম্মে নিত্যকৰ্ম্মে সদা প্ৰবৰ্ত্তিব।।২৫।।
সৰ্ব্বদা জপিবে নাৰায়ণ ঘনে ঘন।

নকাৰ শঙ্কৰ জানা ইসব লক্ষণ।।
এহিমতে উদাসীনে কৰিবে ভকতি।
সিটোজনে হাতে হাতে পাইব মুকুতি।।২৬।।
শঙ্কৰ গুৰুৰ মুখে ইকথা শুনিলো।
আজি তোমাসাৰ আগে বেকত কৰিলো।।
ভণিল ৰাধিকানাথ মিশ্র মন্দমতি।
ৰামৰাম বোলা সবে হৌক সদগতি।।২৭।।

## সংহতি নিৰ্ণয়

।।পদ।। এহিমতে বৰপেটা থানত মাধৱ।
কতোদিন আছা তৈত বঢ়ায়া উৎসৱ।।
মাধৱ বদন্তি ভক্তগণ নিৰন্তৰ।
একগোটা প্রশ্ন কৰো দিয়োক উত্তৰ।।১।।
আজি মৃত্যু হৌক কিম্বা শতেক বৎসৰ।
অৱশ্যে মৰণ আছে সবে জগতৰ।।
কালি মৃত্যু হৈব বুলি কৰ্ম্মক কৰিব।
যদি মৃত্যু নোহে সিটো ষচক্ষে দেখিব।।২।।
শঙ্কৰে ধৰ্ম্মক দিলে আমাৰ মুণ্ডত।
আৰে আমি দিবো কাক কৈয়ো ষকলাত।।
শঙ্কৰৰ পুত্রনাতি অনেক আছিল।
সি সকক নেদি ধৰ্ম্ম আমাত অৰ্পিল।।৩।।
আৰে আমি কাক ধৰ্ম্ম কৰো সমৰ্পণ।
গুণি গাছি বিমৰিষি কৈয়ো সৰ্ব্বজন।।
ভক্তগণে বিমৰিষি বুলিল বচন।
প্ৰভুৰ ভাগিন আছে শ্ৰীৰামচৰণ।।৪।।
তান মাথে ধৰ্ম্ম কৰ্ম্ম কৰা সমৰ্পণ।
শুনিয়া মাধৱদেৱে বুলিল বচন।।
আছয় পুৰুষোত্তম চতুৰ্ভুজ দুই।
গুৰু নাতি মোৰ মনে যোগ্যতা হোৱয়।।৫।।
সিসবক নেদি যদি দিওঁ ভাগিনক।

স্বার্থপৰ মন্দগামী বুলিবে আমাক।।
যদি গুৰু নাতি হাতে কৰো সমৰ্পণ।
খণ্ডন হুইবে মোৰ গুৰুৰ বচন।।৬।।
ধন সম্পত্তিৰ ভাগ পুত্ৰগণে পাই।
ধৰ্ম্মভাগ শিষ্য বিনে কেহোয়ে নপাই।।
গুৰু পুত্ৰ বুলি মান্য সবেয়ো কৰিব।
ধৰ্ম্মভাগ লভি পাছে মত্ততা হইব।।৭।।
হেন জানি সমূহক ধৰ্ম্ম সমৰ্পিবো।
কদাচিতো একজন হাতত নিদিবো।।
গুণন্তে গাঠন্তে এক বৰ্ষ বহি গৈল।
মাধৱদেৱে মোক্ষ ভক্ত বিচাৰিবে লৈল।।৮।।
ছয়কুৰি ছয়জন ভক্তৰ মধ্যত।
বিচাৰিয়া বাৰজন পাইল ভকত।।
মহন্ত পাতিবো বুলি স্থিৰতা কৰিল।
সেহি ৰাত্ৰি মাধৱদেৱে সপোন দেখিল।।৯।।
এখানি শুকুলা চন্দ্ৰাতপ মনোহৰ।
জগত জুৰিয়া পৰে দেশৰ ওপৰ।।
ক্ষণকালে চন্দ্ৰাতপ ত্ৰিখণ্ড হইল।
শ্বেত ৰক্ত কৃষ্ণবৰ্ণ তিনিয়ো ধৰিল।।১০।।
শ্বেত ভাগ একবৰ্ণে আকাশে থাকিল।
ৰক্তভাগে দুই ভাগে বিভক্ত হইল।।
যিটো ভাগ কৃষ্ণবৰ্ণ হৈল খণ্ড খণ্ড।
এহিমতে চন্দ্ৰাতপ হৈল খণ্ড ভণ্ড।।১১।।
মাধৱক এক দ্বিজে স্বপ্নে বোলে বাক।
মহাপুৰুষৰ ধৰ্ম্ম কৰা তিনিভাগ।।
ব্ৰহ্ম কাল পুৰুষ সংহতি নাম দিবা।
চন্দ্ৰাতপ আৰ্হি চাই সকলো কৰিবা।।১২।।
মহাপুৰুষৰ ধৰ্ম্মে জগত জুৰিল।
হেন মতে চন্দ্ৰাতপ ভূমিত পৰিল।।

সত্ব বজ তম তিনি গুণে লৱে লাগ।
এইহেতু চন্দ্রাতপ ভৈল তিনিভাগ।।১৩।।
সত্ব গুণ শুক্লবর্ণ একত্রে থাকিব।
বজোগুণ বক্তবর্ণ দ্বিভাগ হইব।।
তমো গুণী কৃষ্ণবর্ণ হৈবে খণ্ড খণ্ড।
ইমতে হইবে ধর্ম্ম কর্ম্ম খণ্ড ভণ্ড।।১৪।।
কহিলো তোমাব আগে আজ্ঞা শঙ্কবব।
এহিবুলি অন্তর্দ্ধান ভৈল দ্বিজবব।।
স্বপ্ন দেখি মাধবদেবে গুণে মনে মন।
শুনা অতঃপবে আৰু কথা বিত্তোপন।।১৫।।
পবদিনা মাধবদেবে প্রসঙ্গ কবিয়া।
বুলিলেক বাহুজন বৈষ্ণৱ চাহিয়া।।
মহাপুৰুষব ধৰ্ম্ম জানা তিনি ধাবা।
ব্ৰহ্ম কাল পুৰুষ সংহতি নাম যাবা।।১৬।।
মনে বাচি সংহতি লৈয়োক ভক্তগণ।
উপযাচি আমি কাকো নেদো কদাচন।।
নিগদন্তি ভক্তগণ প্রভু মহাভাগ।
সংহতিব গূঢ় অর্থ কবিয়ো প্রকাশ।।১৭।।
মাধব বদন্তি সাধুগণ শুনিয়োক।
অর্থ শুনি সংহতিক সবেয়ো ধবোক।।
বহুলোক ঐক্য হয়া যি কর্ম্ম কবয়।
সংহতি বুলিয়া তাক সাধুগণে কয়।।১৮।।
ব্ৰহ্ম সংহতি যে আৰু পুৰুষ সংহতি।
কাল সংহতিব সমে তিনিটি সংহতি।।
সংহতিব ব্যবহাব যেহেন লক্ষণ।
একচিত্তে শুনিয়োক সাধু সৰ্ব্বজন।।১৯।।
ব্ৰহ্মসংহতিব ধৰ্ম্ম সমানে থাকিব।
কষ্ট ব্রত ধবি আত্ত জীব নিস্তাবিব।।
সাত্বিক সংহতি ইটো অতি শ্রেষ্ঠতব।

একভাৱে প্ৰবৰ্ত্তিব বাক্যে শঙ্কৰৰ।।২০।।
জিতেন্দ্ৰিয় শুদ্ধচিত্ত যিজন হইব।
ব্ৰহ্ম সংহতিক সিটো ধৰিব পাৰিব।।
উদাসীন ভকতৰ অতি শ্ৰেষ্ঠতৰ।
শুদ্ধচিত্ত হৈল হৈবে বিষয়ী জনৰ।।২১।।
সংহতি কাৰ্য্যসাধিকা অৰ্থ অমৰৰ।
পুৰুষ সংহতি কথা শুনা আতপৰ।।
পুৰুষ সংহতি হৈবে দ্বি ভাগে বিভক্ত।
একভাগ শ্বেত আৰ ভাগ হৈবে ৰক্ত।। ২২।।
পৰে ৰক্তভাগ ভক্তি হৈবে খণ্ড খণ্ড।
কেহো জনে তাক কৰিবেক ৰণ্ড ভণ্ড।।
ৰজোগুণী ভক্তি ইটো ভুক্তি মুক্তি পাইব।
নজানিয়া কেহো জন সুদাহাতে যাইব।। ২৩।।
উদাসীন গৃহস্থী হইব অগণন।
পুৰুষ সংহতি ধৰ্ম্ম ইমত লক্ষণ।।
কাল সংহতিৰ ধৰ্ম্ম হৈবে খণ্ড খণ্ড।
চিহ্ন ভিন্ন হইয়া কৰিব ৰণ্ড ভণ্ড।। ২৪।।
মই বৰ অহঙ্কাৰ গুৰুৰ হইব।
আপোনাক অৱতাৰ বুলিয়া মানিব।।
কেহো ৰাত্ৰি সেবা ধৰি কৰিবে আহাৰ।
কেহোজন ৰাত্ৰি যোগে হৈবে অধিকাৰ।।২৫।।
কেহোজনে ৰাজহংস খাসীক ভুঞ্জিব।
কেহোজনে পাতি হাঁহ ছাগল ভুঞ্জিব।।
চিহ্ন ভিন্ন ভক্তি ধৰিবেক ঘৰে ঘৰে।
নিমিলিবে ভক্তি একজন একঘৰে।।২৬।।
কাৰো ঘৰে কেহোজনে অন্ন নুভুঞ্জিব।
আমি ভাল সিটো মন্দ বুলিয়া নিন্দিব।।
কোমল মধুৰ কৰি বুলিলন্ত বাণী।।
শুদ্ধভাৱে উদাসীন ধৰ্ম্ম আচৰিবা।

ব্ৰাহ্মণ বুলিয়া অহঙ্কাৰ নকৰিবা।।৪৬।।
ব্ৰহ্ম সংহতিক ধৰি জীৱক তাৰিবা।
আক কৰি চাৰি পুৰুষাৰ্থক লভিবা।।
ধৰ্ম্মৰ আচাৰ্য্য মই পাতিলো তোমাক।
এহিবুলি অধিকাৰী নিৰ্ম্মালি দিলেক।। ৪৭।।
যদুমণি বিপ্ৰ সহ উজানে যাইবা।
চন্দ্ৰ সূৰ্য্য থাকে মানে কীৰিত্তি ৰাখিবা।।
এহিবুলি গোপালক প্ৰশংসা কৰিলা।
পাছে চৈধ্যজন ভক্ত আনিল মাতিয়া।।৪৮।।
শ্ৰীহৰি ব্ৰাহ্মণ বিষ্ণু শ্ৰীৰামচৰণ।
মথুৰা কমলা কান্ত অচ্যুত ব্ৰাহ্মণ।।
কেশৱ গোবিন্দ কানু পড়িয়া মাধৱ।
দিচিয়া গোপাল ৰাম শ্ৰীপুৰুষোত্তম।।৪৯।।
পদ্ম আতা সমে চতুৰ্দ্দশক নিৰ্ম্মিল।
আবাসৰে পুৰুষ সংহতিক লইল।।
অসম দেশত আছে যত মহাজন।
সিসবৰ মূল এই জানা বোলজন।।৫০।।
ইসবৰ কতোজনে মহন্ত নিৰ্ম্মিল।
সিসবৰ নাতি বাঢ়ি অসম জুৰিল।।
ইসবৰ নাতি পুতি যতেক আছয়।
প্ৰথম শ্ৰেণীৰ বুলি জানিবা নিশ্চয়।।৫১।।
সিসবৰ আজ্ঞাপৰ জানিবা দ্বিতীয়।
সিসবৰ আজ্ঞাপৰ হইবে তৃতীয়।।
সোণ পোৱালৰ যেন একাই গঠন।
সন্ত সাধু ভিন্ন নাই শূদ্ৰ যে ব্ৰাহ্মণ।।৫২।।
এহিমতে মাধৱদেৱে উপদেশ দিল।
পুৰুষোত্তমক পাছে সমীপে আনিল।।
মাধৱৰ সৰ্ব্বশক্তি আছিলেক যত।
অৰ্পিলা পুৰুষোত্তম দেৱ মস্তকত।।৫৩।।

মাধবে বুলিলা পাছে সাধু সকলক।
মানিবাহা সৰ্ব্বজনে পুৰুষোত্তমক।।
আগ শাৰী আগ ভাগ আগ অৰিহণা।
তাক দিয়া গুৰু নাতি কৰিবা বন্দনা।। ৫৪।।
নিমন্ত্রিয়া আগবঢ়ায় গৃহক আনিবা।
তিনি খনিয়াক পাৰি বসিবাক দিবা।।
চেলাজিন কুশ বুলি গীতাত আছয়।
তিনি খনিয়াৰ আবে শুনিয়ো নির্ণয়।।৫৫।।
চৰ্ম্মে ঢাৰি কুশে কঠ চেলে তলপৰা।
ঢাৰিকঠ অন্বয় শুনিলো গুৰুপৰা।।
ধৰ্ম্মগাৰু গোট লৈয়া সভাত বসিব।
সৰ্ব্বদা বসিলে গৃহে নৰকে পৰিব।। ৫৬।।
শঙ্কৰে নিৰ্ম্মিয়া আছে কুশিলাৰ কঠ।
তাত বহি সৰ্ব্বজনে ধৰিবাহা মঠ।।
সভামাজে কাষ্ঠাসনে কেহো নবসিবা।
যবনৰ কাষ্ঠাসন নিশ্চয়ে জানিবা।। ৫৭।।
ব্ৰাহ্মণ বৈষ্ণৱ ব্ৰহ্মচাৰী ব্ৰতীগণ।
উদাস ভকত নবসিব কদাচন।।
পদযুক্ত কাষ্ঠাসনে যিজনে বসয়।
গুৰু বুলি তাক যদি প্ৰণাম কৰয়।। ৫৮।।
শিষ্যগুৰু দুয়োজন যাইবে অধোগতি।
নবসিব কাষ্ঠাসনে কহিলো সম্প্ৰতি।।
কুশাসন বৈষ্ণৱৰ পৰম শোভন।
অভাবে কদলি মুঠা তৃণ বিতোপন।। ৫৯।।
ঢকৰা মাদুৰি পত্ৰ নল বাংশ ঢাৰি।
ইসবে বসিবে নবসিবে পাতি শাৰী।।
সবাতো অধিক কুশিলাৰ কঠখান ।
কুশাসন বুলি গুৰু কৰিছে নিৰ্ম্মাণ।। ৬০।।
যবনৰ পাটী গোট জানিবা নিশ্চয়।

হিন্দু ধার্ম্মিক জনে কদাপিয়ো নবসয়।।
উচ্চাসনে বসি যদি ধৰ্ম্ম বখানয়।
হাতে মালা উচ্চে বসি ঈশ্বৰ চিন্তয়।। ৬১।।
হেন কৰ্ম্ম কৰি যিটো গুৰু বোলাবয়।
শিষ্যক তাবোক নিজে অধোগতি হয়।।
আমি উদাসীন ভক্ত জানা সৰ্ব্বজন।
মাটিত ঢকুৱা পাৰি কৰোহো শয়ন।। ৬২।।
এহি কহিলোহো আমি আসন লক্ষণ।
অতঃপৰে শুনা নীতি কথা বিতোপন।।
পোদ্ধৰশ একশকে বৈশাখ মাসত।
মাধৱে পাতিলে বাহুজনক মহন্ত।। ৬৩।।
আজি আমি মহন্ত পাতিলো তোমাসাক।
আজি হৈতে শৰণ লগাইবা যাকে তাক।।
শিষ্য ভক্ত কৰি তোৰা সবাক পাতিবা।
শৰণীয়া কৰিবাক বিচাৰি বুজিবা।। ৬৪।।
নামধৰ্ম্ম স্রোতে যেন দেশ বহি যায়।
ৰাত্রি দিনে চিন্তিবাহা ইহাৰ উপায়।।
নিজ সত্রে উত্তৰত সৰ্ব্বদা বসিবা।
লাইখুটা কেহো কাকো এৰিয়া নিদিবা।। ৬৫।।
নিজ সত্রে তিনিখানি পাৰি নবসিবা।
গৃহাগত মহন্তক তিনিখানি দিবা।।
পৰক দেখিয়া উচ্চাসনত বসয়।
সিটো মহাজন পাপী জানিবা নিশ্চয়।। ৬৬।।
মই বৰ অহঙ্কাৰ কেহো নকৰিবা।
সৰু বৰ নাহি সাধুসৱৰ জানিবা।।
পৰস্পৰ সুহৃদতা কেহোৱে নেৰিবা।
মোৰ প্রিয়বন্ধু সাধু মহন্ত জানিবা।। ৬৭।।
গুৰুৰ আমাৰ শিষ্য আছয় যতেক।
সিসৱক দিলো মই পুৰুষোত্তমক।।

আজিহন্তে মোৰ শিষ্য হইব যতজন।
পাইব ভাগিন মোৰ শ্ৰীৰামচৰণ।। ৬৮।।
তোৰাসৱে নিজে যত শিষ্যক কৰিব।
নিজপুত্ৰ নাতিগণে সিসব পাইব।।
শিষ্য মধ্যে মেধি সেবা পাচনি পাতিবা।
বানত জোলোঙ্গা দিয়া মৰ্য্যাদা ৰাখিবা।। ৬৯।।
পুৰুষোত্তমক দিল শিষ্য ভক্তগণ।
শুনি শঙ্কৰৰ পত্নী ভৈল ৰঙ্গমন।।
এহিমতে একবৰ্ষমান বহি গৈল।
একদিনা সৰ্ব্বজনে সুধিবাক লৈল।। ৭০।।
প্ৰভু অবিহনে আমাসাৰ নাতিগণ।
কাক গুৰু মানি লৈব শৰণ ভজন।।
হেন শুনি মাধৱদেৱে বুলিলা বচন।
একচিত্তে শুনিয়োক সাধু সন্তগণ।। ৭১।।
নথাকিব শঙ্কৰৰ নাতি পৃথিবীত।
অল্পতে হইব শেষ পুৰুষোত্তমত।।
সাধুগণো হইবেক সৱে লোভ বশ।
কলিমলে পীড়িয়া কৰিব সৰ্ব্বনাশ।। ৭২।।
হেন জানি নিজ বংশে শৰণ লইব।
মোক বুলি ঘোষা শাস্ত্ৰ আগত ৰাখিব।।
তেজ মাংস জ্ঞান বুদ্ধি ধৰ্ম্ম মাধৱৰ।
সকলো আছয় জানা ঘোষাৰ ভিতৰ।। ৭৩।।
পৃথিবীত ধৰ্ম্ম শাস্ত্ৰ আছে যত যত।
সকলোৰে সাৰ আছে ঘোষাৰ মধ্যত।।
নশ্বৰ দেহা মোৰ হইবেক নষ্ট।
থাকিবেক আত্মা মোৰ ঘোষাৰ মধ্যত।। ৭৪।।
হেন জানি ঘোষা শাস্ত্ৰ কেহোৱে নেৰিবা।
গুৰু বুলি তাক মানি মুকুতিক পাইবা।।
এক সংহতিৰ সাধু গুণবান চাই।

শৰণ ভজন লৈলে নহেৱে অন্যায় ।। ৭৫ ।।
সংহতি এৰি আন সংহতিত লয় ।
সিটোজন মহাপাপী নৰকে পৰয় ।।
শিষ্যসবে গুৰু বংশে শৰণ লইব ।
গুৰু বংশ শেষ হৈলে হেনয় কৰিব ।।৭৬।।
গুৰু বংশ বিদ্যমানে গুৰুক নেৰিব ।
গুৰু এৰি ভক্তি কৈলে নৰকে পৰিব ।।
ভাগ্যক্রমে হোৱে যদি অতুল সম্পত্তি ।
সিটো সম্পত্তিত গুৰু নকৰে আসক্তি ।। ৭৭ ।।
কেহোজনে একলক্ষ ধনক ভেটয় ।
এগুটি কড়িক দিয়া কেহো প্ৰণাময় ।।
আশংসিয়া দুজনাক সম চক্ষে চাই ।
হেন গুৰু ধনী ভৈলে কিছু দোষ নাই ।। ৭৮ ।।
আয় হৈলে আনন্দ কৰয় যিটোজন ।
ব্যয় হৈলে মহাদুখে কৰয় ক্ৰন্দন ।।
সিটো জ্ঞান শূন্য অন্ধ সংসাৰ পতিত ।
হেন ধনী গুৰুকেসে ত্যজিতে উচিত ।। ৭৯ ।।
আয় ব্যয়ে এক ভাৱে থাকে যিটোজন ।
হেন গুৰু ধনী ভৈলে পৰম শোভন ।।
যি কহিল বিদ্যাৱলী সতী ৱামনক ।
সম্পত্তি হইলে যেন কৰে মনুষ্যক ।। ৮০ ।।
বিচাৰি চাহিয়ো কথা অষ্টম স্কন্ধত ।
নপাইলে মোক নিন্দা কৰিবা পাছত ।।
দুখীয়া গুৰুক এৰি ধনী গুৰু লয় ।
শতকোটি বৰ্ষ সিটো নৰকে পৰয় ।। ৮১ ।।
ধনী গুৰু কলি পুত্ৰ তাত ধৰ্ম্ম নাই ।
ধৰ্ম্ম লৈলে শিষ্য গুৰু অধোগতি যায় ।।
সাধু সন্ত মহন্ত সন্ন্যাসী যোগী যত ।
ধাৰ্ম্মিক মুমুক্ষু আদি দুখীয়া সমস্ত ।। ৮২ ।।

যিজনে জীৱৰ সদ্‌গতিক বাঞ্ছয়।
সিজনে দুখীয়া গুৰু লৈবাক লাগয়।।
ধনীঘৰে ধৰ্ম্ম নথাকয় শাস্ত্র মত।
ধন গৰ্ব্বে ধৰ্ম্ম এৰি হুয়া থাকে মত্ত।। ৮৩।।
ধন লোভে নৃপতিৰ গুৰু হোৱে যায়।
পাত্র মন্ত্রী ধনীলোক শৰণ লগাই।।
নৃপগুৰু বুলি উচ্চাসনত বসয়।
সাধু মহন্তক দেখি অৱজ্ঞা কৰয়।।৮৪।।
ৰাজাৰ আৰ্হিক ধৰি বসিয়া থাকয়।
মই বৰ অহঙ্কাৰে কাকো নমানয়।।
দ্যূত গান বিলাসত দিৱস গোৱাই।
কদাচিতো ৰাম নাম মুখত নোলাই।।৮৫।।
মোক সেবা কৰে পাত্রমন্ত্রী নৰেশ্বৰ।
মোতপৰে আন কোন আছয় ঈশ্বৰ।।
কোনজনে কোনো কথা সোধে যদি যায়।
নিন্দা বাদ ঠাট্টা কৰি চক্ষু পকাই চাই।।৮৬।।
দেখিয়ো নেদেখে যেন দিনতে অন্ধলা।
শুনিয়ো নুশুনে যেন কথা মূঢ় কলা।।
বসিবাক লাগি তাক আসন নেদয়।
ভেট কিবা দিছে বুলি বাৰ্ত্তাক সোধয়।। ৮৭।।
তান লগে ভকত আছয় যত যত।
অহঙ্কাৰে সৰ্ব্বজন হুয়া থাকে মত্ত।।
হেন জানি ধনী হৈবে তোৰা নবাঞ্ছিবা।
ধনী ভৈলে ধন গৰ্ব্বে ধৰ্ম্ম হৰুৱাইবা।। ৮৮।।
ইকাৰণে মোৰ গুৰু শঙ্কৰ গোসাঁই।
নহইল পাত্রমন্ত্রী ৰাজাৰ গোসাঁই।।
আঢ্যৱন্ত জন নৃপ নিদিবা শৰণ।
জীৱিকাৰ অৰ্থে নকৰিবা শিষ্যগণ।। ৮৯।।
ৰহমান শিষ্য হৌক আমাৰ বংশৰ।

এহিবুলি শিষ্য নকৰিবা নাৰী নৰ।।
পিতৃ শ্ৰাদ্ধ পুত্ৰৰ বিবাহ উৎসৱত।
বৎসৰি কৰক বাদ্ধি দিয়ে যেন মত।।১০।।
তাৰ বাদে অন্য কৰ্ম্মে পাঁচকি শিষ্যৰ।
নলইবা নলইবা বচন বেদৰ।।
আৰু নকৰিয়া যদি কৰা বিপৰীত।
পৰকালে হইবেক নৰকত স্থিত।। ১১।।
এহি কহি মাধৱদেৱ নিচুকি ৰহিল।
পুনৰ্ব্বাৰ ভক্ত সবে বুলিবে লাগিল।।
কিবা দোষে নিজগুৰু ত্যজিবে লাগয়।
মাধৱে বোলয় তাক শুনিয়ো নিশ্চয়।।১২।।
যদি গুৰু যক্ষ্মা কুষ্ঠ ক্ষয়ী ৰোগ গ্ৰস্ত।
চোৰ শঠ দুষ্ট হোৱে দুৰ্জ্জন লম্পট।।
ধৰ্ম্ম এৰি আন ধৰ্ম্ম যদি আচৰয়।
মাদক দ্ৰব্যত প্ৰীতি অতি দুৰাশয়।।১৩।।
মহা মূৰ্খ পৰমাৰ্থ কথা নজানয়।
চেদিবাক নোৱাৰয় শিষ্যৰ সংশয়।।
হেন গুৰু ত্যাগ কৈলে কিছু দোষ নাই।
যি শুনিলো গুৰু মুখে কহিলো বুজায়।।১৪।।

## ।। নিকা সংহতিৰ আখ্যান।।

।। পদ।। শুনিয়োক সভাসদ ইহাৰ পাছত।
যিবা কৰ্ম্ম কৰিলন্ত মাধৱ মহন্ত।।
যদুমণি সঙ্গে দিয়া বংশী গোপালক।
ধৰ্ম্ম প্ৰচাৰিবে পঠাইল উজানক।।১।।
চলিল অচ্যুত গুৰু বেহাৰ দেশক।
গৈলেক পুৰুষোত্তম পাটবাউসীক।।
এহিমতে কতোজন গৈল ঘৰবাৰী।
নপৰা পৰিয়া কতো আছে গৃহে পৰি।।২।।
পদ্ম আতা ৰাম আতা শ্ৰীমথুৰা দাস।

ইত্যাদি কৰিয়া আছে মাধৱৰ পাশ।।
অহর্নিশে তাৰাসবে মালা জাপ্য কৰে।
ৰাত্রি ভৈলে মালা ৰাখে সবে নামঘৰে।।৩।।
দৈব দোষে এক দিনা বিঘিনি মিলিল।
ৰাত্রি যোগে নামঘৰে অগণি লাগিল।।
দবা শঙ্খ তাল ঘন্টা মূর্ত্তি ভাগবত।
ভকতৰ মালা মন্ত্র পুৰিল সমস্ত।।৪।।
হেন দেখি মাধৱদেৱে বুলিলা বচন।
নকৰিবা শোক কেহো গৃহৰ কাৰণ।।
কৃষ্ণ গৃহে কৃষ্ণে কৰি আছে চাৰখাৰ।
কৃষ্ণৰ কৃপাত ভাল হৈব পুনর্বাৰ।।৫।
এহিবুলি মাধৱদেৱে সান্ত্বনা কৰিল।
সমূহ বৈষ্ণৱ সবে যুগুতি কৰিল।।
আমাসাৰ মালা মন্ত্র কৰিল দহন।
পুনর্বাৰ আমি মালা কৰোহো গ্রহণ।। ৬।।
এহিবুলি মাধৱৰ সমীপে চলিল।
শুনিয়োক অতঃপৰে যি কথা হুইল।।
মাধৱৰ জ্যেষ্ঠ ভাই ৰূপচন্দ্র সন্ত।
তাৰ ভাৰ্য্যা মৰি আছে বাণ্ডুকা দেশত।।৭।।
নামঘৰ দগ্ধ তিনিদিনৰ পূর্বত।
মাধৱে শুনিয়া আছে কটকী মুখত।।
পূৰ্ব্বে মাধৱদেৱ যেবে নপৰা পৰিল।
পুত্ৰৱতে বৰ্ড মাতৃ পালন কৰিল।।৮।।
সেহিকালে বৰ্ড মাতৃ কহিয়া আছয়।
মোৰ প্ৰেত শ্ৰাদ্ধবাপ কৰিবিহি তই।।
অপুত্রকা বৰ্ড মাতৃ কহিছে পূৰ্ব্বত।
এইহেতু পিণ্ড দিয়ে মাধৱ মহন্ত।।৯।।
প্ৰতিদিনে পিণ্ড দিয়া হাতে দণ্ড ধৰে।
জল দেখি বসি থাকে মকৰ উপৰে।।

মুক্তকেশ কপালত তিলক নাহিক।
টেকেলি এগোটা পুড়ি কেলি আছে পিক।।১০।।
মুখত নাহিকে গুৱা ধৱল বৰণ।
হাতত লাখুটি মুণ্ডে গামোচা বন্ধন।।
মাধৱে কিবিৱাধৱি আছয় শয্যাত।
সেহিবেলা ভক্তগণ মিলিল তথাত।।১১।।
ভক্ত দেখি মঞ্চতেজি বাহিৰে আসিল।
একচলা কাঠ পাৱি মাটিত বসিল।।
নিগদন্তি মাধৱদেৱ শুনা ভক্তগণ।
কিবাহেতু আসি আছা কহিয়ো এখন।।১২।।
দণ্ডৱন্তে বোলে ভক্তগণে মাধৱক।
পুনৰ্বাৰ মালা মন্ত্ৰ দিয়োক আমাক।।
মাধৱে বোলয় আছে অশৌচ এখন।
আৰে মালা দিবে নপাৰিবো কদাচন।।১৩।।
একমাস পৰে তোৰা ইথানে আসিবা।
মোত হন্তে মালা মন্ত্ৰ সকলো পাইবা।।
হেন শুনি ভক্তগণ হইল অন্তৰ।
সৰ্ব্বজনে বসি মেল কৰে পৰস্পৰ।।১৪।।
গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু মহেশ্বৰ।
চৰাচৰ জগতৰ গুৰুসে ঈশ্বৰ।।
হেন গুৰু ঈশ্বৰৰ কিছু দোষ নাই।
হেন ভাবি মাধৱক পুনু বোলে যায়।।১৫।।
গুৰুৰ গাৱত নাই অশৌচৰ দোষ।
আমাক দিয়োক মালা হইয়া সন্তোষ।।
মাধৱে বোলয় শ্ৰুতি স্মৃতি বাক্যচয়।
তাক উলঙ্ঘিয়া যিটোজনে প্ৰবৰ্ত্তয়।।১৬।।
সিটোজন মহাপাপী যেন পথ এৰে।
হেনজানি আসিবাহা অশৌচ অন্তৰে।।
এহিমতে মাধৱদেৱে দিয়ে পঠাইয়া।

পুনর্বাৰ যায় সবে আলোচ কৰিয়া।।১৭।।
তিনিবাৰ মাধৱদেৱে হেনয় কৰিল।
ক্রোধ কৰি মাধৱদেৱে কহিবে লাগিল।।
প্রত্যয় নযাহা তোৰা আমাৰ কথাত।
বাৰে বাৰে মোক আসি কৰা উতপাত।।১৮।।
অন্নকালে দেখা কাঠ মালা ফাটে ফুটে।
অছেদ অভেদ মন মালা কাহা চুটে।।
হেনজানি মোৰ কথা সবেয়ো শুনিয়ো।
মন মালা জাপ্য কৰি সংসাৰ তৰিয়ো।।১৯।।
যি দেখিলা যি শুনিলা যি কহিলো কথা।
ইহাক নিগূঢ় বুলি ধৰিবা সৰ্ব্বথা।।
শিষ্য গুৰু এককায় ভিন্ন ভাব নাই।
এহিবুলি মাধৱদেৱে ঠাৰতে বুজায়।।২০।।
গুৰুৰ লক্ষণ যেন নীতি সদাচাৰ।
শিষ্যেয়ো কৰিবে লাগে তেনে ব্যবহাৰ।।
ইহাক কৰিলে জানা ভুক্তি মুক্তি পাই।
জানি শুনি মোক কেনে সুধিছা দুনাই।।২১।।
হেন শুনি ভক্তগণে অতি ৰঙ্গকৰি।
মাধৱক প্রণামিয়া গৈলেক লৰৰি।।
বৰপেটা বিল কাণে মেল আৰম্ভিল।
প্রথমতে পন্ন আতা বুলিবে লাগিল।।২২।।
নিগূঢ় ভাৱত অৰ্থ মাধৱে কহিল।
শুনা বিপৰীত অৰ্থ যিৰূপ কৰিল।।
নিগদতি পন্ন আতা শুনা ভক্তগণ।
মাধৱ গুৰুৰ বাক্য কৰিলা শ্রৱণ।।২৩।।
শিষ্য যেন গুৰু তেন কহি আছে আগে।
হেন জানি গুৰু ধৰ্ম্ম ধৰিবাক লাগে।।
কদাচিতো কোনো কালে বাক্য নলঙ্ঘিবো।
গুৰু বাক্য মতে আমি সদা প্রবৰ্ত্তিবো।। ২৪।।

গুৰুক দেখিলো আমি মস্ত ওপৰত।
আমিয়ো লইবো ধুতি চান্দ ভিতৰত।।
তাতপৰে গুৰু আসি বসিল পাটত।
আমিয়ো লইবো একপাত পিৰালিত।। ২৫।।
কদাচিতো কাষ্ঠমালা আমি নলইবো।
গুৰু বাক্যে মন মালা সৰ্ব্বদা জপিবো।।
ওটা পাতি গুৰু দেৱে মুখ প্ৰক্ষালয়।
প্ৰতিজনে আসি ওটা লইবো নিশ্চয়।। ২৬ ।।
গুৰুৰ তিলক নেদেখিলো কপালত।
মুক্তকেশ বস্ত্ৰ বান্ধি আছয় মুণ্ডত ।।
তাম্বুলক নেদেখিলো গুৰুৰ মুখত।
হেন ৰূপ ধৰি আমি থাকিবো সতত।। ২৭।।
জলে নামি গুৰু জল কৰিল ভোজন।
আমিয়ো কৰিবো সদা জলতে ভোজন।।
হাতে লাঠি মুণ্ডে বস্ত্ৰ দেখিলো গুৰুৰ।
সেহিমতে গুৰু ধৰ্ম্ম লইবো প্ৰচুৰ।।২৮।।
চোতাল ওলায়া গুৰু বিশুধি হইল।
স্নান কৰি শুদ্ধ হয়া ভিতৰে বসিল।।
এহিমতে আমি সবে কৰো ব্যৱহাৰ।
গুৰুতো অধিক কৰি ধৰো সদাচাৰ।।২৯।।
ব্ৰহ্মা কাল পুৰুষ যে সংহতি আছয়।
কৰোহো নিকা সংহতি আমি সমস্তয়।।
এহি বুলি পত্ৰ আতা নিচুকি ৰহিল।
ভাল বুলি সৰ্ব্বজনে প্ৰশংসা কৰিল।। ৩০।।
যি দেখিলা যি শুনিলা কহিল পূৰ্ব্বত।
বিপৰীত ভাবে অৰ্থ কৰিল সমস্ত।।
মাধৱে কহিল কথা জ্ঞান তত্বচয়।
নুবুজি কৰিল অৰ্থ সৱে বিপৰ্য্যয়।। ৩১।।
মাধৱৰ গূঢ় অৰ্থ কেহো নুবুজিল।

সৰ্ব্বজনে মিলি নিকা সংহতি কৰিল।।
সেহি সমাজত আছিলেক যত জন।
সকলোজনক হৈল হেন আচৰণ।। ৩২।।
বৰপেটা মধুপুৰ কমলাবৰীয়া।
ইসব সত্ৰক জানা নিকা সংহতিয়া।।
ইসবৰ মোক্ষ ধৰ্ম্মজানা সদাচাৰ।
মালা সেৱা তিলকাদি নাহি ব্যবহাৰ।। ৩৩।।
ভক্তমুখে মাধৱদেৱে ইকথা শুনিল।
ৰীতি নীতি সদাচাৰ স্বচক্ষে দেখিল।।
হেন দেখি মাধৱদেৱে গুণে মনে মন।
সাম্ফল হইল যিবা দেখিলো সপোন।। ৩৪।।
ব্ৰহ্ম কাল পুৰুষ সংহতি কৰিলো।
অল্পকালে তাৰ ফল স্বচক্ষে দেখিলো।।
এহিবুলি মাধৱদেৱে মনত গুণিল।
ভাল মন্দ কাৰো আগে কিছু নকহিল।। ৩৫।।
অশৌচিয়া ৰূপে আৰা থাকয় সতত।
অদ্যাপি দেখিয়ো সৱে কমলাবাৰীত।।
এক মহন্তৰ মুখে ইকথা শুনিলো।
মতি অনুসাৰে পদবন্ধে নিবন্ধিলো।। ৩৬।।
বঢ়া টুটা আগ পাছ আদি দোষ যত।
ক্ষমা কৰা সাধু সন্ত ধৰো চৰণত।।
নিকা সংহতিৰ কথা ভৈল সমাপতি।
ভণিল দ্বাৰিকা দ্বিজ মূৰ্খ মন্দমতি।। ৩৭।।

## 'নাম মালিকা' গ্ৰন্থ ৰচনা আৰু পদ্ম আতাৰ উপাখ্যান

।। পদ।। একদিনা ৰীৰু বোলে দেৱ মাধৱক।
বচিল শঙ্কৰে শ্লোকে নাম মালিকাক।।
শ্লোক ভাঙ্গি পদবন্ধে প্ৰভু ৰচিয়োক।

অপ্রয়াসে স্ত্রী শূদ্রে সবেৰ়্গো বুজক।। ১।।
ভাল বুলি মাধৱদেৱে হাতে তুলি লৈল।
শ্লোক ভাজি সাৱশেষে পদে নিবন্ধিল।।
একখানি লিখি নিজ হাতত ৰাখিল।
আৰখানি লিখি বীৰু কাজী হাতে দিল।। ২।।
শঙ্কৰে এৰিল কাণ নাম মালিকাত।
পদ কৰি মাধৱদেৱে এৰিল তথাত।।
শঙ্কৰৰ কৰ মালা মালিকা মজিয়া।
তিনি বস্তু মাধৱদেৱে থাকে উপাসিয়া।। ৩।।
কাক দিবো তিনি বস্তু গুণে মনে মন।
শুনিয়োক আতপৰে কথা বিস্তোপন।।
হেনকালে কমলাবাৰীৰ পদ্ম আতা।
মাধৱক সেৱিবাক আসিলেক হেথা।।৪।।
দণ্ডৱতে প্ৰণামিল মাধৱ চৰণ।
মাধৱে আশিস কৰি বুলিল বচন।।
কিবাহেতু বাপু তই আসিলিহি হেথা।
কমলাবাৰীৰ আৰে কহিয়ো ব্যৱস্থা।।৫।।
বংশী গোপালৰ আৰে কৈয়ো বিৱৰণ।
বেলগুৰি থানে আছে ভক্ত কতজন।।
গোপালৰ লগ এৰি গৈল যদুমণি।
চৰমুখে শুনি আছো ইসব কাহিনী।।৬।।
নিগদন্তি পদ্ম আতা শুনিয়ো গোসাই।
যদুমণি গোপালৰ দ্বন্দ্ববাদ নাই।।
মাহৰা সত্ৰক পাতি পৃথকে আছয়।
সুহৃদ সম্বন্ধে তাৰা সুন্দৰে আছয়।।৭।।
বেলগুৰি থানে আছে ভক্ত সাতজন।
দাসৰ সত্ৰত আছে ভক্তত্ৰিংশজন।।
সিঠাইৰ লোক সব আছয় কুশল।
ভৃত্যক কহিয়ো আৰে প্ৰভুৰ মঙ্গল।। ৮।।

মাধৱেবোলয় শঙ্কৰৰ প্ৰসাদত।
ভক্তসহ মহানন্দে আছো ইথানত।।
বৃদ্ধ ভৈলো আজি কালি মিলিবে মৰণ।
তোমাক দেখিয়া আজি পাইলো ৰঙ্গমন।। ৯।।
মহানন্দে একমাস তহিতে ৰঞ্চিল।
দাস্য কৰ্ম্মে মাধৱৰ মন সন্তোষিল।।
সেৱাত সন্তোষ ভৈল মাধৱৰ মন।
দিনেক নিৰ্জ্জনে বসি বুলিল বচন।। ১০।।
তব পিতৃ মাতৃ নাম কিবা বংশ আগে।
বিৰৰিয়া মোক আজি কহিবাক লাগে।।
সাৰশেষে কহি মোক দিয়া পৰিচয়।
সত্য কথা মোক আজি কহিয়ো নিশ্চয়।।১১।।
বদতি পদুম গুৰু তুমি পিতা মাতা।
ইহেতু নকৈলো পূৰ্বে মোৰ বংশ বাৰ্ত্তা।।
ব্ৰহ্মপুত্ৰ উত্তৰপাৰে নাৰেঙ্গ পুৰত।
হৰি পুখুৰীৰ পাৰে সক্ৰাহি গ্ৰামত।।১২।।
চোমদাৰ কাথ বংশে জনম হইল।
পিতৃ মাতৃ মোৰ নাম পদুম ৰাখিল।।
মাতৃনাম সত্যাদেৱী পিতৃ ভিতাৰাম।
জ্যেষ্ঠভাই আছে এক শঙ্কৰদাহ নাম।।১৩।।
পিতৃমাতৃ স্বৰ্গে গৈল আমাক ৰাখিয়া।
জ্যেষ্ঠ ভাই মোক দিল বিবাহ কৰিয়া।।
নপুংসক ভৈলো মই কৰ্ম্মৰ দোষত।
ইহেতু কন্যাক থৈলো শ্বশুৰ গৃহত।।১৪।।
তীৰ্থ কৰি কতোদিন দেশ পৰ্য্যটিলো।
ভ্ৰমি ভ্ৰমি ৰৰপেটা থানক পাইলো।।
তযু পাৱে গুৰু বুলি দেহাক অৰ্পিলো।
শ্ৰৱণ ভজন ভক্তি ধৰ্ম্মক লভিলো।।১৫।।
তাতপৰে ভাতৃগৃহে কৰিলো গমন।

জ্যেষ্ঠ ভাই মোক নিন্দা কৰে সৰ্ব্বক্ষণ।।
গৃহ কৰ্ম্ম কৰিবাক মোক আদেশয়।
ভকত বিচাৰি গ্ৰাম্যে ঘুৰি ফুৰো মই।।১৬।।
হেন দেখি ক্ৰোধ কৰি বোলয় ভাৰ্য্যাক।
মোহোৰ শপত ভাত নিদিবিহি তাক।।
ইটো কথা বড মাতৃ মোক নকহয়।
স্বামী আৰে মোক অন্ন সদা ভুঞ্জাবয়।।১৭।।
একদিনা জ্যেষ্ঠ ভাই স্বচক্ষে দেখিল।
মহাক্ৰোধে ভাৰ্য্যা প্ৰতি বচন বুলিল।।
হাউৰে পাপিষ্ঠী তই কি কৰ্ম্ম কৰস।
মোত আঁৰ কৰি তই অন্ন ভুঞ্জাৰস।।১৮।।
নিশ্চয়ে জানিলো তোৰ সিটো উপপতি।
ইহেতু তাহাক কৰ এতেক ভকতি।।
তাৰ সহ আজি তই বাজ হয়া যাস।
পুনৰ্ব্বাৰ দেখিলে কৰিবো সৰ্ব্বনাশ।।১৯।।
হেন শুনি ভাৰ্য্যা বোলে শুনিয়ো গোসাই।
পদুম হোৰয় তযু সহোদৰ ভাই।।
তুমি পিতৃ মই মাতৃ জানিবা তাহাৰ।
কেন মতে মই তাক কৰো পৰিহাৰ।।২০।।
পিতৃ নিদাৰুণে মাতৃ নিদাৰুণ হয়।
সিটো গৃহস্থৰ জানা ধৰ্ম্ম নথাকয়।।
বিশেষত পদ্ম আতা বৈষ্ণৱ প্ৰধান।
মাধৱৰ হস্তে পাই আছে দিব্য জ্ঞান।।২১।।
যাৰ ঘৰে বৈষ্ণৱ হোৱয় একগুটি।
তাহাৰ পুৰুষ উদ্ধাৰয় কোটি কোটি।।
হেন জানি স্বামী তুমি ইটো ভাৱ এৰা।
তযু চৰণত ধৰো দোষ ক্ষমা কৰা।।২২।।
পাৱে পৰি তান ভাৰ্য্যা অনেক কহিল।
শুনিয়া শঙ্কৰদাহ দ্বিগুণ জ্বলিল।।

হাউৰে পাপিষ্ঠী মোক কৰ তিৰস্কাৰ।
মোৰ বংশে পদুমে আনিল খিলিকাৰ।।২৩।।
গোসানীৰ দেশ ইটো জানিবি নিশ্চয়।
দেৱী পূজি হংস ছাগ খাইবাক লাগয়।।
পিতৃ ধৰ্ম্ম এৰি ভাই গৈল অধোগতি।
মোৰ আগে তাক ভাল বোলস পাপিষ্ঠী।।২৪।।
বৈষ্ণৱ বুলিয়া মোক সৱেয়ো নিন্দিব।
ভট্টাচাৰ্য্যে মোৰ হাতে জল নখাইব।।
পিতৃধৰ্ম্ম এৰি দুৰাচাৰ ভৈল ভাই।
তন্ত্ৰ শাস্ত্ৰমতে তাক চাইবাক নপায়।।২৫।।
তোৰ গুপ্ত স্বামী সিটো জানিলো শাশ্বত।
সিহেতু দেখহ তাক পৰম ভকত।।
এহি বুলি শঙ্কৰদাহ নিচুকি ৰহিল।
হেন শুনি তান ভাৰ্য্যা কান্দিবে লাগিল।।২৬।।
অনেক বিলাপ কৰি দিৱস গোৱাইল।
মোক দেখি আথে ৰেথে অন্ন ভুঞ্জাইল।।
গৃহ কন্দলৰ কথা কৰিল গুপুত।
পাছে মই কৈলো কথা ধৰি চৰণত।।২৭।।
নমো নমো বৰ মাতৃ মোহোৰ জননী।
কৃপাকৰি আজি মোক দিয়োক মেলানি।।
যত কথা বৰদদা কহিছে তোমাক।
বেৰআঁৰে থাকি মই শুনিলো সবাক।।২৮।।
আবে যাওঁ মাধৱ গুৰুৰ সমীপক।
আসিয়া সেৱিবো মাজে তযু চৰণক।।
হেন শুনি মকমকি কান্দিল জননী।
মোৰ শিৰে হাত দিয়া বুলিলন্ত বাণী।।২৯।।
জন্ম মাত্ৰে তোৰ মাতৃ গৈল যম ঘৰ।
মোৰ স্তন খাই তই হইলি ডাঙ্গৰ।।
এইহেতু তোক স্নেহ কৰোহো পুতাই।

স্বামীয়ে নপাৰে ভাল কি কৰো উপায়।। ৩০।।
গুৰুৰ গৃহত তুমি কুশলে থাকিবা।
মাজে মাজে আসি মোৰ খাতিৰি লইবা।।
এহি বুলি মোক মাতৃ দিলন্ত বিদায়।
দণ্ডৱতে প্ৰণামিয়া আসিলো ইঠাই।। ৩১।।
কতোদিনে আসি বৰপেটাক পাইলো।
প্ৰভুৰ লগত পঞ্চ বৰিষ ৰহিলো।।
তযু আজ্ঞা শিৰে ধৰি মাজুলীক গৈলো।
কমলাবৰীয়া সত্ৰ তহিতে পাতিলো।।৩২।।
নামগুণ গায়া আছিলোহো সিথানত।
সেৱা কৰিবাক আইলো তযু চৰণত।।
নোহো ধনী আঢ্যৱন্ত বংশ বৰুৱাৰ।
দুখীয়া দৰিদ্ৰ ঘৰে জনম আমাৰ।।৩৩।।
জন্মক প্ৰভৃতি দুখে কাল কটাইলো।
তযু প্ৰসাদত গুৰু মহন্ত হইলো।।
কিবা হেতু জন্ম কৰ্ম্ম সুধিলা গোসাই।
ইহাৰ সিদ্ধান্ত প্ৰভু কহিয়ো বুজাই।।৩৪।।
মাধৱ বদন্তি বাপু তুমি বিচক্ষণ।
যিবা হেতু সুধিলোহো শুনা বিৱৰণ।।
অৰ্থ পায়া দামোদৰে গাৱ পাসৰিল।
গুৰুৰ তিথিত কথা প্ৰকাশ হইল।।৩৫।।
কমলাবৰীয়া সত্ৰে ভৈলা অধিকাৰ।
ভাবিছিলো অৰ্থ পাই ভৈল অহঙ্কাৰ।।
যেবে সত্য কথা মোত কৈলা স্বৰূপত।
যেহি খোজা তাকে দিবো কৈলো স্বৰূপত।। ৩৬।।
পদ্ম আতা বোলে প্ৰভু মোক কিনা কিনা।
অন্যধন নলাগয় ভক্তি ধন বিনা।।
নলাগয় আন দ্ৰব্য নলাগে মুকুতি।

তোমাৰ চৰণে মাত্ৰ ৰহোক ভকতি।।৩৭।।
তুষ্ট হয়া মাধৱদেৱে বুলিলা বচন।
তিনি গুটি বস্তু দিবো কৰিয়ো গ্ৰহণ।।
মঞ্জিৰা নামমালিকা শাস্ত্ৰ কৰমালা।
মোক লাগি পঠাই দিল গুৰু মৃত্যুবেলা।। ৩৮।।
গুপুতে ৰাখিলো অষ্টাবিংশতি বৎসৰ।
আৰে মৃত্যু বেলা মোৰ চাপিল ওচৰ।।
তইসে ৰাখিবে আক পাৰিবি পুতাই।
অন্যস্থানে নিলে বাপ যাইব যে হৰাই।। ৩৯।।
কমলা মুদৈৰ ঘাটে ভক্তসমে যায়।
সাতদিন আছিলেক শঙ্কৰ গোসাই।।
তথাপি কমলা মুদৈ সমীপে নাসিল।
মোক চাই শ্ৰীশঙ্কৰে বচন বুলিল।।৪০।।
ইথানত একখানি সত্ৰক পাতিবা।
সাদিনীয়া থান নাম সত্ৰৰ ৰাখিবা।।
মুদৈ নামে কমলাবৰীয়া সত্ৰনাম।
একই সত্ৰৰ হেবা এই দুই নাম।।৪১।।
সিটো সত্ৰে মই মাত্ৰ জানা অধিকাৰ।
তোমাক দিলোহো মই সত্ৰীয়াৰ ভাৰ।।
ইটো তিনি দ্ৰব্য তুমি গুপুতে ৰাখিবা।
অন্যস্থানে নিলে দ্ৰব্য পুনু নপাইবা।।৪২।।
অন্তকালে সত্ৰ সভা সমূহক দিবা।
কদাচিতো একজন হাতত নিদিবা।।
শেষ কালে গুপ্ত দ্ৰব্য কৰিলো অৰ্পণ।
মোহোৰ হইলি তই কনিষ্ঠ নন্দন।।৪৩।।

# ।। কৰমালা বিতৰণ ।।

।। পদ ।। কথন্তে মথন্তে দহুদিনক ৰহিল।
গুনাপৰে পদ্মআতা যি কৰ্ম্ম কৰিল।।
মেলানি মাগিয়া পাছে দেব মাধৱক।
চলি গৈল পদ্মআতা কমলাবাৰীক।।১।।
শ্ৰীনাম মালিকা গ্ৰন্থ আৰু কৰমালা।
মজিবা সহিতে তিনি দ্ৰব্যক লভিলা।।
কৰণিত থৈয়া তাক সেৱাক কৰয়।
এক দিনা ভক্তসহ বসি আলোচয়।।২।।
আমাৰ নাহিকে মালা পূৰিল পূৰ্ব্বত।
মন মালা জাপ্য কৰি থাকোহো সতত।।
আবে আমি ইটো কৰমালা কি কৰিবো।
অন্তকালে ইটো মালা কাক সমৰ্পিবো।।৩।।
নলৈবো কাঠৰ মালা কহিছো পূৰ্ব্বত।
আবে মালাজাপ্য কৈলে সত্য হৈবে ভ্ৰষ্ট।।
সমূহৰ সত্ৰ ইটো নোহো অধিকাৰ।
মাধৱে দিয়াছে মোক সত্ৰীয়াৰ ভাৰ।।৪।।
হেন জানি ইটো মালা সৱে বাটি লৈবো।
সমূহৰ সত্ৰ ইটো সমূহক দিবো।।
এহি কহি পদ্মআতা নিচুকি ৰহিল।
ভাল বুলি সৰ্ব্বজনে সভা বিসৰ্জ্জিল।।৫।।
পৰদিনা ভক্তগণ মাতিয়া আনিল।
শাৰী শাৰী হয়া নামঘৰত বসিল।।
ভকতৰ সংখ্যা মাত্ৰ ষট্‌বিংশজন।
পদ্ম আতাসমে ভৈল সপ্ত বিংশজন।।৬।।
আতা বোলে একবস্তু গুৰু দিলে মোক।
বিভাগিয়া দিওঁ আজি সবেৱো লৈয়োক।।
এহিবুলি সঁফুৰাত মালাক ৰাখিল।
ৰজ্জু কাটি মণি সব পৃথক কৰিল।।৭।।

পঞ্চ বিংশ জনে পঞ্চবিংশ মণি দিল।
একজন হাতে বজ্জুগাছি সমৰ্পিল।।
গুৰুবস্ত্ৰ নাভিগুটি আপুনি বাখিল।
কৰমালা খনি হেনমতে বিভাগিল।।৮।।
এইৰূপে বাটি কুটি লইল মালাক।
কৰণিত থৈয়া তাক কৰয় সেৱক।।
এইৰূপ কৰমালা কৰিলেক অন্ত।
শুনা পৰে মজিবাৰ যি ভৈল বৃতান্ত।।৯।।
কালক্ৰমে পদ্ম আতা স্বৰ্গক চলিল।
তাহাৰ বংশৰ নাতি সত্ৰীয়া হইল।।
যিকালত লক্ষ্মীসিংহ হইল নৃপতি।
তাৰ সহ দিহিঙ্গীয়া ভৈল মিত্ৰবৰ্তী।।১০।।
ইটো দৰ্পে দিহিঙ্গীয়া কাকো নমানয়।
সাধু মহন্তক ধৰি প্ৰলয় কৰয়।।
যাৰ ঘৰে ভাল দ্ৰব্য দেখে বা শুনয়।
চৰ পাঠি দিহিঙ্গীয়া সংগ্ৰহ কৰয়।।১১।।
গুৰু দত্ত তিনি বস্ত্ৰ তহিতে আছয়।
পূৰ্ব্বহন্তে দিহিঙ্গীয়া জানিয়া আছয়।।
দ্ৰব্য নিবে লাগি দূতগণক পাঠিল।
দূত মুখে আতা নাতি ইকথা শুনিল।।১২।।
গুৰুৰ নিৰ্মালি বস্ত্ৰ আৰু যে মজিবা।
লগে লৈলা তিনি বস্ত্ৰ জপাত ভৰিয়া।।
মালিকা শাস্ত্ৰক থৈল গুপুতে লুকাই।
তিনিজন ভক্তসহ গৈলেক পলাই।।১৩।।
বৈত্ত হোৱে সন্ধ্যা বেলা থাকয় তথাত।
জপাগুটি আগে থৈয়া প্ৰসঙ্গ কৰন্ত।।
দৈবে একদিনা হেবা বিধিনি মিলিল।
জপাগুটি জীৱে থৈয়া নদীত আনিল।।১৪।।
সেহিবেলা দিহিঙ্গীয়া হন্তে লগ পাই।

জপাসহ মঞ্জিবাক লৈয়া চলি যায়।।
জপামেলি দিহিঙ্গীয়া মহন্তে চাহিল।
গুরুব মঞ্জিবা পাই আনন্দে ভাসিল।।১৫।।
অদ্যাপিয়ো দিহিঙ্গত মঞ্জিবা আছয়।
গোপনীয় ভাবে বাখি সর্ব্বদা সেবয়।।
শবণ দিবাব দিনা সেবিবাক পাই।
আউব দিনা দেখিবাক কেহোবে নপাই।।১৬।।
পাছে আতা নাতি গৈলা কমলাবাবীক।
আদি অন্তকথা কৈল ভকত সবক।।
সবে বোলে যাব দ্রব্য যাইবে তাব ঘব।
আওহতীয়া ঘবে যেন নাহিকে ষমব।।১৭।।
হেন জানি দ্রব্য লাগি শোক নকবিবা।
স্যমন্ত মণিব কথা প্রমাণ লইবা।।
পাছে নাম মালিকাক থাপনাত থৈয়া।
অদ্যাপিয়ো সেবা কবে কমলাববীয়া।।১৮।।
পদ্মআতা তিনি বস্তু উজানে আনিল।
দেখা কেন মতে তাক উপাস্ত কবিল।।
যাব ঘবে যিবা দ্রব্য থাকিবে লাগয়।
ঈশ্বৰব ইচ্ছা কোনে খণ্ডিবে পাবয়।। ১৯।।
দিহিঙ্গব সাবশেষ সত্র বিবৰণ।
পবে সিসবক আমি কবিবো বর্ণন।।
শুনা সভাসদগণ সত্তব চবিত্র।
বাম বাম বুলি সবে হবোক পবিত্র।।২০।।



# RE-BIRTH OF A SATRA

Hari Prasad Chaliha

Established in 1963, the Kamalabari Satra of the Nika Sanghati group of Satras, which survived many a turmoil in its centuries old existence at Majuli, including two internal wrangles in 1832 and 1936, leading to the inadvertent creation of two new Satras viz Uttar Kamalabari (Grant) Satra and Natun Kamalabari Satra respectively out of the old one, could not however, withstand the onslaught of the awesome erosion of 1974 caused by the powerful currents of the mighty Brahmaputra and the turbulent Tuni river on two fronts, east and west simultaneously.

The Satra, once gorgeous with tropical vegetation of huge ornamental and valuable trees like Kendus, Neems, Agars, Coconuts etc. in its periphery, sandwiched by two stormy rivers, was virtually on the verge of extinction, leaving the district administration with no alternative but to shift it within a short time to a suitable place.

The dreadful erosion had been of high magnitude in upper Majuli as well. Once a predominatly rice-growing and river-business centre of the eastern most part of the island, Salmara, had within a couple of weeks time, been reduced to a wretched condition. As

many as three hundred odd families of five villages were in danger of being rendered homeless. It was then dispassionately judged that unless the ill-fated families were shifted and rehabilitated in some safer places, they would be exposed to further uncertainities.

The implementation of the most radical Land Ceiling Act had, in letter and spirit, been one of the major landmarks of Sri Sarat Chandra Sinha's tenure as Chief Minister. Rapid strides of the land reform measures on one hand and shifting and rehabilitation of hundreds of families besides one of the oldest monasteries of Assam, on the other hand, had induced late Arif Ali, the then Deputy Commisioner, Jorhat to take some fortuitous steps for acquiring about two thousand bighas of ceiling surplus land of Tyroon Tea Estate of Titabar Circle.The Deputy Commissioner had directed this writer, then Assistant Settlement officer of Jorhat Circle to take the case records personally to the revenue department for ratification and procuring a copy of the extraordinary Gazette notification in a bid to start the rehabilitation work expeditiously. As expected, the decks had been cleared at the government level very swiftly in consideration of the exigencies of the situation. Taking over of physical possession of the acquried land had also just been a mere formality, as there was no resistance, no objection from any quarters whatsoever. That was so far so good.

The most difficult and strenuous part of the job– shifting and rehabilitation gained unbounded momentum right from the signal 'Yes' from the top hierarchy to the district executive head. Being completely engrossed with the business, the Deputy Commissioner had once again entrusted this writer to carry through the job to the end in addition to his normal duties, inspite of having another officer of the same rank at Titabar Circle. The explicit order obviously put the incumbent in a very embarrassing position. But there was no way out.

But all was not well with the sequel. On being shown the proposed site, while the Satra authorities had readily agreed to the proposal and offered full cooperation in all respects, a section of self-important and short sighted would be beneficiaries expressed their

unwillingness to co-operate with the government in the pretext of the land being not of their choice and also because of its proximity to the Nagaland border. But when the government's position had been explained in unequivocal terms, the disgruntled persons, had ultimately fallen in line with the governmment strategy along with the rest of the people. The poor people were even prepared to scrape the barrel for their sustenance during the period. With the initial hurdles having been sorted out quite compatibly, the survey and plotting was undertaken as per action plan.

Transportation of heavy building materials and other household articles of a four hundred years old Satra and of about three hundred families from Majuli to Mahimabari across the river Brahmaputra and a fortyfive km road journey had indeed been a massive affair in terms of logistics. Three double– engined machine boats and ten trucks which were pressed into service for the purpose had been provided with police escort to and from the terminus. Sri G C Rajkhowa SDO (Sadar), a very enerjetic and straight forward officer that I came across, had been liaising with various departments for the smooth motion of the operation.

The most stupendous and troublesome job of loading and unloading of the huge timber posts, the batten-like heavy articles of the *Kirton Ghar* of the sixteenth century Vaishnavite monastery across the mighty river manually in the absence of modern-age cranes and other gigantic machineries, with calculated movements, patience and tremendous energy of the devotees and involving a high magnitude of risk had been a subject of great appreciation. The dragging of heavy items from the river bed to the shore above and again to the waiting trucks with primitive methods had not only been very risky but also entailed great human skill. Their ultimate bid to do justice to their orthodox profession had mainly been guided by absolute determination to resurrect the Satra. The undaunted efforts had made it possible for the rebirth of a moribund religious institution in to a reality. As soon as the gruelling ordeal of transportation came to a successful end, the first plot of land measuring hundred *bighas* of unencumbered ceiling surplus land, considered then to be

a prime one, by the side of the Titabar–Mahimabari PWD road, had been handed over to the Satra having around ninety devotees in thirty *Bahas*, on a pleasant forenoon of 9th February 1975. Performance of sacred rituals and chanting of collective prayers by the Satra inmates on the auspicious moment in the midst of fragrant aroma reverberated the air and filled everybody's hearts with excitement. Receipt of five *bighas* of the same category of land at a distance of about half km from the Sạtra precincts on the other side of the road by each of the families had been considered all the more worthy, after their marathon toil. Handing over of individual plots and distribution of relief continued side by side. Arrangement of permanent provisions for subsistence to the needy persons in a situation like that had certainly been of utmost importance for survival, receiving accolades from all quarters.

The temporary posting of a posse of Assam Police battalion in the rehabilitation site to allay the unfounded fears from the minds of the people had gained eulogies from all concerned. The youthful police personnel on the whole had a nice time there in the midst of the people, playing volleyball and carrom provided by the Deputy Commissioner. A number of public institutions including the Mahimabari HS School, Girls HE School, hospital, water supply, station, veterinary hospital have presently been established on the land earmarked for the purpose.

The newly constructed 227 long and 60 wide *Kirton Ghar*, independent *Bharal Ghar*, Kalia Thakur and Banshi Badan's cottages with a big *Bat Chora*, (main gate) is the replica of the old Satra. The tremendous job of salvation and resurrection of the Satra in the new site at Mahimabari has been refurbished to the great relief of the Vashnavite people as well as the selfless devotees. The hundred and thirty years old black tulsi timber column of 22 length and 12 breadth has been presently kept in a glass chamber on the eastern verandah of the *Kirton Ghar*.

In its glorious days, the Satra had the privilege of receiving a galaxy of high profile dignitaries including late Joy Ram Das Daulat Ram, His Highness Governor of Assam in the early fifties, Sri B K

Nehru with his European wife, His Highness Governor and lady Governor of Assam in 1972, dance maestro Rukmini Devi and Sangitacharya Vinayak Pattvardhan.

In a recent visit to the Satra and its vicinity after long twenty five years, a spectacular material transformation from the humble beginning to a durable existence amidst a field of habitation, vegetation and gardening has been perceived. The villagers appear to have been passing a very peaceful time without any threat lurking around them, from any quarter whatsoever, as apprehended in the initial stages of rehabilitation. The magnificent retrieval of the Satra heritage, has undoubtedly been unique.

Hollow promises of some self styled leaders for funding of a marble floor for the *Kirtan Ghar,* still remains to materialise. The Satra has succeeded in its endeavour, within a short span of time, to spread the old tradition of Satriya culture among all sections of people including the tea-garden labourers of the neighbourhood, through its theatrical performances like *bhaona, Rash Utshav* and celebrations of regular annual *Tithis.* A congenial atmosphere has thus been created all around.

Courage, determimation and humanitarian zeal had been the key factors in taking the plunge for a ponderous work like that and the brain behind the plan had been none other than the officer, late Arif Ali. My salutations to the departed soul with reverence.



# STATUS OF SATTRIYA CULTURE

## A COMPARATIVE STUDY ON THE MEDIEVAL AND THE MODERN AGES

Snigdhajyoti Sanat

The ship of the *Sattriya* culture has indeed sailed a long way in the vast ocean of culture since the time of its inception. In fact, it has come a whopping long period of more than 500 years, witnessing many ups and downs, in its journey through the corridors of time. Not contrary to the saying that nothing is constant except change itself, *Sattriya* too has gone through a great many changes, modifying itself time and again, to arrive at its present form.

The origin of *Sattriya* culture can be traced back to the 15th century. Its root can be attributed to Sri Sri Sankardev, the great poet, playwright and artist of the 15th century. He is the father of the vast *Sattriya* culture.

During those ages, the practice of sacrificing animals in front of *Devis* (goddess of power) was predominant in the Assamese society. Living creatures, ranging from goats to human beings, were sacrificed. It was considered a way to exhibit the devotion towards *Devi*. The dark clouds of the sacrificing culture had overshadowed

the entire social background of Assam. In this darkness, Sankardev endeavoured to show the people a glimpse of light, knowledge and truth. To accomplish the task, he created the *Sattriya* culture, the culture that comprised *Sattriya* dance, *Borgeet*, *Khol* and the *Ankiya Bhaonas*. Slowly and slowly, he attracted a number of disciples, who followed his preaching with great zeal, and took the same to the common people.

But, as the saying goes, life is not a bed of roses; Sankardev too had a number of obstacles to deal with. But, to his credit, he managed to overcome all the hurdles put in his way. He was later on joined by Madhabdev, who went on to become his favourite disciple. They started spreading the *Sattriya* culture with great enthusiasm.

Slowly and gradually, *Sattriya* began to gain roots in the Assamese society. More and more people began to take shelter in the *Sattras* established by Sankardev. *Sattras* became the nerve centers of *Sattriya* culture, where his disciples could study and practice his teachings. The first *Sattra* was established at Bordowa, Nagaon. Soon establishment of *Sattras* started taking place in other parts of Assam as well. Within a short span of time, the map of Assam was dotted with numerous *Sattras*. One of such *Sattras* was established at Koch Bihar (now in West Bengal), Which is called *Madhupur Sattra*. The chief objective and motivation behind the establishment of *Sattras* was to promote *Vaishnavism*, a religion founded by Sankardev.

Thus *Sattras* became the most significant pillars of the Assamese society. Sankardev also established '*Naamghars*' or the place of worship and culture. In a special occasion, an *Ankiya Bhaona* would be organized, where the entire village gathered together. Apart from these, there were regular '*Naam-kirton*', or the uttering of praise of Lord Vishnu. Thus *Naamghars* became the hub of cultural activities in Assam.

Sankardev had travelled throughout the length and breadth of the country, and with great difficulty, synthesized the classical elements, the regional elements and his own creative elements to give

birth to a new culture, the *Sattriya* culture, which was immensely successful in moulding the Assamese society.

Thus *Sattriya* kept travelling in the waves of time, to arrive at its present state. The status of *Sattriya* in the society has undergone a sea change over the past centuries. Now, *Sattriya* is no more confined to the boundaries of *Sattras*, or even the boundaries of Assam. It is not the culture of Assam only, but indeed has gained a place in the entire nation. It is a remarkable and marvellous contribution to the Indian culture from Assam. No wonder, *Sattriya* dance has been recognized as one of the classical dances of India on 15th of November, 2000.

*Sattriya* has even crossed the boundaries of India, thus travelling far and wide. In a new incarnation, it has carved out a niche for itself in the world platform, thereby earning a lot of adoration, praise and recognition.

The contribution of Lt. Maniram Dutta Bayan Muktiyar towards *Sattriya* in this regard is especially mentionable here. He played a major role in bringing *Sattriya* from the *Sattras*, out to the masses. He was the one who gave *Sattriya* its recognition. In 1977 and 79, he performed *Sattriya* in New Delhi, where he earned a lot of admiration. He received the prestigious *Sangeet Natak Academy* Award on 10th November, 1963 from the country's second President, Dr. S. Radhakrishnan. Lt. Maniram Dutta Bayan Muktiyar was the first person to win this award in the field of *Sattriya*.

Earlier *Sattriya* dance was performed exclusively by men. However, today women are equally giving their contributions to it, thus providing an additional grace and elegance to the art. There are even the female dance or '*Lasya*' such as *Chali Nritya, Gopi Praveshar Nritya* etc which are performed by women. Sharadi Saikia, Garima Hazarika, Sitarani Hazarika, Indira P. P. Bora, Pushpa Bhuyan are some of the leading female exponents of *Sattriya* dance, to name a few.

*Sattriya* is no longer solely a culture. It has become a topic of research. Scholars are exploring the various dimensions and the spheres of *Sattriya*. Extensive studies are being done on its history,

to bring to the light various new features, to know the unknown, to unveil the veiled. The researches on *Sattriya* have also helped it to modify itself, to be viewed with a scientific outlook. Some of the prominent and eminent researchers in this field are Lt. Dr. Maheswar Neog, Lt. Keshav Changkakoti, Dr. K.D. Goswami, Jagannath Mahanta etc.

In this way, the seeds that were sown by Sankardev long time back, has today grown into a huge magnificent tree, under whose shade we have achieved recognition of our culture. During its long and eventful journey, *Sattriya* has gone through quite a lot of changes, in terms of its form, its significance, and its position in the society. But one thing that has remained unaltered, and will remain so for the centuries to come, is its infinite contribution to the Assamese culture, and at a larger perspective, to the Indian culture, which will always make us say, "I AM PROUD TO BE AN ASSAMESE."

# লেখক পৰিচিতি

**ড° পদ্মলোচন হাজৰিকা ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাণিজ্য বিভাগৰ প্ৰক্তন অধ্যাপক। মহাপুৰুষীয়া সংস্কৃতিৰ একান্ত সেৱক। বাণিজ্য বিভাগৰ মানুহ হ'লেও ধৰ্ম্মীয় বিষয়ৰ ওপৰত বিশেষ অধ্যয়নশীল ব্যক্তি।

**ভবেন কাকতি ঃ** নাৰায়ণপুৰ, বদুলা নিবাসী

**দণ্ডিৰাম শৰ্মাঃ** এজন বিশিষ্ট বৈষ্ণৱ ধৰ্ম্মানুৰাগী ব্যক্তি। শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ তিতাবৰ নিবাসী।

**শিৱ শৰ্মা ঃ** এগৰাকী বিশিষ্ট শিক্ষাবিদ। নাৰায়ণপুৰৰ মাধৱদেৱ মহাবিদ্যালয়ৰ অধ্যক্ষৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰি সম্প্ৰতি সাহিত্য চৰ্চ্চাত ব্যস্ত।

**থগীৰাম হাজৰিকা ঃ** নাৰায়ণপুৰস্থিত বদুলা সত্ৰৰ বুঢ়াভকত ।

**সোণাৰাম শৰ্মা বুঢ়াভকত ঃ**(বৰবহা), তিতাবৰ স্থিত কমলাবাৰী সত্ৰৰ এগৰাকী সচেতন বৈষ্ণৱ। সত্ৰীয়া সংস্কৃতিৰ প্ৰসাৰ আৰু প্ৰকাশৰ ক্ষেত্ৰত ওতঃপ্ৰোতভাৱে জড়িত ব্যক্তি। শ্ৰীযুত শৰ্ম্মাদেৱ এজন সু-বক্তা আৰু বৈষ্ণৱ সাহিত্যৰ এগৰাকী একনিষ্ঠ সেৱক।

**উপেন বৰুৱা ঃ** শ্ৰীশ্ৰীবদলা পদ্ম আতা ধৰ্ম্ম আৰু সংস্কৃতি সেৱা সমিতি, অসমৰ প্ৰধান সম্পাদক।

**ড°. মধুস্মৃতা বৰুৱা চাংকোকতি ঃ** যোৰহাটৰ বাহনা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা।

**দেৱীচৰণ বৰগোহাঁই ঃ** যোৰহাট, তিতাবৰ নিবাসী বৰগোহাঁই মহাপুৰুষ শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ জীৱন দৰ্শনৰ একান্ত অনুৰাগী।

**শ্ৰীশ্ৰীজনাৰ্দ্দনদেৱ গোস্বামী ঃ** শ্ৰীশ্ৰীউত্তৰ কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুগৰাকীয়ে একান্ত প্ৰয়াসেৰে সত্ৰীয়া সংগীতক বহিঃসমাজত প্ৰচাৰ-প্ৰসাৰ ঘটোৱাৰ লগতে নিষ্ঠাসহকাৰে সত্ৰীয়া দায়িত্ব পালন কৰিছে। প্ৰভুগৰাকীৰ ব্যক্তিত্বত যুগসাপেক্ষ দৃষ্টিভংগী বৰ্ত্তমান দেখা যায়। আতা পুৰুষৰ জন্ম জয়ন্তীভাগ মাজুলীত অনুষ্ঠিত কৰাৰ ক্ষেত্ৰত এখেতে লোৱা প্ৰচেষ্টা আদৰণীয়।

ক্ষেত্রত খলকনি তোলা শ্রীযুত ভাগবতী সম্প্ৰতি চুণশালী, গুৱাহাটী নিবাসী।

**জীৱন ভূঞা ঃ** নাৰায়ণপুৰ নিবাসী ধৰ্ম্ময় পৰম্পৰাৰ ঐতিহ্যৰ প্ৰতি আগ্ৰহী ব্যক্তি।

**মহেন্দ্ৰ শইকীয়া ঃ** এজন বিশিষ্ট নাট্যকাৰ। তিতাবৰৰ এজন বিশিষ্ট নাগৰিক।

**দীননাথ বেজবৰুৱা ঃ** মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ চৰিত সংকলিত 'বৰচৰিত' পুথিৰ প্ৰণেতা। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ পুৰুষ। একান্ত বৈষ্ণৱ। এই বেজবৰুৱা পৰিয়ালৰে উপৰিপুৰুষ পুৰুষোত্তম বৰুৱাৰ অক্লান্ত শ্ৰম আৰু আন্তৰিকতাৰ পৰিণতিতেই কমলাবাৰী সত্ৰ গঠন তথা প্ৰসাৰতা লভিছিল।

**শ্ৰীশ্ৰীভৱকান্ত দেৱগোস্বামী ঃ** যোৰহাট তিতাবৰত অৱস্থিত কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ। এজন বিনয়ী সৰল মনৰ, উচ্চ ভাব সম্পন্ন ধাৰ্ম্মীক সত্ৰাধিকাৰ।

**ড° শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামীঃ** মাজুলী আউনীআটী সত্ৰৰ সত্ৰীধিকাৰ ড° দেৱগোস্বামী অসমৰ সত্ৰীয়া সমাজৰ অন্যতম পুৰোধা ব্যক্তি। তেখেতে ৰচনা কৰা যথেষ্ট সংখ্যক গ্ৰন্থই অসমৰ সত্ৰীয়া সংস্কৃতিৰ বৰঘৰ সমৃদ্ধ কৰাৰ লগতে সত্ৰীয়া নৃত্য-গীত-বাদ্যৰ প্ৰচাৰ-প্ৰসাৰত এইগৰাকী মহান ব্যক্তিৰ অৱদান অনস্বীকাৰ্য্য।

**শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী ঃ** অসমৰ সত্ৰীয়া সমাজৰ এজন উল্লেখযোগ্য ব্যক্তি। গোস্বামীদেৱে যথেষ্টসংখ্যক ধৰ্মীয় পুথি ৰচনা কৰি সত্ৰীয়া সংস্কৃতিক সমৃদ্ধ কৰিছে। সত্ৰীয়া নৃত্য, গীত, নাট্য, বাদ্যৰ উন্নয়নত এইগৰাকী পুৰোধা ব্যক্তিৰ অৱদান অনন্য। তেখেতৰ একাণপতীয়া সাধনাৰ স্বীকৃতি স্বৰূপে ২০০৪ চনত অসম চৰকাৰে তেখেতক **"শঙ্কৰদেৱ বঁটা"** প্ৰদান কৰিছে।

**তৰুণ বৰা বায়ন আৰু শ্ৰীগোবিন্দ কৃষ্ণ বৰা বায়ন ঃ** এওঁলোক দুয়োজনেই তিতাবৰ শ্ৰীগুৰু সংগীত বিদ্যালয়ৰ শিক্ষক।

**প্ৰিয়ম্বদা ভাৰতী ঃ** নিপুণ প্ৰশিক্ষাৰ্থী, মণিৰাম দত্ত মুক্তিয়াৰ সত্ৰীয়া কলা কেন্দ্ৰ, গুৱাহাটী।

**পৰমানন্দ কাকতি বৰবায়নঃ** এগৰাকী সত্ৰীয়া নৃত্য-গীত বাদ্যৰ প্ৰচাৰ-প্ৰসাৰৰ বাটকটীয়া।

**ড° কেশৱানন্দ দেৱগোস্বামী ঃ** ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী প্ৰাধ্যাপক। তেখেত সত্ৰীয়া সংস্কৃতিৰ গৱেষক তথা সত্ৰীয়া সংস্কৃতিৰ উজ্জ্বল বত্ন।

**ড° প্ৰদীপজ্যোতি মহন্ত ঃ** গুৱাহাটী বিশ্বদ্যািলয়ৰ অসমীয়া বিভাগৰ প্ৰাধ্যাপক। শঙ্কৰী সাহিত্য-কৃষ্টিক বিশ্বৰ দৰবাৰলৈ আগবঢ়াই নিয়াৰ ক্ষেত্ৰত ব্ৰতী।

**ভবানন্দ বৰবায়ন ঃ** উত্তৰ কমলাবাৰী সত্ৰৰ এজন উদীয়মান যুৱ শিল্পী। এওঁ সত্ৰীয়া নৃত্য-নাট্যৰ ওপৰত গৱেষণা কৰি আছে। শ্ৰীমান বৰবায়ন ভৱিষ্যত সম্ভাৱনাসম্পন্ন

যুৱশিল্পী।

**কমলাকান্ত ভূঞা ঃ** সত্ৰীয়া-সংস্কৃতি বিষয়ৰ এজনা নিবন্ধকাৰ, বৈষ্ণৱ কৃষ্টি-সংস্কৃতিৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰে চিন্তাৰ প্ৰকাশক।

**জগন্নাথ মহন্ত ঃ** এজন নিবন্ধকাৰ, ধৰ্মীয় কাম-কাজৰ প্ৰতি অনুৰাগী। উত্তৰ গুৱাহাটী নিবাসী।

**দেৱানন্দ বৰুৱা ঃ** সাদিন-প্ৰতিদিন বাতৰি কাকতগোষ্ঠীৰ অধ্যক্ষ। "হেমকোষ" প্ৰণেতা হেমচন্দ্ৰ বৰুৱাৰ বংশধৰ সূত্ৰে উত্তৰাধিকাৰী।

**ড° অঞ্জনা চলিহা ঃ** যোৰহাট জে.বি. মহাবিদ্যালয়ৰ দৰ্শন বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপিকা। সম্প্ৰতি সেই মহাবিদ্যালয়ৰে অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰিছে।

**ৰবীন ভূঞা ঃ** "আমাৰ অসম" কাকতৰ উপ-সম্পাদক, ঔপন্যাসিক

**খগেন শৰ্ম্মা ঃ** জাগীৰোড মহাবিদ্যালয়ৰ প্ৰবক্তা, সত্ৰীয়া সংস্কৃতিৰ এজন সংগঠক আৰু সংস্কৃতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত ব্যক্তি।

**গোবিন্দ শইকীয়া ঃ** গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনস্থিত ৰাজ্যিক সংগীত মহাবিদ্যালয়ৰ সত্ৰীয়া নৃত্য বিভাগৰ মুৰব্বী অধ্যাপক।

**চাও দেৱেন্দ্ৰচৰণ বৰবৰুৱা ঃ** বৈষ্ণৱ দৰ্শনৰ চিন্তা চৰ্চ্চত ব্ৰতী। বাগ্মীবৰ কবি ককা নীলমণি ফুকনৰ এসময়ৰ ব্যক্তিগত সচিব। গীতা-শাস্ত্ৰীৰ 'বেদতত্ত্ব আৰু 'ব্ৰহ্মতত্ত্ব' গ্ৰন্থৰ প্ৰণেতা।

**কৰুণা বৰা ঃ** "কমলাবাৰী সত্ৰ, সত্ৰীয়া নৃত্য প্ৰসংগ"ৰ লেখক। সত্ৰীয়া শিল্পী, ভালে সংখ্যক আলোচনী, স্মৃতিগ্ৰন্থৰ সম্পাদক, নিবন্ধকাৰ, শিল্পী সংগঠক।

**ড° বীৰেন্দ্ৰনাথ ডেকা ঃ** ডুমডুমাৰ কাষৰ তালাপ ডাইচা জান চাহ বাগিচাত কৰ্মৰত চিকিৎসক, বৰগীত-লোকগীত পৰিৱেশনকাৰী, ভক্তিতত্ত্বৰ বিশ্লেষক।

**ঘনকান্ত বৰা বৰবায়ন ঃ** গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনস্থিত ৰাজ্যিক সংগীত মহাবিদ্যালয়ৰ সত্ৰীয়া-সংগীত বিভাগৰ মুৰব্বী অধ্যাপক। সত্ৰীয়া ভাৰত চৰকাৰৰ নৃত্যত 'সংগীত নাটক অকাডেমী' বঁটা লাভ কৰিছে। তেখেত এজন সত্ৰীয়া সংস্কৃতিৰ আজীৱন সাধক।

**শাৰদী শইকীয়া ঃ** এগৰাকী আগশাৰীৰ সত্ৰীয়া নৃত্যশিল্পী। ভাৰতীয় 'সংগীত নাটক অকাডেমী'ৰ সদস্যা, অসম চৰকাৰৰ শিক্ষা বিভাগৰ উচ্চপদস্থ বিষয়া।

**হৰি প্ৰসাদ চলিহা ঃ** অসম চৰকাৰৰ অৱসৰ প্ৰাপ্ত উচ্চপদস্থ বিষয়া। 'ভাগৱতৰ চতুৰ্বিংশতি অৱতাৰ', 'পঞ্চকন্যা'কে আদি কৰি বৈষ্ণৱ ধৰ্ম্ম সম্পৰ্কীয় ভালে সংখ্যক গ্ৰন্থৰ ৰচক। বাতৰি কাকতৰ এজন নিয়মীয়া নিবন্ধকাৰ।

**নিয়ৰজ্যোতি চন্দ ঃ** গুৱাহাটী কাহিলিপাৰাৰ স্থিত মৰ্ডান ইংলিচ্ স্কুলৰ অধ্যয়নৰত উদিয়মান আগ্ৰহী নিবন্ধকাৰ।

# সপ্তম খণ্ড

## অলোক চিত্ৰ

যিসকলৰ অৱদানেৰে আজি অসমৰ সত্ৰীয়া জগত ধন্য

# গুৰু ভটিমা

— শ্ৰীশ্ৰীমাধৱদেৱ

জয় গুৰু শঙ্কৰ        সৰ্ব্ব গুণাকৰ
যাকেৰি নাহিকে উপাম
তোহাৰি চৰণকু        ৰেণু শতকৌটি
বাৰেক কৰোহোঁ প্ৰণাম।।
দৰশিত সুন্দৰ        গৌৰ কলেৱৰ
যৈছন সুৰ পৰকাশ।
সকল সভাসদ        ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ।।
বিনে অঙ্গ ভূষণ        পেশি সুশোভন
গহীন গম্ভীৰ ধীৰ মতি।
আয়ত কমল        নয়ন বৰ সুন্দৰ
বয়ন চান্দকহু জ্যোতি।।
লীলা গজপতি        গমন বিলোকন
বাণী মেঘ-গম্ভীৰ।
পাষণ্ড-মৰ্দ্দন        কলিকো কালে
যাকু সম নাহি ধীৰ।।
যোহি নাৰায়ণ        মায়াক বিস্তাৰি
কৰু ত্ৰিজগত নিৰমাণ।
সনক সনাতন        যোগী যাকেৰি
মহিমা কৰহু নজান।
সকল চৰাচৰ        পালনকাৰী
যো হৰি দেৱক দেৱা।
চতুৰ বয়ন শিৱ        সুৰপতি যাকেৰি
কৰু নিত্য চৰণহি সেৱা।।
চাৰি বেদ সৱ        শিৰোমণি মাজে
যাকেৰি চৰণ বিকাশ।
সোহি দেৱক        কয়কি কলিকো
শঙ্কৰ দেৱ পৰকাশ।।
ত্ৰিভুৱন-বন্দন        দৈৱকী-নন্দন
যো হৰি মাৰল কংস।
জগ- জন-তাৰণ        দেৱ নাৰায়ণ
শঙ্কৰ তাহেকেৰি অংশ।।



মহাপুরুষ শ্রীশ্রীমাধবদেব

[illegible] জনৈক শিল্পীর অংকিত ছবি - সম্পাদক

**যিসকলৰ**

**অৱদানেৰে**

**আজি**

**অসমৰ**

**সত্ৰীয়া জগত ধন্য**



'সংগীত নাটক অকাডেমী' পুৰস্কাৰে স্বীকৃত
প্ৰথম সত্ৰীয়া শিল্পী মণিৰাম দত্ত বায়ন মুক্তিয়াৰ



'সংগীত নাটক অকাডেমী' পুৰস্কাৰে
স্বীকৃত ঘনকান্ত বৰা বৰবায়ন





↑ টঙেশ্বৰ হাজৰিকা বৰবায়ন

← ৰসেশ্বৰ শইকীয়া বৰবায়ন

মাটি আখবাব কেইটামান ভঙ্গীত 'সঙ্গীত নাটক অকাডেমী'
পুবস্কাববে স্বীকৃত শ্রীঘনকান্ত ববা ববব্যায়ন



প্রকৃতি ওবা



জলক



বহা মুবুকা



পিঠিপাক



পদ চালনা





পুরুষ ওবা, ওবাত বহা আক উঠাত শিল্পী চন্দন ববা

সত্ৰীয়া কৃষ্টিৰ কেইমান ৰূপ



ঝুমুৰা নৃত্যৰ গীতৰ নাচ



ঝুমুৰা নৃত্যৰ বামদানি অংশ



চালি নৃত্য

## সত্ৰীয়া নৃত্যৰ বিভিন্ন ভঙ্গীমাত



শিল্পী শাৰদী শইকীয়া



গৰিমা হাজৰিকা আৰু তেওঁৰ সহযোগী শিল্পীবৃন্দ



শিল্পী মাধুৰিমা গোস্বামী



সত্ৰীয়া নৃত্যৰ বিভিন্ন ভঙ্গীমাত শিল্পীৰ দল





# সত্ৰীয়া কৃষ্টি-সংস্কৃতি পৰিবেশন কৰা সময়ত ব্যৱহৃত বাদ্য সমগ্ৰ



## খোল বাদনৰ বিভিন্ন মুহূৰ্ত্তত বায়নৰ বিভিন্ন ভঙ্গীমা



বাপুৰাম বায়ন আতৈ



ভোলাৰাম ৰৱলায়ন









খোল বাদনৰ বিভিন্ন ভঙ্গীমাৰ দৃশ্য


বৰপেটা সত্ৰৰ ওজা পালি নৃত্য


বৰপেটা সত্ৰত ঘোষাকীৰ্ত্তন পৰিৱেশন


অংকীয়া নাট ভাওনাৰ এটি দৃশ্য


অংকীয়া নাট ভাওনাৰ আন এটি দৃশ্য

## অসমৰ কেইখনমান সত্ৰৰ প্ৰয়াত সত্ৰাধিকাৰ প্ৰভুসকল



শ্ৰীশ্ৰীআউনিআটি সত্ৰৰ
শ্ৰীশ্ৰীদেৱদত্তদেৱ গোস্বামী



শ্ৰীশ্ৰীগড়মূৰ সত্ৰৰ
শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামী



শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ
শ্ৰীশ্ৰীনৰদেৱ গোস্বামী



শ্ৰীশ্ৰীধলৰ সত্ৰৰ
শ্ৰীশ্ৰীতীৰ্থনাথ গোস্বামী



শ্ৰীশ্ৰীনিকামুল সত্ৰৰ
শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী



শ্ৰীশ্ৰীলেটুগ্ৰাম সত্ৰৰ
শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত



'শ্ৰীময়ামোৱাৰ' প্ৰণেতা
দলগোমা সত্ৰৰ
অমৃত ভূষণ দেৱ অধিকাৰী



শ্ৰীশ্ৰীব্ৰজনী সত্ৰৰ
শিৱিকান্ত মহন্ত



শ্ৰীশ্ৰীউত্তৰ কমলাবাৰী সত্ৰৰ
শ্ৰীশ্ৰীকমলাকান্ত দেৱ গোস্বামী

# অসমৰ কেইখনমান সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুসকল



শ্ৰীশ্ৰীঅউনিআটি সত্ৰৰ
ড° পীতাম্বৰ দেৱ গোস্বামী



শ্ৰীশ্ৰীনতুনকমলাবাৰী সত্ৰৰ
শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী



শ্ৰীশ্ৰীবৰপেটা সত্ৰৰ
শ্ৰীশ্ৰীবশিষ্ঠ দেৱ শৰ্মা



তিতাবৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ
শ্ৰীশ্ৰীভৱদেৱ গোস্বামী



শ্ৰীশ্ৰীগড়মূৰ সত্ৰৰ
শ্ৰীশ্ৰীহৰিদেৱ গোস্বামী



ধুৰাহাট বেলগুৰি সত্ৰৰ
শ্ৰীশ্ৰীভদ্ৰকান্ত গোস্বামী



শ্ৰীশ্ৰীউত্তৰ কমলাবাৰী সত্ৰৰ
শ্ৰীশ্ৰীজনাৰ্দ্দন দেৱ গোস্বামী



শ্ৰীশ্ৰীবেঙেনাআটি সত্ৰৰ
শ্ৰীশ্ৰীভদ্ৰকান্ত দেৱ গোস্বামী



তিতাবৰ শ্ৰীশ্ৰীকমলাবাৰী
মূল সত্ৰৰ ডেকা সত্ৰাধিকাৰ

শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ স্মৃতি বিজড়িত শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ বিভিন্ন ছবি



শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ কৰাপাট (বাটচ'ৰা)



শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ গুৰু আসনৰ ছবি



কমলাবাৰী সত্ৰৰ বুঢ়া ভকত সোণাৰাম শৰ্মা



শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ ভকতবৃন্দ

## বৈষ্ণৱ সাহিত্যৰ অমূল্য সম্পদ এই সাঁচিপতীয়া পুথিসমূহ





ক্ষুদ্ৰাকৃতিৰ গুণমালা পুথি





শ্ৰীশ্ৰীকমলাবাৰী মূল সত্ৰত সংৰক্ষিত ১৫/১৬শ শতিকাৰ সাঁচিপতীয়া পুথিৰ ছবি

# যিসকলৰ অৱদানেৰে আজি অসমৰ বৈষ্ণৱ সাহিত্য ধন্য


দীননাথ বেজবৰুৱা


লক্ষ্মীনাথ বেজবৰুৱা


পণ্ডিত হেমচন্দ্ৰ গোস্বামী


হলধৰ ভূঞা


হৰমোহন দাস


হৰিনাৰায়ণ দত্ত বৰুৱা


পণ্ডিত ভূবন চন্দ্ৰ ভূঞা


ডিম্বেশ্বৰ নেওগ


শশীচন্দ্ৰ বৰবৰুৱা


মতিৰাম বৰা


মহেন্দ্ৰ মোহন চৌধুৰী


ককা নীলমণি ফুকন

# যিসকলৰ অৱদানেৰে আজি অসমৰ বৈষ্ণৱ সংস্কৃতি ধন্য



ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদ, যি গৰাকী ব্যক্তিয়ে অসমৰ সত্ৰীয়া ভাওনা শিল্পক পোন প্ৰথম বাৰৰ বাবে বিদেশত (ইন্দোনেচীয়া) প্ৰচাৰৰ গুৰি ধৰিছিল।



ড° মহেশ্বৰ নেওগ

সত্ৰীয়া গীত, বাদ্য,
নৃত্যক ভাৰতীয়
ধ্ৰুপদী সঙ্গীতৰূপে
স্বীকৃতি পোৱা
কাৰ্য্যত অৰিহণা
যোগোৱা অসমৰ
দুজন কীৰ্ত্তি সন্তান



ড° ভূপেন হাজৰিকা



মণিৰাম গায়ন মুক্তিয়াৰ



বৈষ্ণৱাচাৰ্য্য ইন্দ্ৰাৰাম দাস



বৈষ্ণৱ পণ্ডিত সোণাৰাম চুতিয়া